# অঙ্কমালা

( প্ৰাচীন অসমীয়া নাটৰ সংকলন )




সম্পাদক

ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা

আধুনিক ভাৰতীয় ভাষা বিভাগ

গুৱাহাটী বিশ্ববিদ্যালয়

গুৱাহাটী বিশ্ববিদ্যালয়

১৯৭৩

**Ankamala**, a Collection of ten early Assamesee plays edited by Dr. S. N. Sarma, Professor of Modern Indian Languages. Gauhati University

*Published by* :
GAUHATI UNIVERSITY
1973

*Printed by* : Sri Prafulla Dawka
The Gauhati University Press
GAUHATI—14

# সূচী পত্ৰ

# আগকথা

অসমীয়া সাহিত্যৰ বুৰঞ্জী আজিও পূৰ্ণাঙ্গ হৈ উঠা নাই। তাৰ বহুতোবোৰ বগা পাতত আজিও কলীয়া আখৰ পৰা নাই। তাৰ বহুতোবোৰ কথাই পৰিবৰ্ত্তনৰ কলমৰ খোচৰ কাৰণে সাজু হৈ থাকিব লগীয়া হৈছে। আমাৰ সাহিত্যৰ সকলো সমল পাব পৰা পুথিভঁৰাল এটা নাই। আমাৰ দেশৰ সকলো পুথিভঁৰাল একেলগ কৰিলেও সাহিত্যৰ সমস্ত পৰিসৰ কিবাৰূপে সামৰিব পৰিবনে নোৱাৰে, ক'ব নোৱাৰোঁ। বোধহয় নোবাৰিব। পুৰণি সাহিত্যৰ বিষয়ত এনে উক্তি অধিক মাৰাত্মকভাৱে সত্য। অনেক লেখাৰ কথা আমি গুজবৰ লেখীয়াকৈহে জানো। পীতাম্বৰ কবিৰ ভাগৱতৰ দশমৰ দুটা শাৰী সকলোৰে মুখে মুখে ঃ কোন অঙ্গে খুন দেখি। কিন্তু তাৰ বাঁকী হাজাৰ শাৰী আমাৰ অজ্ঞাত। সাহিত্য অকাদমীৰ 'সঞ্চয়নত' সৰু এটা অংশ সন্নিৱিষ্ট হৈছে। কিন্তু পীতাম্বৰৰ দশম আৰু প্ৰথম স্কন্ধ, তেওঁৰ 'চণ্ডী', তেওঁৰ 'নল-দময়ন্তী'ৰ পূৰ্ণ পাঠ আজিও আমাৰ বাবে অজ্ঞাত বাসত। নাম জনাৰ ভিতৰতে এই অৱস্থা। নজনাকৈ বা কিমান ক'ত কি আছে! আৰু এটা কথা। আজিও আমাৰ পণ্ডিত সমাজত প্ৰাচীন গ্ৰন্থৰ সমীক্ষিত পাঠ বা সমীক্ষামূলক পাঠোদ্ধাৰৰ প্ৰতি আগ্ৰহ দেখা পোৱা নাযায়। অথচ এনে ধৰণৰ সমীক্ষা নহলে সাহিত্যৰ ৰূপ বৈজ্ঞানিকভাবে নিৰূপিত হ'ব নোৱাৰে আৰু সেয়ে নহলে সাহিত্যৰ প্ৰকৃত মূল্যায়ন হ'ব নোৱাৰে। আচল সাহিত্যৰ বুৰঞ্জী লেখাতো দূৰৰ কথা! 'কীৰ্তন-ঘোষাৰ বজৰুৱা তাঙৰণত 'অসন্ত জগতখান তোমাত উদ্ভৱ ভৈল'ৰ ঠাইত 'অনন্ত জগতখান তোমাত উদ্ভৱ ভৈল' পাঠ পঢ়ি আমি শঙ্কৰদেৱৰ বেদান্তবাদ কি বুজিম? কিম্বা হৰিবৰ বিপ্ৰৰ জতুৱা 'বুঢ়াৰ হাতৰ চেঙ্গ সেন্থৰে নেৰাস'ৰ ঠাইত 'বুঢ়াৰ হাতৰ চেঙ্গ সেন্দূৰ

নেৰাস' পঢ়ি বজাৰত চেং-সেন্দূৰ বোলা দ্ৰব্য এটা বিচাৰি ঘূৰি ফুৰাটো একেবাৰেই পৰুৱাই পোৱাৰ দুৰ্দশা ! এই সকলোবোৰ বিষয়ত আমাৰ আলস্য, অজ্ঞান, অৱজ্ঞা ফৌজদাৰী বিধিৰ ভিতৰত পৰিব লগীয়া হৈছে । অথচ আজি আমাৰ দেশত সাহিত্যিক আৰু পণ্ডিতৰ অভাৱ স্বীকাৰ কৰিবলৈ দুখ পাওঁ ।

পুৰণি অসমীয়া নাটৰ বুৰঞ্জীৰ বিষয়ে যদি ক'ব লাগিল, আমাৰ জ্ঞান-সাগৰৰ দুই পাৰত শঙ্কৰদেৱ-মাধৱদেৱক প্ৰায় অকলশৰীয়াকৈ আমন-জিমনকৈ বহি থকা দেখা পাওঁ । যেন সেই দুজনাৰ পাছত আমাৰ কোনোৱে কাপ-কাঠি হাতত লোৱাই নাই ! অথচ আজিও অসমৰ গাঁৱে-ভূঁয়ে মহাপুৰুষৰ নাটকতকৈ অইন নাটৰে ভাওনা হয় অধিককৈ । কিন্তু সেইফালে সাহিত্যৰ নিপুণ আৰু শিষ্যসকলৰ দৃষ্টি বালিত গোজ মৰা উট-চৰাইৰ চকু । এইটো অৱশ্যে হয় যে ভাওনাৰ নাটৰ ৰজা অঙ্কীয়া নাট আৰু গুৰু দুজনাৰ পিছতেই আদৰ্শ আৰু আৰ্টৰ ফালৰপৰা নাটকৰ লুইতীয়া ওখ বালি-গৰাত খহনীয়া ধৰিছিল । সেই বুলি মাধৱ পুৰুষ চলাৰ পিছৰপৰা বিংশ শতিকাৰ মাজ ভাগলৈকে ভাওনা নাটৰ সোঁতটো হিল-দ'ল ভাঙি নহলেও অন্ততঃ জিৰ্-জিৰকৈ বৈ আছে । তাকনো আমি অৱজ্ঞা কৰিব লাগেনে ? এইছোৱা কালৰ এই পৰ্যায়ৰ নাটবোৰে আন কথাৰ লগতে এটা কথা আমাক সোঁৱৰাই দিয়া উচিত যে মহাপুৰুষৰ সাংস্কৃতিক দানৰ অনুশীলন ফুটছাই নহৈছিল আৰু দেশত অন্ততঃ সংশ্লিষ্ট মহলত সংস্কৃতিৰ চৰ্চা অবিৰল আছিল । বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'অঙ্কীয়া নাট'ত শঙ্কৰ-মাধৱৰ বাহিৰে গোপাল আতাৰ নাট এখনি ধৰা হৈছিল । কালিৰাম মেধিৰ 'অঙ্কাৱলী'ত ৰামচৰণ, দৈত্যাৰি, ভূষণ আদিৰ কেইবাখনিও নাট সামৰা হৈছিল । সেইখিনিয়ে আমাক অন্ততঃ সোঁৱৰাই দিছিল যে মহাপুৰুষ গুৰু দুজনাক এৰি দিলেও আমাৰ মঞ্চৰ পাদ-প্ৰদীপ নিৰ্বাপিত নহয় । এতিয়া ডক্টৰ শৰ্মাই শঙ্কৰোত্তৰ দহখনি নাট থূপাই এই সঙ্কলনটি প্ৰকাশ কৰাত ভাওনা-ঘৰৰ জোৰ-মহতাৰ ফালে আমাৰ দৃষ্টি ভালকৈয়ে যাব বুলি আশা কৰিছো । আৰু আশা কৰিছো, গৱেষণাত ৰতি থকা কোনো তৰুণ পণ্ডিতে এই সমস্ত বিষয়টো মন্থন কৰি তাৰ অমৃত আৰু হলাহল বাছি উলিয়াবলৈ উৎসাহ পাব ।



সঙ্কলনটিৰ নাম শৰ্মাদেৱে 'অঙ্ক-মালা' থৈছে । ভালেই হৈছে অঙ্ক নামটোৰ নিজৰ এটি বুৰঞ্জীয়েই হৈছেগৈ । মহাপুৰুষৰ কালত এই নামটি নাছিল । শঙ্কৰদেৱৰ নাট, নাটক, নৃত্য আৰু যাত্ৰা নামকেই ব্যৱহাৰ কৰিছে ; তাৰ ভিতৰত নাটক, শব্দটোৰ ব্যৱহাৰেই সৰ্বাধিক । মহাপুৰুষৰ অব্যৱহিত পিছৰ চৰিত-ৰচনাৰ সময়ছোৱাত অঙ্ক আৰু ঝুমুৰা শব্দ দুটা ওলাল । লগতে বাৰ অঙ্ক বা বাৰ নাট আখ্যাটোও বোধ হয় তেতিয়াৰে উদ্ভৱ । কৃষ্ণদাস কবিৰাজৰ 'চৈতন্য-চৰিতামৃত'তো অঙ্ক নামটো আছে— চৈতন্যদেৱে কৈছে, 'আজি কৰিবাঙ নৃত্য অঙ্কেৰ বিধানে ।' ডক্টৰ সুশীলকুমাৰ দেই ক'বৰ দৰে, The word *anka* is used in medieval vernacular literature in the sense of drama in general, without any referance, express or implied, to the highly technical Anka of the Sanskrit drama. শঙ্কৰদেৱৰ বা আজিৰ ভাৰতীয় নাটকো সংস্কৃতৰ পৰ্যায় ৰূপক নহয় । আমাৰ পুৰণি নাটকবোৰক অঙ্ক আৰু বৰ্তমানবোৰক নাটক বুলি নিশ্চয় সিহঁতৰ মাজত সীমাৰেখা এডাল বিচাৰি পাব পাৰি ! অঙ্কীয়া নাট নামটো আকৌ অদ্ভুত, কাৰণ অঙ্ক মানেই জানো নাট নহয় ? ই অৰ্বাচীন নামকৰণ, অতি ভাৰ্নেকুলাৰ । কিন্তু সেই নামাকৰণত এটা প্ৰয়োজন আছিল । এটা সময়ত মহাপুৰুষৰ নাট, ভাওনা আৰু বাজনাৰ ৰীতিটো 'হাই স্টাইল' আৰু কঠিন বুলি পৰিগণিত হ'ল । তেনে স্থলত সিবোৰৰ ভাৰ্নেকুলাৰ স্টাইল এটাৰ প্ৰয়োজন হ'ল । গতিকে একে সত্ৰৰ বা একে নামঘৰৰ নাট, ভাওনা, বাজনাতে দুটা ধাৰা চলিল । অৱশ্যে গাঁওবোৰৰ অধিকেই নিম্ন ফালতে থাকিব লাগিল । গতিকে অঙ্কীয়া নাট-ভাওনা-বাজনা আৰু তাৰ বাহিৰৰ অঙ্কীয়া নাট-ভাওনা-বাজনা হ'ল । সেই দেখিহে ৰাজধানীৰ ভাওনাৰ কথা উল্লেখ কৰোঁতে সিযে সেই হাই ষ্টাইলত হৈছিল, তাকে বুজাবলৈ 'অঙ্কৰ মতে' বুলি বুৰঞ্জীয়ে টিপ্পনী জোৰাই দিব লগীয়া হৈছিল । এইদৰে 'অঙ্কীয়া নাট,' 'অঙ্কীয়া ভাওনা, 'অঙ্কীয়া বাজনা' আখ্যাবোৰ সিদ্ধ হৈছিল ।

শঙ্কৰদেৱী নাটক সেই কালৰ ভাৰতত অকলশৰীয়া এক বিকাশ নহয় । দক্ষিণৰ তামিল-তেলুগুৰ 'ভাগৱত-মেল' কন্নাড়াৰ যক্ষগান,

আৰু মালয়ালমৰ কথাকলি আৰু উত্তৰৰ ৰামলীলা-ৰাসলীলাৰ ঐতিহ্যও প্ৰায় সমানেই পুৰণি। ক্লাছিকেল সংস্কৃত নাটকৰ হাড়ত এইবোৰ বনৰ দৰে গজি উঠিছিল আৰু সকলোবোৰৰে কিছুমান সদৃশ্য লক্ষ্য কৰিব পাৰি। ডায়নিছাছৰ কোৰাছৰপৰা এস্কাইলাছ-ইউৰিপিডিছ-ছফোক্লিছৰ নাটক উদ্ভৱ হোৱাৰ সমান্তৰাল কৰি আমাৰ ওজা-পালিৰপৰা শঙ্কৰী নাটৰ জন্মৰ কথা ভবাটো পণ্ডিতৰ কল্পনাৰ এটা চৌখীন বিলাস। তথাপিচোন কথাবোৰ তেনেকৈ কুটি কুটি ভাল লাগে।

শঙ্কৰদেৱৰ নাটৰ ভাষাটোৰ নাম কি? নাটৰ ভিতৰত বা চৰিতত সেই নাম নাপাওঁ। চৰিতত শঙ্কৰদেৱে তীৰ্থৰ বেলা শুনি অহা 'মাত বল্লি ফাৰ্চী'ৰ কথা আছে। সিয়ে বোধহয় থূলমূলভাৱে উত্তৰ ভাৰতৰ ভাষাৰ বৰ্ণনা। কিন্তু বৰগীত আৰু নাটৰ ভাষাক আমি 'ব্ৰজাৱলী ভাষা' বুলিয়ে মুখে মুখে জানি আহিছো। এজন পণ্ডিতে দায় ধৰি কৈছিল, সংস্কৃতৰ 'আৱলী' প্ৰত্যয় শাৰী অৰ্থতহে ব্যৱহাৰ হ'ব লাগে। পিছে, আমি কি কৰিম, স্বয়ং মহাপুৰুষেই তাক বিশেষণ প্ৰত্যয় কৰি 'চন্দ্ৰাৱলী ৰজনী দেখিয় বিতোপন' লেখিলে! এতেকে লোক-প্ৰজ্ঞায়ো তেনে কৰি 'ব্ৰজাৱলী' বিশেষণটো সিদ্ধ কৰি লৈছে, যেন এই ভাষা ব্ৰজ-ধামৰ ভাষাহে! কিন্তু স্পষ্টকৈয়ে ই ব্ৰজভাখা (ব্ৰজভাষা) নহয়। বৰং ইয়াৰ ভেটি হ'ল মৈথিল; তাৰ ওপৰতে অসমীয়া ৰূপতত্ত্ব-ধ্বনিতত্ত্বৰ ছাল-চতি খুটা লগাই, হিন্দী আদিবো খবুৱা, কুকুৰ আদি লগাই তাৰ ঘৰটো বন্ধা হৈছিল। অৱশ্যে শঙ্কৰ-মাধৱৰ দৰে সি দুজনাৰ উত্তৰাধিকাৰীসকল সিমান নিপুণ বাঢ়ৈ নোহোৱা বাবে পিছত আৰু তেনে ৰাঙলী-চ'ৰা সাজোঁতা নোহোৱা হ'ল। সংস্কৃতৰ দৰে নাটৰ আন উপাদানৰ ক্ষেত্ৰতোযে একে আকালেই আমাৰ লগ ললে, তাকো শৰ্মাৰ এই সংকলন আৰু ভূমিকাই দেখুৱাব।

এই নাটবোৰ শঙ্কৰী নাটৰ অৱক্ষয়ৰ সাক্ষৰ হ'লেও, সিহঁতৰ সাহিত্যিক মূল্য বৰ সৰহ নহ'লেও, ঐতিহাসিক মূল্য নিশ্চয় হব। ৰোমান সাম্ৰাজ্য অৱক্ষয় আৰু পতনৰ ইতিহাসো তাৰ গৌৰৱৰ ইতিহাসৰ সমানেই প্ৰয়োজনীয় অধ্যয়ন। কিন্তু প্ৰকৃত মূল্য থকা নাটক



শঙ্কৰোত্তৰসকলে লেখা নাছিল, সিও নহয়। যি উৎসাহেৰে বৰদোৱাকে ধৰি নগাঁও অঞ্চলত আজিও ৰাৱণ-বধ'ৰ ভাওনা হয়, সি অঙ্কীয়া ভাওনাৰ সমানেই হ'ব। এনে থলত ডক্টৰ শৰ্মাই শঙ্কৰোত্তৰ নাটৰ ইতিহাসৰ অধ্যয়নলৈ এইফেৰা ভাল বৰঙণি আগ বঢ়াই আমাৰ ধন্য-বাদৰ পাত্ৰ হ'ল। বাঞ্ছা কৰোঁ, সাহিত্যামোদীসকলে এইভাৱেই এই প্ৰকাশনখনি গ্ৰহণ কৰিব।

২৭ মেই ১৯৭৩ — মহেশ্বৰ নেওগ

# পাতনি

পুৰনি অসমীয়া সাহিত্যত 'অঙ্ক' বা অঙ্কীয়া নাটসমূহে এক বিশিষ্ট স্থান অধিকাৰ কৰিছে। মধ্যযুগৰ প্ৰান্তীয় সাহিত্যৰ ভিতৰত অসমীয়া অঙ্কীয়া নাটসমূহে পৰম্পৰা আৰু প্ৰাচীনতা দাবী কৰিব পাৰে। এই ক্ষেত্ৰত মিথিলা নেপালো সম্মানৰ অধিকাৰী। ভাৰতৰ অন্য প্ৰদেশ বা ৰাজ্যত ৰচিত নাটৰ পৰম্পৰা দেখা নেযায়, কেৱল কেৱলত সপ্তদশ শতিকাৰ শেষৰপৰা 'কথাকলি' নাট ৰচনাৰ পৰম্পৰা আৰম্ভ হয়। মিথিলা আৰু নেপালত ৰচিত হোৱা নাটসমূহৰ মাত্ৰ গীতবোৰ মৈথিলী বা নেৱাৰী, বাকী সকলো সংস্কৃতত। বিদ্যাপতিৰচিত 'গোৰক্ষবিজয়' নাটেই এই বিষয়ত পথপ্ৰদৰ্শক বুলি কব পাৰি, অৱশ্যে অষ্টাদশ শতিকা মানৰপৰা সংস্কৃতৰ প্ৰাধান্য হ্ৰাস পাই আহে, তাৰ ঠাই অধিকাৰ কৰে মৈথিলী আৰু নেৱাৰী গদ্য আৰু গীতে। যাহওক, প্ৰাচীনতাৰ ফালৰপৰা অসমীয়া নাটৰ ঐতিহ্য অবিসম্বাদী।

অঙ্কীয়া নাটৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱ। তেখেতে কেনে পৰিস্থিতিত, কি উদ্দেশ্যে কি উপাদান লৈ অঙ্কীয়া নাট ৰচনা কৰিলে সেই বিষয়ে অনেক আলোচনা হৈছে, তাৰ পুনৰুক্তি নিষ্প্ৰয়োজন। সত্ৰ-সভা, ৰজাঘৰ-প্ৰজাঘৰ সকলোতে অঙ্কীয়া ভাওনাই প্ৰতিপত্তি লাভ কৰে। ডক্টৰ কাকতিৰ ভাষাত "ই কালক্ৰমত লোকমনোৰঞ্জন, লোকসংগ্ৰহ আৰু লোকহিতৰ মাধ্যম হৈ পৰিল।" অসমীয়া সংস্কৃতিৰ অপৰিহাৰ্য্য অঙ্গ হৈ এই নাট শ্ৰেণীয়ে জনমঙ্গল আৰু জনবিনোদত বৰঙণি যোগালে। মহাপুৰুষ দ্বগৰাকী আৰু তেখেতসকলৰ অব্যবহিত ভক্ত কৰিসকলে অঙ্কীয়া নাটৰ ঐতিহ্য পৰিপুষ্ট কৰাত যথেষ্ট অৰিহণা যোগায়। এই-সকলৰ ভিতৰত ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, গোপাল আতা বিশেষ ভাবে উল্লেখযোগ্য। ৺কালিৰাম মেধিয়ে মহাপুৰুষ দ্বগৰাকীৰ নাট-কেইখনৰ লগতে তেখেতসকলৰ প্ৰায় সমসাময়িক নাটৰচক কেইজনৰ

নাট অন্তর্ভুক্ত কৰি সৰ্ব্বমুঠ ২১ খন নাটৰ সংকলন ১৯৫০ চনত প্ৰকাশ কৰিছিল। তেখেতে সেই সংকলনটোক প্ৰথম খণ্ড বুলিছে, গতিকে পৰৱৰ্ত্তী কালত ৰচিত হোৱা নাটৰ এটা সংকলন দ্বিতীয় খণ্ডৰূপে প্ৰকাশ কৰাৰ ইচ্ছা তেখেতৰ নিশ্চয় আছিল আৰু সেই উদ্দেশ্যে কিছু সময় সংগ্ৰহো কৰিছিল বুলি শুনা যায়। কিন্তু দুৰ্ভাগ্যক্ৰমে দ্বিতীয়-খণ্ডই প্ৰকাশৰ মুখ দেখা নেপালে।

অসমৰ বিভিন্ন পুৰাতত্ত্ব সম্বন্ধীয় গ্ৰন্থাগাৰত বহুখিনি ভাওনাৰ নাট সংৰক্ষিত হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিসংৰক্ষণ গ্ৰন্থাগাৰ, অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, কামৰূপ অনুসন্ধান সমিতি, অসম ৰাজ্যিক সংগ্ৰহালয়, আদি অনুষ্ঠানসমূহত বহুতো পুৰণি অঙ্কীয়া নাট সংৰক্ষিত আছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিসংৰক্ষণ বিভাগতে শতাধিক পুৰণি নাট সংৰক্ষণ কৰা হৈছে। অৱশ্যে তাৰে কিছুমান খণ্ডিত অৱস্থাত পোৱা গৈছে। ইয়াৰ বাহিৰেও প্ৰত্যেক প্ৰতিষ্ঠাশীল সত্ৰত বিভিন্ন সত্ৰাধিকাৰে ৰচনা কৰা অঙ্কীয়া নাট পুৰুষানুক্ৰমে সংৰক্ষিত হৈছে। ইয়াৰে আংশিক নাটৰ উল্লেখ অতুল চন্দ্ৰ হাজৰীকাৰ 'মঞ্চ-লেখা' ডক্টৰ হৰিচন্দ্ৰ ভট্টাচাৰ্য্যৰ "অসমীয়া নাট্যসাহিত্যৰ জিলিঙনিত" ডঃ মহেশ্বৰ নেওগৰ "অসমীয়া সাহিত্যৰ ৰূপৰেখা"ত আৰু আমাৰ নিজা 'নাট্য সাহিত্য'ৰ পাদটীকাত উল্লেখ কৰা হৈছে। কিন্তু সৰহভাগ এতিয়াও উদ্ধাৰ হোৱা নাই; সময় থাকোঁতেই উদ্ধাৰ নহলে কালৰ সোঁতত লয় পাব আৰু অসমীয়া সাহিত্যৰ মূল্যবান সম্পদ এটা নষ্ট পাব।

মহাপুৰুষ দুজনে ৰচনা কৰি যোৱা নাটৰ আৰ্হিতে পাছৰ, বিশেষকৈ ১৭ শ—১৯ শ শতিকাৰ নাটসমূহ ৰচিত হৈছিল যদিও কিছুমান ক্ষেত্ৰত অৱক্ষয়ৰ বা অৱনতিৰ লক্ষণ পৰিস্ফুট হোৱা দেখা পাওঁ। দৰাচলতে কবলৈ গলে মাধৱদেৱৰ নাট কোনেও অনুসৰণ কৰিবলৈ চেষ্টা কৰা আমাৰ চকুত এতিয়ালৈকে পৰা নাই। দুই-এখন মাধৱদেৱৰ নামতে 'ঝুমুৰা' প্ৰচলিত আছে। তাৰ বাহিৰে স্বকীয় নামত কোনো পৰৱৰ্ত্তী নাট্যকাৰে 'ঝুমুৰা' ৰচনা কৰাৰ প্ৰয়াস কৰা নাই। ইও এটা ভাবিবলগীয়া কথা। কিয় বাৰু মাধৱদেৱৰ আৰ্হিত 'ঝুমুৰা' ৰচনা কৰিবলৈ চেষ্টা নকৰিলে? সম্ভৱতঃ শঙ্কৰদেৱৰ নাটৰ আৰ্হি অনুসৰণ কৰিবলৈ সহজ পাইছিল, কাৰণ তেনে নাটৰ নিমিত্তে একোটা



প্ৰস্তুত আখ্যান সহজে বাছি লব পাৰিছিল। মাধৱদেৱৰ নাটত প্ৰস্তুত আখ্যান (দধিমথনৰ বাহিৰে) নাছিল, একোটা আমোদজনক পৰিস্থিতিক নাটকীয় ৰূপ দিছিল। এনে পৰিস্থিতিক আকৰ্ষণীয় ৰূপ দিবৰ ক্ষমতা নথকাৰ কাৰণেও হয়তো 'ঝুমুৰা' ৰচিত নহৈছিল। দ্বিতীয়তে 'ঝুমুৰা' জাতীয় নাটৰ অভিনয়ে আধাঘণ্টাতকৈ অধিক সময় নলয়, গতিকে দৰ্শকক অধিক সময় আমোদ দিবৰ কাৰণে পূৰ্ণাঙ্গ কাহিনী থকা নাটৰ প্ৰয়োজনে ঝুমুৰা লেখিবলৈ অনুপ্ৰেৰণা নিদিছিল। যাওহক, ১৭শ-১৯শ শতিকাৰ ভিতৰত অলেখ নাট ৰচিত হৈছিল। সেই নাটবোৰৰ প্ৰতিনিধিমূলক এটা ডাঙৰ সংগ্ৰহৰ প্ৰয়োজন। এই সংগ্ৰহত ১৭—১৮শ শতিকাত ৰচনা কৰা ১০খন নাট সংযোগ কৰা হৈছে। এটাইকেইখন বিশ্ববিদ্যালয়ৰ পুথিসংৰক্ষণ বিভাগত সংৰক্ষিত আছে।

মহাপুৰুষ দুজনাৰ আৰু তেওঁলোকৰ প্ৰায় সমসাময়িক নাট্যকাৰসকলৰ নাটৰ লগত কি কি বিষয়ত পৰৱৰ্ত্তী নাটসমূহৰ প্ৰভেদ পৰিলক্ষিত হয় সেই বিষয়ে আমি আলোচনা কৰি চাওঁ। প্ৰথমতে চকুত পৰে সংস্কৃত শ্লোকৰ গতানুগতিকতা, অৰ্থাৎ প্ৰৱেশৰ শ্লোকবোৰ একে মাৰ্কা মৰা হৈ পৰিল। শ্লোক ৰচনাত অজস্ৰ ছন্দ আৰু ব্যাকৰণৰ ভুল চকুত পৰে। মহাপুৰুষৰ নাটত শ্লোক থকা কাৰণেই জনাই নজনাই শ্লোক সংযোগ কৰাৰ ব্যৰ্থ প্ৰয়াস মনকৰিবলগীয়া বিশেষত্ব। বেছিভাগ ক্ষেত্ৰতে ভাবটো ৰাখি শ্লোকটো পুনৰ নিৰ্ম্মাণ কৰি দিব লগাত পৰিছে। কোনো নাটত নান্দীশ্লোক আৰু মাজৰ শ্লোক পৰিহাৰ কৰাও দেখা যায়। আমাৰ সংগ্ৰহত অৱশ্যে তেনে নাট সংযোগ কৰা নাই। শ্লোকৰ অমৌলিকতা, অপৰিশুদ্ধতা আৰু ক্ৰম বিৰলতালৈ দৃষ্টি ৰাখি এইটো নিঃসন্দেহে কব পাৰি যে সত্ৰীয়া পৰিবেশত সংস্কৃত চৰ্চ্চাৰ গুৰুত্ব কিছুপৰিমাণে কমি গৈছিল। অৱশ্যে বহু ক্ষেত্ৰত নকলকাৰেও ভুলৰ সংখ্যা বৃদ্ধি কৰে। কেতিয়াবা বিষয়বস্তুৰ লগত কোনো সম্পৰ্ক নথকা ক'ৰবাৰ শ্লোক একোটাও ভুলভালে সংযোগ কৰা দেখা যায়। দ্বিতীয় মনকৰিবগীয়া বিশেষত্ব হ'ল নাটবোৰত ভাৱৰীয়াৰ বচন হিচাপে প্ৰয়োগ হোৱা পদসমূহ। এই পদবোৰৰ সৰহ ভাগেই ৰামায়ণ, ভাগৱত, মহাভাৰত আৰু কীৰ্ত্তন আদিৰপৰা চয়ন কৰা। বিশেষকৈ যুদ্ধবিগ্ৰহৰ আদিতে পাত্ৰ-পাত্ৰীয়ে প্ৰয়োগ কৰা বাক্যুদ্ধৰ পদবোৰ নাট্যকাৰ-

সকলে সহজতে নাটত প্ৰয়োগ কৰিবলৈ সুবিধা পাইছিল। শঙ্কৰদেৱ, মাধৱকন্দলী, ৰামসৰস্বতী, অনন্তকন্দলী আদিৰ কাব্যবোৰৰ পদবচনবোৰ অধিক পৰিমাণে প্ৰয়োগ হোৱা দেখা যায়। যত অন্য গ্ৰন্থৰ পদ লোৱাৰ সুবিধা নাই, তাত লেখকে নিজেই পদাত্মক বচন ৰচনা কৰি দিছে। বচন বা ভাৱৰীয়াৰ উক্তি-প্ৰত্যুক্তি পদাশ্ৰয়ী হোৱাৰ প্ৰৱনতাই দেখা দিলে।

তৃতীয় চকুত পৰা বিশেষত্ব হল দীৰ্ঘ লেছাৰী বা মুক্তাৱলী ছন্দত ৰচনা কৰা বিলাপ গীতৰ প্ৰচুৰ প্ৰয়োগ। বিলাপ-গীত অভিনয়ৰ এটা প্ৰধান আকৰ্ষণৰ বিষয় হৈ পৰিল। আনকি সম্পূৰ্ণ ভাবে সংস্কৃতত ৰছনা কৰা কবিচন্দ্ৰ দ্বিজৰ 'কামকুমাৰ হৰণ' নাটতো নাট্যকাৰে উষাৰ মুখত এটা অসমীয়া বিলাপৰ গীত দিয়াৰ লোভ সামৰিব নোৱাৰিলে। স্ত্ৰী-চৰিত্ৰৰ মুখত এনে মুক্তাৱলী ছন্দৰ বিলাপ গীত অধিক পৰিমাণে দেখা যায়, কিন্তু পুৰুষৰ ক্ষিত্ৰতো সি একেবাৰে বৰ্জ্জিত হোৱা নাছিল। মহাপুৰুষ দুজনাৰ নাটত নথকা মুক্তাৱলী ছন্দৰ এনে বিলাপ গীতৰ জনপ্ৰিয়তা পাছত কিয় বাঢ়িল ? সম্ভৱতঃ ব্ৰজাৱলী ভাষাৰ ৰাগতাল যুক্ত কৰুণ গীত মহাপুৰুষসকলৰ, বিশেষকৈ শঙ্কৰদেৱৰ নাটত অভাৱ নাছিল যদিও, অসমীয়া ভাষাত কান্দোনৰ সুৰত গোৱা গীতে দৰ্শকক অধিক আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। গালত বা কপালত হাত দি আঠু কাঢ়ি বা বহি বহি ৰাউচি জুৰি গোৱা সুৰে গাঁৱৰ দৰ্শকৰ হৃদতন্ত্ৰীত সহজে আঘাত কৰিব পাৰিছিল।

চতুৰ্থ চকুত পৰা পাৰ্থক্য হল মুক্তিমঙ্গল ভটিমাৰ অভাৱ। বহু নাটৰ পৰা মুক্তিমঙ্গল ভটিমা বাদ পৰিল। মুক্তিমঙ্গল ভটিমা কিয় লাহে লাহে হ্ৰাস কৰি অনা হল ; ব্ৰজাৱলীত ৰচিত পয়াৰ কিয় পৰিহৃত হবলৈ ধৰিলে সেইটোও ভাবিব লগীয়া কথা। ব্ৰজাৱলী ভাষাৰ ওপৰত দখল কমি অহা এটা কাৰণ হয়তো হব পাৰে, কাৰণ বহু নাটতে ব্ৰজাৱলী পৰিহাৰ কৰাৰ প্ৰয়াস দেখা যায়। কিন্তু মুক্তি-মঙ্গল আৰু চপয় পৰিহৃত হোৱাৰ ফলত নাটৰ গাম্ভীৰ্য্য বহুখিনি হ্ৰাস যে পালে সেই বিষয়ে সন্দেহ নাই। মুক্তিমঙ্গল ভটিমাই যি গাম্ভীৰ্য্যপূৰ্ণ ধাৰ্ম্মিক পৰিমণ্ডল সৃষ্টি কৰি নাটৰ সামৰণি পেলায়, সাধাৰণ মোখনি মৰা গীতে এই পৰিমণ্ডল সৃষ্টি কৰিব নোৱাৰে।



তদুপৰি নাটবোৰৰ মৌলিকতা হ্ৰাস পালে। কাহিনী ৰচনা, চৰিত্ৰ সৃষ্টি, সাঙ্গীতিক পৰিবেশৰচনা কৰিত্ব—এই সকলোবোৰতে গতানুগতিকতা আৰু অনুকৰণধৰ্ম্মিতাই প্ৰাধান্য বিস্তাৰ কৰিলে। শঙ্কৰদেৱে পাৰিজাতহৰণ বা ৰুক্মিণীহৰণত কম পৰিসৰৰ ভিতৰতে যেনেকৈ স্বকীয় প্ৰতিভাৰ ভাস্বৰ স্বাক্ষৰ ৰাখি গৈছে, তেনেকৈ মূল পৌৰাণিক কাহিনীৰ প্ৰাণবস্তু ( Spirit ) অব্যাহত, ৰাখি, কৰিত্ব গীত, চৰিত্ৰ সৃষ্টিৰ স্বকীয়তাৰে কাহিনী উজলাই তুলিব পৰা নাট্যকাৰৰ সংখ্যা বৰ কম। সেইকাৰণেই অসমীয়া সাহিত্যৰ আন শাখাৰ দৰে নাট্য সাহিত্যই ১৭—১৯ শ শতিকাৰ বিস্তৃতি লাভ কৰিলেও গভীৰতা হেৰুৱালে ; অৱসাদৰ যুগে সাহিত্যক আবৰি ধৰিলে।

আমাৰ আলোচ্য সংগ্ৰহত সন্নিবিষ্ট হোৱা ১০ খন নাট হল— (১) শ্ৰীৰামৰ সুভদ্ৰাহৰণ, (২) স্যমন্ত-হৰণ, (৩) গোপালৰ 'জৰাসন্ধ-বধ, (৪) গোপালৰ সীতাহৰণ-নাট, (৫) গোপালৰ বলিছলন, (৬) লক্ষ্মীনাথ দাসৰ 'কুমৰহৰণ' (৭) শতস্কন্ধ ৰাৱণ-বধ, (৮) প্ৰভাস যাত্ৰা, (৯) কৈৱল্যানন্দৰ 'কংসবধ' আৰু (১০) দ্বিজ মহীন্দ্ৰৰ 'বোধোদয়' এই নাটকেইখনত সপ্তদশ শতিকাৰপৰা অষ্টাদশৰ শেষলৈকে বা ঊনবিংশৰ আদি-লৈকে প্ৰায় দুশ বছৰৰ নাট প্ৰতিনিধিত্ব কৰিছে বুলি কব পাৰি। বিশ্ববিদ্যালয়ৰ পুথিসংৰক্ষণ গ্ৰন্থাগাৰত আৰু ভালে কেইখন অপ্ৰ-কাশিত নাট আছে, কিন্তু তাৰে কিছুমান খণ্ডিত আৰু কিছুমানৰ শ্লোকবোৰ একেবাৰে বাদ দিব লাগিব। ভৰিষ্যতে সময় আৰু সুবিধা বুজি দ্বিতীয় এটা সংগ্ৰহ উলিয়াবলৈ চেষ্টা কৰা হ'ব।

**(১) সুভদ্ৰাহৰণ-নাট ঃ** বিশ্ববিদ্যালয় পুথি সংৰক্ষণ বিভাগৰ ৪৪ নং পুথি। এই সাঁচিপতীয়া পুথি আঁহতগুৰি সত্ৰৰপৰা মোহন চন্দ্ৰ গোস্বামীৰ যোগেদি পোৱা যায়। নাট্যকাৰ শ্ৰীৰাম। সম্ভৱতঃ ভবানীপুৰীয়া গোপালদেৱৰ অন্যতম প্ৰধান শিষ্য আঁহতগুৰিৰ শ্ৰীৰাম আতাই এই নাটৰ নাট্যকাৰ। তেতিয়া হলে এই নাটৰ ৰচনাৰ কাল সপ্তদশ শতিকাৰ আদি ভাগ হব। শ্ৰীৰাম আতা বহুত দিন কালঝাৰ সত্ৰত আছিল পুতেক ৰামানন্দইহে আহঁতগুৰি সত্ৰ প্ৰতিষ্ঠা কৰে বুলি "ৰাম গোপাল-চৰিতত পোৱা যায়। শ্ৰীৰাম আতা কিছুদিন উজনিৰ বংশীগোপাল

দেৱৰ লগতো আছিল। তাৰ পাছত বৰ যদুমণিৰ লগত ভটিয়াই আহি ভবানীপুৰীয়া গোপাল আতাত শৰণ-ভজন লয়। শ্ৰীৰামৰ পিতৃৰ নাম গোবিন্দ মিশ্ৰ (মিশ্ৰ-গীতা ৰচক নহয়)।

'সুভদ্ৰাহৰণ' নাটখনৰ নাট্যকাৰৰ ওপৰত মহাপুৰুষৰ প্ৰভাৱ প্ৰকাশ পাইছে। নাৰদৰ যোগেদি সুভদ্ৰা আৰু অৰ্জ্জুনৰ পূৰ্ব্বৰাগৰ সুচনা কৰাত শঙ্কৰদেৱৰ ৰুক্মিণীহৰণৰ প্ৰভাৱ পৰিলক্ষিত হয়। আনবোৰ গীততো, বিশেষকৈ ৰুক্মবীৰৰ দৰে বলৰামে অৰ্জ্জুনলৈ সুভদ্ৰাক দিবলৈ ইচ্ছা নকৰাত সুভদ্ৰাৰ মনত যি প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল সেই প্ৰতিক্ৰিয়া ৰুক্মিণীৰ ভাৱৰ অনুৰূপ। সন্যাসী বেশী অৰ্জ্জুনৰ দ্বাৰকাত বলৰামৰ ঘৰত সুভদ্ৰাৰ লগত দৃষ্টি বিনময় আৰু অন্তৰৰ আদান-প্ৰদান, দেৱযাত্ৰা উৎসৱত ভণ্ডযোগী অৰ্জ্জুনৰ সুভদ্ৰাৰ কাৰণে অপেক্ষাৰত অৱস্থা আৰু অৱশেষত কৃষ্ণই দিয়া ৰথত তুলি সুভদ্ৰাক অপহৰণ, বলৰামৰ যুদ্ধযাত্ৰা আৰু অৱশেষত কৃষ্ণৰ বুজনিত ভদ্ৰাৰ্জ্জুনৰ বিয়াত সন্মতি প্ৰদান—এই গোটেইবোৰ কথা শ্ৰীৰামে আকৰ্ষণীয় ৰূপত উপস্থাপন কৰিছে। সুভদ্ৰাৰ ৰূপত হোমৰ গুৰিত পুৰোহিতৰ মূৰ্চ্ছা প্ৰাপ্তও শঙ্কৰদেৱৰ নাটৰ অনুৰূপ পৰিস্থিতি। নাটখনত গীতখিনি আকৰ্ষণীয় আৰু কম পৰিসৰতে নাট্যকাৰে চৰিত্ৰ কেইটাৰ বিশেষত্ব ফুটাই তুলিবলৈ সক্ষম হৈছে।

(২) **স্যমন্তহৰণ-নাট**। এই পুথিও আহঁতগুৰিৰ মোহন চন্দ্ৰ গোস্বামীৰ পৰা পোৱা হৈছিল। বিশ্ববিদ্যালয় পুথি সংৰক্ষণ বিভাগৰ ক্ৰমিক সংখ্যা ৪৩। সাঁচি পাতত লেখা পুথিখনৰ কতো নাট্যকাৰৰ নাম পোৱা নাযায়। প্ৰৱেশৰ শ্লোক কেইটাৰ বাহিৰে বাকীকেইটা শ্লোক ভাগৱতৰ দশম স্কন্ধৰ স্যমন্তহৰণ-জাম্বৱতীবিৱাহ অংশৰ। দ্বিতীয় নান্দীশ্লোকত শঙ্কৰদেৱক প্ৰণাম কৰা কথা মন কৰিব লগীয়া, কাৰণ সাধাৰণতে দ্বিতীয় নান্দী শ্লোকত বিষয়বস্তুহে সূচনা কৰা পূৰ্ব্বাপৰৰীতি। নাটখনৰ ভটিমাত নাট্যকাৰে ভাগৱত দশম স্কন্ধৰ (আদ্য, মধ্যম) এটি থূলমূল বিৱৰণ দিছে। নাটখনত গীত পদ আৰু বচনৰ যোগেদি কাহিনীটো কেৱল আগবঢ়াই নিছে, চৰিত্ৰসৃষ্টিৰ প্ৰয়াস নাই। ৰামচৰণ ঠাকুৰৰ নাটৰ বাহিৰে আৰু দুখনমান স্যমন্তহৰণ নাট পোৱা গৈছে, এখনৰ লেখক দ্বিজ গোবিন্দ (পুথি নং ৫০৫)



(২) **জৰাসন্ধ বধ**ঃ বিশ্ববিদ্যালয় পুথি সংৰক্ষণ বিভাগৰ ৫৫৮ নং পুথি। লেখক কোনোবা এজন দীন গোপাল। দীন বিনয়সূচক বিশেষণ মাত্ৰ। এই নাটৰ ভটিমাটো শঙ্কৰদেৱৰ কেলিগোপাল নাটৰ পৰা লৈছে। নাট্যকাৰে অতি দ্ৰুতগতিত কাহিনী আগবঢ়াই নি কম পৰিসৰতে পৰি সমাপ্তি ঘটাইছে, মাধৱদেৱৰ ৰাজসূয় কাব্যৰ পদৰ কিছু প্ৰভাৱ নাটখনত পৰিছে।

(৪) **সীতাহৰণ-নাট**ঃ বিশ্ববিদ্যালয় পুথি সংৰক্ষণ বিভাগৰ ৩৫৩ নং পুথি। ভোগবাৰী সত্ৰৰ সোমকান্ত মহন্তৰ পৰা পুথিখন সংগ্ৰহ কৰা হৈছিল। 'জৰাসন্ধ বধ' নাট লেখোতাজনৰপৰা এইজন গোপাল পৃথক। ৰচনাভঙ্গী আৰু শব্দ প্ৰয়োগ আদিত সাদৃশ্য নাই। সীতাহৰণ-নাটৰ লেখকৰ ওপৰত মাধৱ কন্দলীৰ ৰামায়ণৰ প্ৰচুৰ প্ৰভাৱ পৰিলক্ষিত হয়। মাধৱ কন্দলীৰ ৰামায়ণৰ পদ উদ্ধৃত কৰাৰ উপৰিও ঠায়ে ঠায়ে দৰ্শকৰ মনোৰঞ্জনৰ কাৰণে দুই এটা স্বৰচিত পদ আৰু গীত সুমুৱাই দিছে। এই প্ৰসঙ্গত ৯ নং পদলৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল। কিছুমান তৎসম নাম বাচক বিশেষ্যই তদ্ভব ৰূপ লৈছে—যেনে জটায়ুৰ ঠাইত জণ্টাউ, দণ্ডকাবনৰ ঠাইত দণ্ডুকাবন, মাৰীচৰ ঠাইত মাৰুচ। নাটখনৰ কাহিনী চমুৱাবলৈ লেখকে যত্ন কৰা নাই। বিৰাধ বধৰপৰা আৰম্ভ কৰি খৰদূষণবধ, সীতাহৰণৰ মাজেদি অৱশেষত কবন্ধ বধলৈকে গোটেই খিনি কথা নাটখনে সামৰিছে ॥ তাৰ মাজতে প্ৰধান চৰিত্ৰকেইটাৰ কাৰ্য্যকলাপ আৰু চৰিত্ৰ ফুটাই তুলিবলৈ চেষ্টা কৰিছে।

(৫) **বলিছলন-নাট**ঃ তিনিচুকীয়াৰ মোহন চন্দ্ৰ মহন্তৰ পৰা পোৱা এই নাটখনৰ ক্ৰমিক সংখ্যা ২৩০৫। ৰচক গোপাল দেৱ। তুলাপাতত লিখা এই পুথিখন অষ্টাদশৰ শেষ নাইবা ঊনবিংশ শতাব্দীৰ আদি ভাগৰ ৰচনা। এইজন গোপালদেৱ কোন আছিল জনা নাযায়, কিন্তু আগৰ দুজনৰ পৰা তেওঁ যে পৃথক সেই বিষয়ে সন্দেহ নাই। নাটখনত মহাপুৰুষ শঙ্কৰদেৱৰ বলিছলন কাব্যৰ স্পষ্ট প্ৰভাৱ পৰিছে। নাটৰ সৰহ ভাগ গীত পদ বলিছলন-কাব্যৰ ওপৰত প্ৰতিষ্ঠিত। এই প্ৰসঙ্গত নাটৰ ৮, ৯, ১০ সংখ্যাক পদৰাজীলৈ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

কাহিনীৰচনাত ভাগৱতৰপৰা লেখক আঁতৰি যোৱা নাই। দুই এটা গীতত নাট্যকাৰে বিষয় উপযোগী গীত ৰচনা কৰা ক্ষমতাও প্ৰদৰ্শন কৰিছে। প্ৰসঙ্গৰ লগত অপ্ৰাসঙ্গিক যদিও নটৰাজ শিৱৰ নৃত্যপ্ৰকাশক গীতটোৱৈ (১২ নং) এই ক্ষেত্ৰত আঙুলিয়াব পাৰি।

**(৬) কুমৰহৰণ-নাট :** বিশ্ববিদ্যালয়ৰ পুথি সংৰক্ষণ বিভাগত ইয়াৰ ক্ৰমিক সংখ্যা হ'ল ৩৩৯,। লেখক লক্ষ্মীনাথ দাস। পুথিখন তুলাপাতত লেখা! লক্ষ্মীনাথ দাসৰ সবিশেষ একো জনা নাযায়। ইয়াৰ এটা পাঠ পুৰাতত্ত্ব বিভাগতো সংৰক্ষিত আছে। নাটখন প্ৰথম অভিনীত হৈছিল মহাৰাজ চন্দ্ৰকান্ত সিংহৰ আদেশত। নাটৰ শেষ ভটিমাত এনেদৰে পোৱা যায় :—

শ্ৰীচন্দ্ৰকান্ত ৰাজা নৃপতি প্ৰধানা।
কৰাৱত ওহি নাট নিৰমাণা॥

সেই ভটিমাৰে আন এঠাইত মহাপুৰুষ শঙ্কৰদেৱক অৱতাৰী পুৰুষৰূপে উল্লেখ কৰিছে :—

শ্ৰীমন্তশঙ্কৰদেৱ সন্ত অৱতাৰ।
যাৰ যশ-কীৰ্ত্তি গৈলা সকলে জগত।
সোহি কৰতু মুক্তিমঙ্গল বিধান॥

নাটখনত অনন্ত কন্দলীৰ কুঁজী, নাপিত, গণকসক্ৰান্ত হাস্যজনক ঘটনাৰ প্ৰভাৱ মন কৰিব লগীয়া। কুমৰহৰণৰ পদো দুই এঠাইত উদ্ধৃত হৈছে। নাটখনে নান্দী, প্ৰাৰম্ভিক ভটিমা, মুক্তিমঙ্গল ভটিমা, পয়াৰ আদিৰে মহাপুৰুষৰ নাটৰ সম্পূৰ্ণ লক্ষণ পূৰ্ণ কৰিছে। কেইটামান ভাগৱতৰ শ্লোক আছে যদিও স্বৰচিত শ্লোকো দুই-চাৰিটা আছে। লেখকৰ নাট্য-সামৰ্থ্য নথকা নহয়। লেখকৰ লগত যে মূল ভাগৱতৰ পৰিচয় আছিল তাৰ আন এটা প্ৰমাণ ১৬৭ পৃষ্ঠাত থকা ২৯নং ভটিমাটো। এই মূলৰ শিৱস্তুতিৰ হুবহু অনুবাদ। লেখকে উষা-অনিৰুদ্ধৰ প্ৰণয়কাহিনী আৰু হৰিহৰৰ যুদ্ধ কম পৰিসৰতে গীতমাতেৰে আকৰ্ষণীয় ৰূপত ফুটাই তুলিছে।



**(৭) শতস্কন্ধ ৰাৱণবধ :** গুৱাহাটী বিশ্ববিদ্যালয়ত পুথি-সংৰক্ষণ বিভাগত এই নামৰ দুখন নাট সংৰক্ষিত হৈছে। এখন ওদালগুৰিৰ অমূল্যনাৰায়ণ চৌধুৰীৰপৰা সংগ্ৰহ কৰা। এইখনৰ ক্ৰমিক সংখ্যা ৪৪৭, আৰু আনখন কৰপৰা সংগ্ৰহ কৰা উল্লেখ নাই, ক্ৰমিক সংখ্যা ৬৯। দ্বিতীয়খন সম্পূৰ্ণ কাৰণে অন্তৰ্ভুক্ত কৰা হ'ল। শতস্কন্ধ ৰাৱণ বধৰ কাহিনী 'অদ্ভুত ৰামায়ণ'ৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াত সীতাই কালীৰূপ ধৰি শতস্কন্ধ ৰাৱণক বধ কৰিছে। শতস্কন্ধ ৰাৱণৰ হাতত ৰামৰ পৰাজয় ঘটে। গতিকে এইখন নাট শাক্তপন্থী বুলিব পাৰি, কাৰণ সীতা ইয়াত কালীৰূপে অৱতীৰ্ণ হৈছে। নাটখনৰ ভাৱৰীয়াৰ উক্তি-প্ৰত্যুক্তিবোৰ আমোদজনক, নাটকীয় গুণবিশিষ্ট। নাটখনত ৰামচৰিত্ৰৰ গাম্ভীৰ্য্য ৰক্ষা হোৱা নাই। কথাত বীৰত্ব প্ৰকাশ কৰিলেও কাৰ্য্যতঃ শতস্কন্ধৰ লগত দুয়োবাৰ পৰাজিত হৈছে আৰু শেষত সীতাৰ কালীমূৰ্ত্তি দেখি ভয়ত লৰ মাৰি দেৱসমাজত আত্মগোপন কৰিছে।

**(৮) প্ৰভাস-যাত্ৰা :** বিশ্ববিদ্যালয়ৰ পুথি-সংৰক্ষণ বিভাগৰ ৪৬৫ নং পুথি। সংগ্ৰহস্থান জনা নাযায়। দৰাচলতে পুথিখনৰ নাম হব লাগিছিল ঘোষ-যাত্ৰা। কিন্তু নাটখনত পাণ্ডৱসকল প্ৰভাস তীৰ্থত থকা বুলি দেখুৱাই প্ৰভাস-যাত্ৰা নামকৰণ কৰিছে। বনবাসৰ দুখকষ্টত ম্ৰিয়মান হৈ থকা পাণ্ডৱসকলৰ আগত বিভৱগৌৰৱ দেখুৱাবলৈ গৈ চিত্ৰৰথ গন্ধৰ্ব্বৰ হাতত কৌৰৱসকল লাঞ্ছিত হয়, দুৰ্য্যোধন বন্দী হয়। শেষত অৰ্জ্জুনে গৈ চিত্ৰৰথক যুদ্ধত পৰাজয় কৰি তেওঁলোকক মোকোলাই দিয়ে। দুৰ্য্যোধন শেনটোৰ দৰে আহি ফেঁচাৰ দৰে উভতি যাব লগা হ'ল। কাহিনীটোক ভাওনাৰ উপযোগী কৰি ৰূপ দিয়াৰ বাহিৰে অন্য বিশেষত্ব চকুত নপৰে। বচনবোৰত মহাভাৰতৰ ৰামসৰস্বতীৰ ঘোষযাত্ৰাৰ পদৰ প্ৰভাৱ সুস্পষ্ট।

**(৯) কংসবধ :** বিশ্ববিদ্যালয়ৰ পুথি সংৰক্ষণ বিভাগত এই নামৰ দুখন নাটক আছে। এখন ৰামচৰণ ঠাকুৰৰ, (নং ৫৫৭) আৰু দ্বিতীয় দিহিং সত্ৰৰ কৈবল্যানন্দৰ 'কংস বধ'। প্ৰথমখন ৺মেধি ডাঙৰীয়াই প্ৰকাশ কৰে। সেইকাৰণে দ্বিতীয়খনকে প্ৰকাশ কৰিলৈ লোৱা হয়। নাটখন যথেষ্ট

ডাঙৰ। অক্ৰূৰৰ ব্ৰজাগমনৰ পৰা কংসবধলৈকে গোটেই ছোৱা ঘটনা বহলাই ৰূপায়িত কৰিছে। কৈৱল্যানন্দদেৱ (কৈঁৱল্যানন্দনদেৱ বুলিও কয়) দিহিং সত্ৰৰ পঞ্চম অধিকাৰ, চতুৰ্থ অধিকাৰ প্ৰেমভূষণৰ পুত্ৰ। এওঁৰ জন্ম হয় ১৬৩৭ শকত আৰু ১৭০৪ শকত বৈকুণ্ঠী হয়। ৰাজেশ্বৰ সিংহ মহাৰাজে এওঁৰ লগত সখিত্ব সূত্ৰত আবদ্ধ হৈছিল। এওঁ 'চিকন গোসাঞি' নামেও পৰিচিত। এওঁ ভালেখিনি গীত আৰু কেবাখনো নাট ৰচনা কৰে। তাৰ ভিতৰত দুখন, 'শ্ৰীৰামচন্দ্ৰজন্ম-নাটক' আৰু 'অমৃত-মথন' সংস্কৃত ঠাচত লিখা। অৰ্থাৎ গীতবোৰ বাহিৰে বাকীবোৰ সংস্কৃতত ৰচিত। বিশ্ববিদ্যালয়ত সংৰক্ষিত পুথিদুখনৰ সংস্কৃত বিশুদ্ধ নহয়। হয়তো নকলকাৰৰ "স্থূলহস্তাৱলেপ"ৰ ফলো হব পাৰে।

কংসবধৰ ভাষাৰ স্বকীয়তা আছে। শব্দ প্ৰয়োগ আৰু সমাসবদ্ধ বাক্যৰ প্ৰয়োগ সঘনে চকুত পৰে। প্ৰকাশভঙ্গী লয়যুক্ত। ঠায়ে ঠায়ে সম্পূৰ্ণ সংস্কৃততে দুই এটা বাক্য প্ৰয়োগ কৰাও লক্ষ্য কৰা যায়, "কাচিদ্‌ জৰালা তাপিতমনা এৱম্বিধমভাষৎ।" (পৃঃ ২৬৯)। কোনো কোনো ঠাইত সমাসবদ্ধ বাক্যই সংস্কৃতীয়া ঠাচ আনি দিছে—যেনেঃ- "গোদোহনকৃত চাহন্তে দলপতি যৈচে পৰমাদ্ভুত মনোহৰ ৰূপ ৰজত-মৰকত-কনকৰচিত-শৈলনয়তনু ৰামকৃষ্ণক ঐচন নিৰেক্ষি নয়ননীৰ নিগৰি ভগৱৎ ৰূপ জানি মানি স্যন্দন চোড়ি সপদি ক্ষিতৌ চৰণ-প্ৰান্তে দণ্ডৱতে প্ৰণাম কয়ল" (পৃঃ ২৬৩)। বিশেষণ প্ৰয়োগত কৈৱল্যানন্দৰ বিশেষ উৎসাহ পৰিলক্ষিত হয়। অনেক ঠাইত ভাষাই বৃত্তগন্ধী ৰূপ লৈছে, যথাঃ- 'তোহাত সম্প্ৰতি কহো, আগন্তুক কথা যেন তেন মতে কৰিবা। ৰামকৃষ্ণক বুজাই আনিবা এথা। কুবলয় দন্ত ভিৰি মৰাইবো। ছলে বলে প্ৰাণ যদি ৰহে, ৰঙ্গশালা পাইলে মালবন্ধে মাৰিবেক। তথা আনক আদি বান্ধৱগণ উগ্ৰসেন তাতক সহিতে কাটিবো। অৱশ্যে উপায়েসে হোৱে কাৰ্য্যৰ সিদ্ধি যত। এহি উপায় কৰি আমাক ৰাখিবো। বৈৰীক নাশি নিৰ্ভয়ে ৰাজ্যভোগ্য কৰিবো" (২৪৬)।

কৈৱল্যানন্দ পণ্ডিত লোক, পাণ্ডিত্যৰ ছাপ শব্দপ্ৰয়োগত, বাক্যৰচনাত স্পষ্ট। কিন্তু কাহিনীটো সৰসৰূপত প্ৰকাশ হৈছে যদিও সূত্ৰধাৰৰ প্ৰাধান্য আৰু বৰ্ণনাত্মক কথাৰ অধিক্য হেতুকে চৰিত্ৰাৱলীয়ে উজ্জ্বল-স্বকীয়তা লৈ প্ৰকাশ হোৱাৰ সুবিধা নেপালে।



বোধোদয়ঃ—এই নাট বিশ্ববিদ্যালয় পুথিসংৰক্ষণ বিভাগৰ ৪৪৪নং পুথি। ওদালগুৰিৰ অমূল্যনাৰায়ণ চৌধুৰীৰপৰা এই নাট সংগ্ৰহ কৰা হয়। পুথি তুলাপাতৰ, বহুখিনি খণ্ডিত। পোকে খাই দুই কাষে বহু অংশ নষ্ট কৰিছে। অঙ্কীয়া নাটৰ পৰম্পৰাত প্ৰবোধ-বোধোদয় নাটকে এটা নতুন দিশ উদঘাটন কৰিছে। এতিয়ালৈকে আৱিস্কৃত হোৱা অঙ্কীয়া নাটবোৰৰ বিষয়বস্তু পৌৰাণিক কহিনী। 'ধৰ্ম্মোদয়' বুলি এখন সংস্কৃত নাটক অষ্টাদশ শতিকাত ৰচিত হৈছিল। ইয়াত ঐতিহাসিক ঘটনা এটা ৰূপকৰ ভিত্তিত ৰূপ দিয়া হৈছে। মোৱামৰীয়া বিদ্ৰোহৰ ফলত লক্ষ্মীসিংহ ৰজা সাময়িক ভাবে সিংহাসনচ্যুত হৈছিল, ডা-ডাঙৰীয়া সকলৰ চেষ্টাত আকৌ সিংহাসন লাভ কৰে। নাট্যকাৰ ধৰ্ম্মদেৱে ধৰ্ম্মক ৰাজকীয় শক্তিৰ প্ৰতীক আৰু অধৰ্ম্মক মায়ামৰীয়াৰ প্ৰতীক ৰূপে লৈ ৰূপকৰ সৃষ্টি কৰি নাটখন ৰচনা কৰিছে। এইখিনিতে আমি মনত ৰাখিব লাগিব যে সৰহভাগ গোঁসাই-মহন্ত ৰাজকীয় শক্তিৰ পক্ষপাতী আছিল, কাৰণ তেওঁলোকে মায়ামৰীয়া শক্তিৰ অভ্যুত্থানত তেওঁলোকৰ স্বাৰ্থ ব্যাঘাত হব বুলি ভয় কৰিছিল, আৰু দৰাচলতে কিছু গোঁসাই-মহন্ত মায়ামৰীয়া মহন্তৰ ব্যৱহাৰত ক্ষুণ্ণও হৈছিল। ধৰ্ম্মদেৱ নিজে কৈহাটী সত্ৰৰ গোঁসাই আছিল। অষ্টাদশ শতিকাৰ শেষৰ ফালে তেওঁ এই নাট ৰচনা কৰে। অঙ্কীয়া নাটৰ প্ৰভাৱ পৰিলেও সংস্কৃত নাটৰ পৰম্পৰাতহে এই নাট ৰচিত হৈছিল। গতিকে এই নাটক অঙ্কীয়া নাটৰ উত্তৰাধিকাৰী বুলি কব নোৱাৰি। কিন্তু প্ৰবোধবোধদয়ত অঙ্কীয়া নাটৰ ঐতিহ্য পূৰ্ণমাত্ৰাই ৰক্ষিত হৈছে।

প্ৰবোধবোধোদয় বা বোধোদয় নাটৰ মূল হ'ল সংস্কৃত প্ৰবোধ-চন্দ্ৰোদয় নাট। এইখন নাটৰ বাহিৰে আন কোনো সংস্কৃত নাটৰ পুৰণি অসমীয়া ৰূপান্তৰ আমি নাপাওঁ। প্ৰবোধচন্দ্ৰোদয়ৰ নাট্যকাৰ হ'ল কৃষ্ণমিশ্ৰ; এওঁ খ্ৰিষ্টীয় একাদশ শতিকাৰ নাট্যকাৰ। চেন্দেলাৰাজ কীৰ্ত্তিকৰ্ম্মা আৰু তেওঁৰ মন্ত্ৰী-সেনাপতি গোপালৰ অনুপ্ৰেৰণাত এই নাট ৰচনা কৰে। নাটখন ৬টা অঙ্কত বিভক্ত আৰু বৈষ্ণৱ-অদ্বৈতবাদ প্ৰতিষ্ঠা কৰিছে। ৰূপকাত্মক এই নাটখনে সংস্কৃত নাটৰ এটা নতুন দিশ মুকলি কৰি দিয়ে। অলপ দিনৰ ভিতৰতে এই নাটৰ আৰ্হি আৰু অনুকৰণত বহুত নাট ৰচিত হয়। প্ৰবোধচন্দ্ৰোদয়ৰ দৰে কবিত্ব

আৰু পাণ্ডিত্যৰ মণিকাঞ্চন সংযোগ নঘটিলেও এইবোৰৰ ভিতৰত দুই-চাৰিখন উল্লেখযোগ্য। চতুৰ্দ্দশ শতিকাৰ ৱেঙ্কটনাথৰ 'সংকল্পসূৰ্য্যোদয়' ষোড়শ শতাব্দীৰ কবিকৰ্ণপুৰৰ 'চৈতন্যচন্দ্ৰোদয়', সপ্তদশ-অষ্টাদশ শতিকাৰ গোকুলনাথৰ 'অমৃতোদয়', আনন্দৰায়ৰ 'বিদ্যাপৰিণয়' আৰু প্ৰসিদ্ধ জৈন নাট 'মোহপৰাজয়' আদি নাট কৃষ্ণমিশ্ৰৰ অনুসৰণত ৰচনা কৰা ৰূপক নাট। নেপাল ৰাজকীয় সংগ্ৰহালয়ত এখন বৃহত প্ৰবোধচন্দ্ৰোদয় নাটো দেখা যায়, এইখন এখন মহানাটক। মূল প্ৰবোধচন্দ্ৰোদয়ৰ ঘটনা বহুখিনি বিস্তৃত কৰি ১৬টা অঙ্কত ইয়াক শেষ কৰিছে। এই-দৰে দেখা যায় একাদশৰপৰা অষ্টাদশ শতিকাৰ ভিতৰত ভালেখিনি allegorical নাট ৰচিত হয়, এইবোৰৰ নাটকীয় মূল্য কম, নাট্য পৰম্পৰাবিশেষৰ বাহকৰূপেহে এইবোৰ উল্লেখ কৰা যায়।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিসংৰক্ষণ বিভাগত আন পুথিৰ মাজত সংলগ্ন হৈ থকাত বহুত দিনলৈ ইয়াৰ অস্তিত্ব অনুভব কৰা নগৈছিল। পাছত বিৱৰণমূলক তালিকা প্ৰস্তুত কৰিবলৈ আৰম্ভ কৰোঁতে ইয়াক আৱিষ্কাৰ কৰা হয় আৰু স্বতন্ত্ৰ পুথি হিচাপে (নং ৪৪৪) পৃথক কৰা হয়। পুথিখন তুলাপাতত লিখা, বৰ জৰাজীৰ্ণ। বহু অংশত উঁৱলি যোৱাত পাঠ উদ্ধাৰ দুৰূঢ় হৈ পৰে। তথাপি মেগ্নিফাইং কাচৰ যোগেদি সৰহভাগ পাঠ উদ্ধাৰ কৰা হয় যদিও কিছুদিনৰ পাছত প্ৰায় আধা অংশ ছিগি টুকুৰা-টুকুৰ হৈ যায়। বাকীখিনি নষ্ট পোৱাৰ পৰা ৰক্ষা কৰিবৰ কাৰণে পাছ যোৱা অংশ একৰাই পেলোৱা হয়। পুথিখনৰ অৱস্থা দেখি অনুমান হয় যে ই অন্ততঃ ১৫০।২০০ বছৰীয়া প্ৰাচীন। সেই হিচাপে ই অষ্টাদশ শতিকাৰ শেষৰ ফালৰ নাট যেন লাগে। পুথি-খনৰ ভাষাও বৰ প্ৰাচীন নহয়, অষ্টাদশ শতিকাৰ আগৰ ভাষা যেন নেলাগে। গতিকে পুথিখন অষ্টাদশ শতিকাৰ শেষৰ ফালৰ ৰচনা বুলি আমি ধৰি লব পাৰোঁ।

'প্ৰবোধচন্দ্ৰোদয়, অসমীয়া পণ্ডিত সমাজ সমাদৃত গ্ৰন্থ। অসমৰ বিভিন্ন পুথি সংৰক্ষণ অনুষ্ঠানত এই নাটকৰ কেবাখনো পাণ্ডুলিপি সংৰক্ষিত হৈছে। ইয়ে পণ্ডিত সমাজত ইয়াৰ সমাদৰৰ কথা উনিকিয়াই দিয়ে। কথা-গুৰুচৰিতত উল্লেখ কৰা শঙ্কৰদেৱৰ দ্বাৰা অধীত গ্ৰন্থৰ ভিতৰত প্ৰবোধচন্দ্ৰোদয়ৰ নাম পোৱা যায় আৰু ভক্তিৰত্নাকৰ গ্ৰন্থত



প্ৰবোধচন্দ্ৰোদয়ৰ দুটা শ্লোক উদ্ধৃত কৰিছে। মাধৱদেৱৰ নামঘোষাত "শান্ত চিদানন্দ শুদ্ধ" এই ঘোষাটো, আৰু পৰৱৰ্ত্তী "হে হৰি সাৰশূন্য" এই দুটা ঘোষা প্ৰবোধচন্দ্ৰোদয়ৰ অনুবাদ। অন্যান্য সংগ্ৰহ গ্ৰন্থটো বিচাৰিলে দুই-এটা শ্লোকৰ অনুবাদ পোৱা যাব। গতিকে দেখা যায় প্ৰবোধচন্দ্ৰোদয় নাটখন অসমত বৈষ্ণৱসকলৰ দ্বাৰা বিশেষভাবে সমাদৃত হৈছিল। "মহামোহকাব্য" নামৰ পুৰণি কাব্যখনৰ মূল ভেটি হল সংস্কৃত নাটখনেই। প্ৰবোধচন্দ্ৰোয় নাটৰ বিষয়বস্তুৱেই এই কাব্যৰো বিষয়বস্তু। সৎপ্ৰবৃত্তিসমূহৰ নেতাস্বৰূপ বিবেকৰাজৰ লগত অসৎবৃত্তি সমূহৰ নেতা মহামোহৰ সংঘৰ্ষ আৰু মহামোহৰ পৰাজয় তথা জ্ঞানৰ অভ্যুদয়—এই কাব্যৰ বৰ্ণনীয় বিষয়। মহামোহ কাব্যত উল্লেখ আছে যে বাৰনসীৰপৰ' এখন শাস্ত্ৰ আহিছিল। সেই শাস্ত্ৰক আউনি আটীসত্ৰৰ আদিজন গোঁসাই নিৰঞ্জনদেৱে কামৰূপৰ কাকতীৰ নামঘৰত অভিনয় কৰি দেখুৱায়। নাটকৰ ৰচক আছিল কোনোবা এজন দ্বিজ ৰামানন্দ। সম্ভৱতঃ ৰামানন্দই মূল সংস্কৃত নাটখনৰ অসমীয়া ৰূপান্তৰ কৰি ভাৱ-নাৰ উপযোগী কৰি লৈছিল। গতিকে একপ্ৰকাৰ সঠিক ভাবেই কব পাৰি যে ৰামানন্দই ভাৱনাৰ উপযোগী কৰি অসমীয়ালৈ অনুবাদ কৰা নাটখনেই প্ৰবোধচন্দ্ৰোদয়ৰ প্ৰথম অসমীয়া ভাঙনি। ৰামানন্দদ্বিজৰ নাট-খনৰ অভিনয় চাই আহি ৰামানন্দৰ পুতেক (?) কাব্যৰ আকাৰত নাটৰ কাহিনী প্ৰকাশ কৰে। সম্ভৱঃত এই কাব্য সপ্তদশৰ শেষ বা অষ্টা-দশ শতিকাৰ আদিভাগত ৰচিত হৈছিল। নিৰঞ্জনদেৱ সপ্তদশ শতিকাৰ মাজভাগৰ লোক। তেওঁৰ দিনত কোমলবয়সীয়া লৰা আছিল মহা-মোহ কাব্যৰ কবি। এইটো অৱশ্যে অস্বীকাৰ কৰিব নোৱাৰি যে প্ৰবোধচন্দ্ৰোদয়ৰ কাহিনীৰ লগত মহামোহ কাব্যৰ কাহিনীৰ সাধৰণ সাদৃশ্য থাকিলেও সাঙ্গোপাঙ্গে একে নহয়। হয়তো মূল নাটৰ পৰা অসমীয়া ৰূপলৈ আনোতে কিছু পৰিৱৰ্ত্তন ঘটে আৰু অভিনয় চাই impression টো মনত ৰাখি পাছত সেই ভিত্তিত এখন কাব্য ৰচনা কৰোতে কিছু পৰিৱৰ্ত্তন হয়তো সাধিত হয়। গতিকে মহামোহ কাব্যৰ লগত প্ৰবোধচন্দ্ৰোদয় নাটৰ মৌলিক প্ৰভেদ নাই যদিও বাহ্যিক কিছু

ঘটাটো স্বাভাৱিক।১ অসমীয়া বৈষ্ণৱ কবিসকলৰ প্ৰবোধচন্দ্ৰোদয় প্ৰিয় নাটক হোৱাৰ এটা কাৰণ হ'ল যে এই নাটক অদ্বৈতবাদী ভক্তিমাৰ্গৰ পৰিপোষক। মহাপুৰুষ শঙ্কৰদেৱকে আদি কৰি বৈষ্ণৱ গুৰুসকলো আছিল অদ্বৈতবাদী ভক্তিপন্থৰ অনুসৰণকাৰী।

প্ৰবোধবোধোদয় নাটখনক কোনো কোনো ঠাইত চমুকৈ বোধোদয় নাটো বুলি কৈছে। নাট্যকাৰ দ্বিজ মহীন্দ্ৰক পুথিৰ দুই-এটা ভণিতাত দ্বিজ মহেন্দ্ৰ ৰূপেও লিখা দেখা গৈছে। তাৰ পৰা অনুমান হয় পুথিখন মূল লিখকৰ স্বহস্তাক্ষৰত লিখা নহয়, নহলে নিজৰ নামটো বিভিন্ন ৰূপত নেলেখিলেহেঁতেন। কিন্তু সৰহভাগ ক্ষেত্ৰতে মহীন্দ্ৰ নাম থকা কাৰণে তেওঁৰ প্ৰকৃত নাম মহীন্দ্ৰ বুলিয়ে অনুমান কৰা হৈছে।

প্ৰবোধবোধোদয়ৰ কাহিনী ভাগত মূলৰ পৰা অলপো আঁতৰি যোৱা নাই। মূলৰ ৬টা অঙ্ক ভাওনাৰ উপযোগী কৰি এটা অঙ্কলৈ আনিবলৈ ঠায়ে ঠায়ে সংলাপবোৰ চমুৱাব লগা লগা হৈছে আৰু ঠায়ে ঠায়ে অসমীয়া দৰ্শকৰ পক্ষে অপ্ৰয়োজনীয়া বুলি ভবা দুই-এটা চৰিত্ৰ আৰু তেওঁলোকৰ সংলাপ-আলোচনা বাদ দিছে। কিন্তু নাটকখনৰ মূল কথাখিনি অব্যাহত ৰাখিছে। অসমীয়া কবিয়ে মূলৰ লগত কিমান সঙ্গতি ৰাখিছে সেইটো বুজিবলৈ আমি প্ৰবোধচন্দ্ৰোদয়ৰ বিভিন্ন অঙ্কৰ এটা চমু পৰিচয় তলত দিলো।

**প্ৰথম অঙ্ক —** কামদেৱ আৰু ৰতিৰ সংলাপৰ যোগেদি বিবেক আৰু মহামোহৰ সংঘৰ্ষৰ আভাস দিছে। তেওঁলোকৰ কথাৰপৰা জনা যায় অদ্বৈতৰূপ আত্মাৰ মায়াসংযোগৰ ফলত মন নামৰ পুত্ৰ উদ্ভৱ হয়। মনৰ প্ৰবৃত্তি আৰু নিবৃত্তি দুই ভাৰ্য্যা। প্ৰবৃত্তিৰ যোগেদি মোহ আৰু নিবৃত্তিৰ যোগেদি বিবেকৰ উৎপত্তি হয়। কালক্ৰমত দুইটা ডাল বৃদ্ধি পায় আৰু মনে প্ৰবৃত্তিৰ বশৱৰ্ত্তী হৈ আত্মাক বন্ধন দশা প্ৰাপ্ত কৰে আৰু তেওঁৰ মোহৰ প্ৰতি পক্ষপাতিতা প্ৰকাশ পায়। ফলত মোহ আৰু বিবেকৰ মাজত ৰাজ্য লৈ সংঘৰ্ষ অৱশ্যম্ভাবী হৈ উঠে। ৰতি আৰু

(১) মহামোহ কাব্য সম্পৰ্কে শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ পঞ্চপুষ্পৰ অন্তৰ্গত মহামোহকাব্য প্ৰবন্ধ নামৰ দ্ৰষ্টব্য।



কামদেৱৰ সংলাপৰ মাজেদি এই কথাও জনা যায় উপনিষদ কন্যাৰ লগত বিবেকৰ পুনৰ মিলন ঘটিলে বিদ্যা নামৰ এটি কন্যা আৰু প্ৰবোধ নামৰ যি সন্তান জন্ম হব সিহঁতৰ পৰা সবান্ধৱে মোহৰ পৰাজয় ঘটিব। গতিকে বিবেকৰ পৰা উপনিষদক আঁতৰাই ৰাখিবলৈ মহামোহৰ দলে চেষ্টা চলায়। ৰতি আৰু কামদেৱে এনে ধৰণে কথা পাতি থাকোঁতেই বিবেক আৰু তেওঁৰ অন্যতমা পত্নী মতিৰ প্ৰৱেশ হয়। তেওঁলোকক দেখি ৰতি-কামদেৱ আঁতৰি যায়। কথা প্ৰসঙ্গত মতিয়ে বিবেকৰ লগত উপনিষদৰ পুনৰ মিলনৰ অনুকূলে মত প্ৰকাশ কৰে।

**দ্বিতীয় অঙ্ক ঃ** বিবেকৰ সমৰ আয়োজনত ভয় খাই মহামোহে বিবেকৰ প্ৰধান নগৰ বাৰানসী অধিকাৰ কৰিবলৈ মনস্থ কৰি তেওঁৰ অন্যতম প্ৰধান অনুচৰ দম্ভক তাৰ আয়োজন কৰিবলৈ পঠায়। দম্ভৰ পিতামহ অহংকাৰো সেই উদ্দেশ্যে বাৰানসীত উপস্থিত হয়। ছদ্মবেশত থাকিলেও তেওঁলোক পৰস্পৰে চিনাকি হয় আৰু মহামোহ অচিৰে স্বয়ং বাৰানসীত থাকি অভিযান পৰিচালনা কৰিব বুলি জানিব পৰা যায়। ইয়াৰ পাছত সদলবলে মহামোহে বাৰানসীত প্ৰৱেশ কৰে। চাৰ্ব্বাকে তেওঁৰ সহযোগ কৰে। ক্ৰোধ-লোভাদিয়ে খবৰ দিয়ে যে শান্তি, শ্ৰদ্ধা আৰু বিষ্ণুভক্তিয়ে মহামোহৰ প্ৰতিকূলাচৰণ কৰিছে আৰু উপনিষদ দেৱীয়ে বিবেকৰ লগত পুনৰ মিলনৰ কাৰণে তপস্যা আৰম্ভ কৰিছে। মহামোহে অনুৰবৰ্গক আদেশ দিয়ে যে শ্ৰদ্ধাৰ কন্যা শান্তিক কাৰাগাৰত আবদ্ধ ৰাখিব লাগে আৰু শ্ৰদ্ধা আৰু উপনিষদক আঁতৰাই ৰাখিবৰ নিমিত্তে মিথ্যাদৃষ্টিক নিৰ্দ্দেশ দিয়ে।

**তৃতীয় অঙ্ক ঃ** তৃতীয় অঙ্কৰ আৰম্ভতে শান্তি আৰু কৰুণাক দেখা পাওঁ। শ্ৰদ্ধাৰ সাময়িক অন্তৰ্দ্ধানে জীয়েক শান্তিক শোকাকুল কৰি তোলাত কৰুণাই সান্ত্বনা দিয়া দেখা যায়। তেওঁলোকে দিগম্বৰ জৈন, বৌদ্ধ ভিক্ষু আৰু কাপালিক সোমমতবাদীসকলৰ মাজত শ্ৰদ্ধাক অন্বেষণ কৰে। প্ৰত্যেক আচাৰ্য্যৰ লগত শ্ৰদ্ধা-বেশধাৰিণী তামসী শ্ৰদ্ধাক দেখা পোৱা যায়। বৌদ্ধাচাৰ্য্য আৰু দিগম্বৰাচাৰ্য্যৰ বিবাদ আৰম্ভ

হয়, আৰু তৰ্কাতৰ্কিৰ মাজেৰে নিজ নিজ পন্থৰ গৌৰৱ ঘোষনা কৰে, এনেতে কাপালিক সোমাচাৰ্য্য উপস্থিত হৈ তেওঁলোকক বশগত কৰে। কাপালিকে সাত্ত্বিকী শ্ৰদ্ধা আৰু নিষ্কাম ধৰ্ম্মক অন্বেষণ কৰি তেওঁলোকক আকৰ্ষণ কৰি আনিবলৈ মহাভৈৰৱীক নিয়োগ কৰে।

**চতুৰ্থ অঙ্ক ঃ** এই অঙ্কৰ আৰম্ভতে মৈত্ৰীৰ উক্তিৰ পৰা সাত্ত্বিকী শ্ৰদ্ধা মহাবিপদত নিপতিতত হৈ বিষ্ণুভক্তিৰ সাহায্যত উদ্ধাৰ পোৱাৰ সংবাদ পাওঁ। কাপালিকৰ আদেশানুসাৰে মাহাভৈৰৱীয়ে সাত্ত্বিকী শ্ৰদ্ধাক বলপূৰ্ব্বক অপহৰণ কৰি নিওঁতে বিষ্ণুভক্তিয়ে উদ্ধাৰ কৰে। বিষ্ণুভক্তিৰ নিৰ্দ্দেশক্ৰমে শ্ৰদ্ধা বিবেকৰ ওচৰলৈ গৈ মহামোহৰ বিৰুদ্ধে যুদ্ধ আয়োজন কৰিবলৈ কয়। বিষ্ণুভক্তিয়ে নিজেও যথাসাধ্য সাহায্যৰ প্ৰতিশ্ৰুতি দিয়ে। সেই মতে বিবেকে বস্তুবিচাৰ, ক্ষমা, সন্তোষ, বৈৰাগ্য আদি সহচৰ লগত লৈ সৈন্যবলেৰে বাৰানসীৰ যুদ্ধক্ষেত্ৰলৈ গমন কৰে।

**পঞ্চম অঙ্ক ঃ** শ্ৰদ্ধা, বিষ্ণুভক্তি আৰু শান্তিৰ সংলাপৰপৰা যুদ্ধৰ বিৱৰণ আৰু মহামোহৰ শোচনীয় পৰাজয়ৰ সংবাদ পাওঁ। মহামোহৰ সবংশে নিধন সংবাদ শুনি মনৰ অন্যতমা পত্নী প্ৰবৃত্তিয়ে প্ৰাণত্যাগ কৰে আৰু মনো শোকত অধীৰ হৈ পৰে! বৈয়াসিকী সৰস্বতীৰ (বেদান্ত) সান্ত্বনা আৰু বুজনিয়ে মনৰ সমতা ঘূৰাই আনে, বৈৰাগ্যই তেওঁৰ অনাসক্তি ভাবৰ উৎপত্তিত সহায় কৰে। নিবৃত্তি পত্নীক সহচৰীৰূপে লৈ আৰু শম দম, সন্তোষ, যম, নিয়ম আদিৰ সাহচৰ্য্য লাভ কৰি অনাসক্ত ভাবে জীৱন যাপন কৰিবলৈ মনে সংকল্প লয়।

**ষষ্ঠ অঙ্ক ঃ** এই অঙ্কত মনৰ পিতৃ আত্মাৰ লগত পৰিচয় হয়। মহামোহৰ শোচনীয় অৱস্থাতো আত্মাক নিজ কবলত ৰাখিবৰ উদ্দেশ্যে কেইজনমান অনুচৰক নিয়োগ কৰে। মধুমতী সিদ্ধি আৰু যোগোপসৰ্গই আত্মাক ইন্দ্ৰজাল ভেল্কিবাজী আদিৰ দ্বাৰা নানা সাংসাৰিক প্ৰলোভনত পেলাবলৈ চেষ্টা কৰে, কিন্তু পৰিষদৰ সদুপদেশৰ বলত আত্মাই নিজকে দুষ্টকবলৰ পৰা উদ্ধাৰ কৰিবলৈ সক্ষম হয়। আত্মাৰ



ইচ্ছানুসাৰে শান্তিক লৈ উপনিষদ আৰু বিবেকক লৈ শ্ৰদ্ধা আত্মাৰ ওচৰত উপস্থিত হয় আৰু বিবেক-উপনিষদ্দেৱীৰ পুনৰ মিলন হয়। প্ৰসঙ্গক্ৰমে উপনিষদে বিবেকৰ লগত বিচ্ছেদ কালছোৱা কেনেকৈ ক'ত যাপন কৰিছিল, যজ্ঞবিদ্যা, ন্যায়, মীমাংসা সাংখ্যবিদ্যা আদিৰ লগত হোৱা অভিজ্ঞতা বৰ্ণনা কৰে। উপনিষদে আত্মা আৰু ব্ৰহ্ম এক বুলি প্ৰতিপন্ন কৰে। কিন্তু আত্মাই সেই অভেদত্ব বা অদ্বৈতাৱস্থা প্ৰথমতে বুজিব নোৱাৰে। পাছত অৱশ্যে বিবেক আৰু উপনিষদৰ মিলনৰ ফলত প্ৰবোধচন্দ্ৰৰ উদ্ভৱ হোৱাত (জ্ঞানৰ উদ্ভৱ) সেই সন্দেহ দূৰীভূত হয়। বিষ্ণুভক্তিৰ আৱিৰ্ভাবে সকলোৰে সন্তোষ বিধান কৰে আৰু সিমানতে নাটৰ পৰিসমাপ্তিও ঘটে।

ওপৰত চমুকৈ মূল 'প্ৰবোধচন্দ্ৰোদয়' নাটৰ কাহিনীভাগৰ পৰিচয় দিয়া হল। অসমীয়া নাটৰ কাহিনীভাগৰ লগত ওপৰৰ কাহিনী ভাগ মিলাই চালে বিশেষ প্ৰভেদ চকুত নপৰে। মূল সংলাপ আৰু বৰ্ণনাবাহুল্য অসমীয়াত নাই। তদুপৰি মূলৰ চাৰ্ব্বাক বা লোকায়ত মতবাদ, বৌদ্ধ মতবাদ, কাপালিক মতবাদ আদি কিছু কথা বাদ দিছে। মাত্ৰ এটা বিষয়ত মূলৰ লগত চকুত লগা বৈষম্য পৰি লক্ষিত হয়। অসমীয়া নাট্যকাৰে মূল নাটৰ নাট্যকাৰ কৃষ্ণমিশ্ৰৰ পৃষ্ঠপোষক ৰজা কীৰ্ত্তিবৰ্ম্মাক নাটৰ অন্যতম প্ৰধান চৰিত্ৰ আত্মাৰ লগত অভেদৰূপে প্ৰদৰ্শ কৰিছে। মূল নাটৰ যি ঠাইত আত্মা বা জীৱৰ আৱিৰ্ভাব ঘটিছে, অসমীয়া ৰূপান্তৰত সেই ঠাইত কীৰ্ত্তিবৰ্ম্মাক স্থাপন কৰিছে, যেন আত্মা আৰু কীৰ্ত্তিবৰ্ম্মা অভেদ এনেভাবে দেখুৱাইছে। এই প্ৰসঙ্গত জৈন লিখক যশপালৰ 'মোহ-পৰাজয়' নাটৰ প্ৰধান চৰিত্ৰ কুমাৰপালৰ লগত কীৰ্ত্তিবৰ্ম্মা তুলনীয়া। উক্ত নাটত জৈন ধৰ্ম্মৰ দৃষ্টিভঙ্গীৰে বিবেক আৰু মোহৰাজৰ সংঘৰ্ষ দেখুৱাইছে আৰু ৰজা কুমাৰপালক নাটৰ অন্যতম প্ৰধান চৰিত্ৰ হিচাপে উলিয়াই তেওঁক অৱশেষত জৈন ধৰ্ম্মত দীক্ষিত কৰাইছে। কীৰ্ত্তিবৰ্ম্মাৰ দৰে কুমাৰপালো ঐতিহাসিক ব্যক্তি।

কুৰুক্ষেত্ৰৰ মহাৰণত ককাই-ভাইৰ মাজত বিবাদ লাগি শেষত অধাৰ্ম্মিক কৌৰৱদল ধ্বংস হোৱাৰ দৰে প্ৰবোধচন্দ্ৰোদয়তো একে বংশসম্ভূত দুটাদলৰ মাজত সংঘৰ্ষ হৈ অসৎপথাশ্ৰয়ীসমূহৰ ধ্বংস প্ৰদৰ্শন

কৰিছে। ইয়াৰ নায়ক বিবেক আৰু প্ৰতিনায়ক মহামোহ। নাটখনত নায়ক আৰু প্ৰতিনায়কৰ সক্ৰিয় কাৰ্য্য বিশেষ নাই, বৰং ঘটনাৰ গতি পৰিচালনা কৰিছে সহায়কাৰী চৰিত্ৰসমূহে। ইয়াৰ ভিতৰত বিষ্ণুভক্তিয়ে উল্লেখযোগ্য অংশ গ্ৰহণ কৰিছে আৰু বহুক্ষেত্ৰত ঘটনাৰ অন্তৰালত থাকি কাৰ্য্য পৰিচালনা কৰিছে। চৰিত্ৰসমূহৰ ব্যক্তিত্ব অস্পষ্ট, কাহিনীৰূপায়ণত নাটকয়ত্ব উপেক্ষণীয়, কিন্তু পাণ্ডিত্য আৰু কবিত্বৰ অভাৱ নাই। অসমীয়া ৰূপান্তৰতো চৰিত্ৰবোৰৰ সজীৱতা, স্বাতন্ত্ৰ্য আৰু নাটকীয় গুণ বিশেষ আছে বুলি কব নোৱাৰি। অঙ্কীয়া নাটৰ দৰে শ্লোক, গীত ভটিমা যথেষ্ট পৰিমাণে সন্নিবিষ্ট হৈছে। দ্বিজ মহীন্দ্ৰৰ সংস্কৃত ভাষাত দখল অস্বীকাৰ কৰিব নোৱৰি; উলামূলা পাণ্ডিত্যৰে প্ৰবোধচন্দ্ৰোদয়ৰ দৰে নাট অনুবাদ কৰিবলৈ সাহ কৰিব নোৱাৰে। দুই এটা গীত আকৰ্ষণীয় হলেও, সৰহভাগেই গতানুগতিক, স্বাভাৱিক কবিত্বৰ্বৰ্জিত। ব্ৰজাৱলী ভাষাৰ ওপৰতো নাট্যকাৰৰ দখল সীমাবদ্ধ যেন ধাৰণা হয়। মূল নাটৰ বিভিন্ন ছন্দত থকা সংস্কৃতসমূহ অসমীয়া গদ্যত ভাঙিছে, কিন্তু ঠায়ে ঠায়ে নিজেই শ্লোক ৰচনা কৰি দিছে। পুথিখন খণ্ডিত কাৰণে শ্লোক কেইটাৰ পাঠ সম্পূৰ্ণৰূপে উদ্ধাৰ সম্ভৱ নহল। সৰ্ব্বমুঠ ১২ টা বিবিধ ছন্দত ৰচনা কৰা শ্লোক আছে। তাৰে তিনিটা-মান শ্লোক মূলৰ হুবহু উদ্ধৃতি। "যদা লোলা লোলা বিষয়জড়সা," আৰু "নথি জলে, নথি থলে," "গুৰোৰপি বিধীয়তে" শ্লোক কেইটা মূলত যথাযথভাবে পোৱা যায়। পুথিৰ প্ৰথম পাতটো নষ্ট পোৱা কাৰণে নান্দী শ্লোকাদিও উদ্ধাৰ কৰিব পৰা সম্ভৱ নহল। ভৱিষ্যতে দ্বিতীয় পুথি পোৱা গলে হেৰোৱা অংশ আৰু খণ্ডিত অংশৰ পাঠ স্থিৰ কৰা হয়তো সম্ভৱ হব।

**ধন্যবাদ জ্ঞাপন:** এই সংগ্ৰহ প্ৰকাশ কৰিবৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালৰ কোষাধ্যক্ষ শ্ৰীকৈলাশ চন্দ্ৰ ভট্টাচাৰ্য্যই প্ৰয়োজনীয় অৰ্থ মঞ্জুৰ কৰি দিয়া কাৰণে আমাৰ ধন্যবাদৰ পাত্ৰ। গুৱাহাটী বিশ্ববিদ্যা-লয়ৰ জৱাহৰলাল নেহৰু অধ্যাপক ডক্টৰ মহেশ্বৰ নেওগ আগকথা চাৰিটা লেখি দিছে। তেখেতক ধন্যবাদ জ্ঞাপন কৰিছো। সংগ্ৰহৰ দুই-চাৰিটা শ্লোক পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী আৰু ডঃ মুকুন্দমাধৱ শৰ্ম্মাই



শুধৰোৱাত সহায় কৰি দিয়া কাৰণে কৃতজ্ঞতা প্ৰকাশ কৰিলো। অৱশেষত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰেছৰ কৰ্ম্মীবৃন্দ আৰু মেনেজাৰ দত্তৰ অকুণ্ঠ সহায়ৰ কাৰণে শলাগ ললোঁ। শব্দসূচীটো তৈয়াৰ কৰাত পুথি-সংৰক্ষণ বিভাগৰ শ্ৰীনৰনাৰায়ণ শৰ্ম্মাই সহায় কৰি দিয়াৰ কাৰণে তেওঁৰ উন্নতি কামনা কৰিলো।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা
বহাগ, ১৮৯৫

# সুভদ্ৰাহৰণ-নাট

শ্ৰীৰাম

শ্লোক

যৎপাদাব্জযুগং সমস্তবিবুধাঃ ব্ৰহ্মেন্দ্ৰৰুদ্ৰাদয়ঃ,
ভাস্বদ্ৰত্নকিৰীটমণ্ডিতনতৈঃ স্বস্বোত্তমাঙ্গৈৰ্মুদা।
ভক্ত্যাসংপ্ৰণমন্তি যস্য সততং নামানি সংকীৰ্ত্তয়ন্,
চণ্ডালোঽপি জগৎ পুনাতি তমহং কৃষ্ণং প্ৰবন্দে সদা ॥১

## নান্দী গীত

**ৰাগ সুহাই, একতালী**

জয় জয় গোৱিন্দ দেৱ।
কয়লোহো পাৱে পৰি সেৱ ॥
**পদ**—অজভব যা কৰু সেৱা।
পাপী পাৱল সোহি দেৱা ॥
দৈৱকী উদৰে অৱতাৰা।
হৰলি ভূমিকেৰি ভাৰা ॥
নিজযশ কৰুপৰচাৰা।
জগজন কয়লি উদ্ধাৰা ॥
প্ৰিয়জন বিজয়কু জানি।
দেলহ সুভদ্ৰা ভগিনী ॥
কৃষ্ণ চৰণ ৰতি আশা।
কহয় শ্ৰীৰাম হৰি দাসা ॥ (১) ॥

নান্দ্যন্তে সূত্ৰধাৰ ঃ। অলমতি বিস্তৰেণ, প্ৰথমং মাধৱ মাধৱ ইত্যুচ্চাৰ্য্য নত্বা সভাসদান্ সম্বুদ্ধ্যাহ। ভো ভো সভাসদা, পশ্যত সুভদ্ৰাহৰণাভিধানং নাটকং মুক্তিসাধকম্, মুকুন্দস্য যশোৱিতানং মনোহৰম্ ॥

### ভটিমা

জয় যদুনন্দন দেৱ মহিমা জানত নাহি কেৱ ।
যাসু চৰণৰজ অজসুৰ-শঙ্কৰ কৰ মুনি সানন্দে সেৱ ॥
ভয়ো যদুবংশ অৱতাৰ ভূভাৰ কয়লি সংহাৰ ।
জগজন কলুষ বিনাশন কাৰণ নিজযশ পৰচাৰ ॥
পুতনাক জীৱনহাৰী দেলহ মোক্ষ মুৰাৰু ।
শকটক বিঘটন ঘট দধি নাশন পাশন পুত্রক ধাৰু ॥
চক্রবাত কৰ চূৰ গোপপুৰ ভয়োভেলি দূৰ ।
ইন্দুবদনমন্দহাস কেলিকৌতুক ব্রজজন মনকৰুপূৰ ॥
দুষ্ট অৰিষ্টাসুৰমাৰি যো ভকত ভয়হাৰী ।
গোপ অঙ্গনা সঙ্গে ৰঙ্গে অনঙ্গ কেলি কয়লি যোহি মুৰাৰি ॥
কয়েকহো ৰজকেৰি কাল বস্ত্রকু লেল গোপাল ।
সুগন্ধ চন্দন লেপিয়ে ৰিজু কুবুজাক কয়লি কৃপাল ॥
কংস বংশ ধ্বংসকাৰী মল্ল তোষল্ল মল্ল মাৰী ।
কুবলয় দন্ত উপাৰিয়ে যোহি জীৱনহাৰী ॥
গুৰুক মৃতক পুত্র আনি দেলহ যোহি পদ্মপাণি ।
গোপীক শান্ত কৰাৱল কহি পুনু উদ্ধৱক মুখে বাণী ॥
যুদ্ধে জিনি বজ্রপাণি পাৰিজাত পুষ্প আনি ।
সুন্দৰী সত্যভামা মনপূৰণ কয়লি যোহি চক্রপাণি ॥
বীৰবৰ জৰাসন্ধ ঘালি ভকত নৃপসব পালি ।
নিজজন অৰ্জ্জুন জানি ভগিনী নিজ দেলহ যোহি বনমালী ॥
যোহি পুৰুষ পুৰাণ পৌণ্ড্ৰুকৰ নিৰজান ।
সোহি কৃষ্ণক ভগিনী সুভদ্রাহৰণ নাম নাট ওহি জান ॥
ছোৰি সামাজিক আনকাম মুখে লেহু হৰিকু নাম ।
শ্রীৰাম দীন হীনমতি কহয় ডাকি বলহু ৰাম ৰাম ॥ (২)

সূত্র—ভো ভো সভাসদজন, যে জগতক পৰম কাৰণ নাৰায়ণ, সকল সুৰসে বিতপদপঙ্কজশ্রীশ্রীকৃষ্ণ, যাহেৰ কটাক্ষে মায়া কোটি কোটি ব্রহ্মাণ্ডক সৃষ্টি স্থিতি প্রলয় কৰিতেছে, যাসু নাম সুৰনৰভাষে মহাপাপীসবো সংসাৰ তৰয়, যোহি ভগৱন্ত বসুদেৱগৃহে অৱতৰিকহো পৰম নির্ম্মল



যশস্যাপ্রকাশিয়ে সকল জগতক নিস্তাৰ কয়ল, সোহি শ্রীকৃষ্ণক ভগিনী সুভদ্রাহৰণ নাটক ওহি সভামধ্যে পৰমকৌতুকে কৰব তাহেক সাৱধানে দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি ।

প্রথমে উদ্ধৱ সাত্যকি সব সহিতে শ্রীকৃষ্ণ বলোভদ্রক প্রৱেশ, তদনন্তৰে সখীসৱ সহিতে সুভদ্রাক প্রৱেশ, তদনন্তৰে দ্রৌপদী ধৰ্ম্মৰাজ সহিতে অৰ্জ্জুনক প্রৱেশ । ইতি জ্ঞাত্বা সৰ্ব্বসাৱধানে স্থিয়তাম্ । তদনন্তৰে আকাশে কৰ্ণং দত্বা সূত্র পুছত— আহে সঙ্গী, কোন বাদ্য শুনিয়ে । সঙ্গী বোল—অঃ সখি মৃদঙ্গ দুন্দুভি ধ্বনি শুনিয়ে । আঃ উদ্ধৱ-সাত্যকি বলোভদ্র সহিতে শ্রীকৃষ্ণ মিলল ।

### শ্লোক

প্রৱেশমকৰোৎ কৃষ্ণঃ সহ লাঙ্গল পাণিনা ।
উদ্ধৱশিনিপুত্রাদিপাৰ্ষদৈঃ সহ সংযুতঃ ॥ ২ ॥

সূত্র—আহে সামাজিক লোক, হামো যাহেৰি কথা কহৈছি সোহি পৰমেশ্বৰ শ্রীশ্রীকৃষ্ণ উদ্ধৱ সাত্যকি বলোভদ্র সহিতে এ আৱত এ আৱত । ইতি সূত্রঃ নিষ্ক্রান্তঃ ।

## গীত

### ৰাগ সিন্ধুৰাএতালি

আৰে যাদৱানন্দ গোবিন্দ হলিৰাম ।
শ্বেতবৰণ বলো কৃষ্ণ ঘনশ্যাম ॥
পদ—ধৰুকৰ শাৰঙ্গমুষলহলপাণি ।
পীতঅম্বৰু নীলবসন পৰিধানি ॥
হাৰকুণ্ডলমণি মুকুট পৰকাশ ।
নয়ন কমলচান্দ বয়ন বিকাশ ॥

চৰণকমলমণি মঞ্জীৰ ৰোলে।
পেখি মূৰুতি মন ত্ৰিভুবন ভোলে॥
উদ্ধৱ সাত্যকি দোহো যোগানে চলয়।
হৰিক চৰণে গতি শ্ৰীৰামে বোলয়॥ (৩)

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰৱেশ দিয়ে বলোভদ্ৰ সহিতে শ্ৰীকৃষ্ণ ৰত্নমন্দিৰে ৰহল। আহে সামাজিক লোক, তদনন্তৰে দ্ৰৌপদী ধৰ্ম্মৰাজা সহিতে অৰ্জ্জুন যৈছে প্ৰৱেশ কয়ে আৱে তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ আশোৱাৰী, পৰিতাল**

ভয়োপৰবেশ ধৰ্ম্মৰাজা সহ ধনঞ্জয়।
সঙ্গে পাঞ্চালী মন হৰিষে চলয়।
পদ—বীৰ বিপুল ধীৰ ধৰু কৰে চাপ।
কাম্পয় ৰিপুসব যাহেৰ প্ৰতাপ॥
সুন্দৰ ৰূপপেখিতে মন মোহে।
ৰতনভূষণ চাৰু অঙ্গক শোহে॥
কৰ্ণে কুণ্ডলে শ্বেত চামৰে ধোলি।
মাথে মুকুট ছত্ৰ ধৰণতুলি॥
হৃদয়ে হৰিক ৰূপ ধৰু মুহে নাম।
গোবিন্দ চৰণে গতি বোলয় শ্ৰীৰাম॥ (৪)

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে পাণ্ডৱসব শ্ৰীকৃষ্ণ প্ৰাসাদে ৰাজৰাজেশ্বৰ সম্পতি ভোগ্য কৰি কহো ইন্দ্ৰপ্ৰস্থনগৰে পৰমানন্দে ৰহল। তদনন্তৰে এক দিবসে এক বিপ্ৰ আৰ্ত্তনাদে অৰ্জ্জুনক ডাকয়ে লাগল, তা শুনহ।



বিপ্ৰ বোল—হে অৰ্জ্জুন বীৰ চূড়ামণি, তোহো শ্ৰীকৃষ্ণক পৰম প্ৰিয়তম মহাধাৰ্ম্মিক ধৰ্ম্মপালক, প্ৰজাসবে যে ধৰ্ম্মাধৰ্ম্ম কৰয় তাৰহেৰ অষ্টভাগৰ ভাগক পাৱয়। অৱ হামাৰ গোসব চৌৰে নিয়া যায়, জানি সত্বৰে তাহেক ৰক্ষা কৰসিয়া।

সূত্ৰ—তা শুনি অৰ্জ্জুনে ধনুশৰ আনিতে অভ্যন্তৰে প্ৰৱেশল, যো গৃহে ধনুশৰ থিক সোগৃহে যুধিষ্ঠিৰে দ্ৰৌপদ্ৰী সহিতে ক্ৰীড়া কৌতূহল কৰিতেছে। তাহে পেখি ধনঞ্জয় অধোমুখ হুয়া ধনুশৰ লৈয়া গৃহহন্তে বাজ হুয়া গেল। তদনন্তৰে শীঘ্ৰে বেগে গৈয়া কহো বিপ্ৰক যে বোলল।

অৰ্জ্জুন বোল—আহে গুৰু তোহো নিৰ্ভয়ে ৰহ, হামো বিদ্যমান থাকিতে কিছু চিন্তা কৰিবি নাহি। চৌৰসবক খেদিয়ে তোহাৰি গো এখনে আনবো, তোহো কৌতুকে দেখহ।

সূত্ৰ—আহে সামাজিক লোক; শাপধাৰীব্ৰাহ্মণক ঐছন নিৰ্ভয় বাণী বুলি গাণ্ডীৱধনুটঙ্কাৰ কৰিয়ে চৌৰসবক খেদিয়ে ব্ৰাহ্মণক গো আনি দেলহ। তাহে পেখি বিপ্ৰে অৰ্জ্জুনক আশীৰ্ব্বাদ কয়ল।

কথা—আহে ধনঞ্জয় তোহো চিৰঞ্জীৱ ভৱ।

সূত্ৰ—আহে সামাজিক লোক, তদন্তৰে অৰ্জ্জুনে ব্ৰাহ্মণক গোৰক্ষা কৰিয়ে গৃহে গৈয়াকহো যুধিষ্ঠিৰক প্ৰণাম কৰিয়ে যে বোলল তা শুনহ।

অৰ্জ্জুন বোল—আহে দাদা পূৰ্ব্বে মহামুনি নাৰদে দ্ৰৌপদীক মাস নিৰ্ব্বন্ধ কয়ে দেলহ। ভ্ৰাতৃক সঙ্গে যদি আন ভ্ৰাতৃয়ে দেখে তেবে সন্যাস ধৰ্ম্ম আচৰব। হামু শৰধনু আনিতে গৈয়াছিলো, তোহাৰি সঙ্গে দ্ৰৌপদীক দেখলো। সোহি ঋষিআজ্ঞা পালিয়ে হামু সন্যাস ধৰ্ম্ম আচৰবো

সূত্ৰ—ধনঞ্জয়ক বচন শুনিয়ে যুধিষ্ঠিৰে যে বোলল তা শুনহ।

যুধিষ্ঠিৰ বোল—আহে ভায়া ধনঞ্জয়, হামো তোহাৰি জ্যেষ্ঠ ভ্ৰাতা পিতৃসম হামাৰ সঙ্গে দ্ৰৌপদীক দেখি তোহাৰি কোন দোষথিক, নুহি নুহি।

সূত্ৰ—ৰাজাক বচনে অনন্তৰে দ্ৰৌপদী অৰ্জ্জুনক যৈছে কাকুবাণী বোলল, তা দেখহ শুনহ হৰি বোল হৰি।

## গীত

**ৰাগ শ্ৰীগান্ধাৰ, যৌতিমান**

সুন্দৰী বিজয়কু আগু বিনাৰে।
হামাৰি জীৱনধন কৈছন চলবি বন
তোহাৰি বিৰহে তনুতাৰে॥
পদ—শীতলতল্পমহ শয়ন কৰত যোহি
অমিয়া ভুঞ্জত অন্ন পান।
সুৰঙ্গ দেৱাঙ্গ অঙ্গে বসন পৈৰণ
চাৰু চন্দন কয় পৰিধান॥
অবতো কাননে গেলে কৰবি ভোজন ফলে
ভূমিমহ কয়বি শয়ন।
ধূলিয়ে ধূসৰতনু বসন বাকলি প্ৰনু
সুমৰি দগধ মেৰি মন॥
ঐছন কৰুণা বাণী কৰত পাঞ্চালী সতী দেহু ধনঞ্জয়।
হৰিক চৰণে ৰতি মাগে দীনহীন মতি,
মূৰুখ শ্ৰীৰামে এহুকয়॥ (৫)

### শ্লোক

মাগচ্ছ সন্ন্যাসপথং প্ৰিয়প্ৰভো, কথম্বিয়োগেন সহে স্বজীৱনম্
সঙ্গোজ্ঝিতাঙ্গং পৰিপালয়স্বমে নাধৰ্ম্মলেশোঽস্তি মমাত্ৰ দৰ্শনে॥৩॥



দ্ৰৌপদী বোল—আহে স্বামী ধনঞ্জয়, তোহো হামাৰি জীৱনধন, সুকোমল হংস তুলিত শয়ন কৰি থিক দেৱাঙ্গ বসনভূষণ পৈৰহ। হামো তোহাক ষড়ৰস অন্নবেঞ্জন ভোজন কৰাওঁ। অবসে তোহো ভূমিমহ কৈছে শয়নে ৰহব? বনফল সব ভুঞ্জব, ধূলাসব লাগি শৰীৰ মলিন পুৰব। তোহাৰি ঐছন দুখ সুমৰিয়ে হামো মৰি যাওঁ। আহে স্বামী, তোহাৰি পাৱৰে লাগো, অব সন্যাসে চলবি নাহি।

সূত্ৰ—আহে সামাজিক লোক, দ্ৰৌপদীক বচন শুনিয়ে অৰ্জ্জুনে যে বোলল।

অৰ্জ্জুন বোল—আহে প্ৰাণপ্ৰিয়ে পাঞ্চালি, হামো মুনিক বাক্য পালিয়ে সন্যাসধৰ্ম্ম আচৰিকহো ভবিষ্যতে অবিঘিনি আৱব। তোহো চিন্তা নাহি কৰবি।

### শ্লোক

মাতৰং প্ৰণিপত্য নৃপতিংচ যুধিষ্ঠিৰম্।
জগাম তীৰ্থমুদ্দিশ্য শস্ত্ৰপাণিঃ ধনঞ্জয়ঃ॥৪॥

সূত্ৰ—আহে সামাজিক লোক, তদনন্তৰে অৰ্জ্জুনে মাতৃক যুধিষ্ঠিৰ ভীম ব্ৰাহ্মণসৱক নমস্কাৰ কৰিয়ে তাৰাসবক অনুমতি লৈয়া হাতে দণ্ডকমণ্ডলু ধৰিলে কপীনবসন পৈৰিয়ে যৈছে সন্যাসে চলল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ কানৰা, পৰিতাল**

চললি অৰ্জ্জুন সন্যাসী হুই।
সুহৃদক নয়নে বহে লোই॥

পদ—গাৱে ভস্ম জটাজুটধাৰী ।
কৰত দণ্ডধৰি ভয়ো ভিক্ষাহাৰী ॥
মাথেহি জটা কপীন পৰিধান ।
গলে ৰুদ্ৰাক্ষৰ মালা কয়লি পয়ান ॥ (৬)

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে অৰ্জ্জুন সন্যাস ধৰ্ম্ম ধৰি-কহো নানা তীৰ্থক্ষেত্ৰ ভ্ৰমিতে লাগল । ই কথা ৰহোক । তদনন্তৰে নাৰদমুনি সুভদ্ৰাক পাশে বৰ হেটমাথ ধৌজ ধৰি যৈছে দ্বাৰকাপুৰে চলল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি ।

## গীত

### ৰাগ শ্ৰী, পয়াৰ

চললি নাৰদ দ্বাৰকাক লাই ।
হাতে বীণা মুখে সুখে হৰিগুণ গাই ॥
পদ—পেখল সাগৰমহ পুৰ অনুপাম ।
হেমময় মাণিকে ৰচিত মনোৰম ॥
সৰোবৰে জলচৰ পখিৰ আৰাও ।
নানা কেলি কৌতুক কৰে ঠাৱে ঠাঁও ॥
দিব্য নৰনাৰী দিব্য বসনভূষণ ।
আয়াযাত কৰয় হৰিষকয় মন ॥
ঐছন আনন্দমুনি পেখল অপাৰ ।
বসুদেৱ গৃহে ঋষিৰাজ পয়োসাৰ ॥
সখিসমে সুভদ্ৰা আসনে বৈথি থিক ।
পেখি পায়ে পৰণাম কয়লি মুনিক ॥
চিৰঞ্জীৱ চিৰঞ্জীৱ নাৰদে বোল ।
ডাকি বলহু নৰ হৰি হৰি বোল ॥ (৭)



সূত্ৰ—আহে সামাজিক লোক, নাৰদক পেখি সুভদ্ৰা আসনে বৈথাই পাৱে পৰণামি যে বোলল ।

সুভদ্ৰা বোল—আহে মহামুনি নাৰদ, তোহাক দৰশনে হামো পৰম কৃতাৰ্থ ভেলো । তোহাৰ চৰণ ৰেণুৱে হামাৰ দ্বাৰকাপুৰী পবিত্ৰ ভেল । অৱ মুনি এথা কোন প্ৰয়োজনে আসল তা কহ ।

সূত্ৰ—আহে সামাজিক লোক, সুভদ্ৰাক ৰচন শুনি নাৰদে যে বোলল ।

নাৰদ বোল—আহে মাই সুভদ্ৰে, হামো যদৰ্থে আৱলো তা শুনহ । যে মহাৰাজ পাণ্ডু তাহেক মধ্যমপুত্ৰ অৰ্জ্জুন সে তোহাক বৰ যোগ্য হোই । আহে মাই সুভদ্ৰে, সে অৰ্জ্জুনক ৰূপগুণ কিছু-কহো তা শুনহ ।

## ভটিমা

শুন মাই সুভদ্ৰা স্বৰূপ ।
কি কহবো বিজয়ক ৰূপ ॥
নবীন বয়সত শ্যাম ।
সুচান্দ বয়ন অনুপাম ॥
অধৰ বন্ধুলী ৰুচি চোৰ ।
দশন সুন্দৰ কণ্ডকোৰ ॥
শিৰবৰ ছত্ৰক বেশ ।
ৰুচিকৰ কুঞ্চিত কেশ ॥
সুসম কপোল মনমোহে ।
নাসা তিলফুল শোহে ॥
ত্ৰিভঙ্গ মন্মথ ছাপ ।
পেখি ৰমণী মিলে তাপ ॥
নয়ন পঙ্কজ পৰাকশ ।
সুন্দৰ মধুৰ মন্দ হাস ॥

ৰুচিকৰ চিবুক অতুল ।
কৰ্ণ দোহো শঙ্খক তুল ॥
কম্বুকণ্ঠে অনুপাম ।
মূৰুতি যৈছন কাম ॥
ভুজৰিপু দৰ্প বিনাশ ।
ৰহল হৃদয় পৰকাশ ॥
ৰুচিকৰ উদৰ সুচান্দ ।
সোহে সুন্দৰ কটিকন্ধ ॥
শোভল আঙ্গুঁলিক পান্তি ।
চম্পক পাকৰী সমকান্তি ॥
কৰতল ৰাতা পৰকাশ ।
উতপল পাতা আভাস ॥
নখচাৰু চান্দসম শোহে ।
গতিগজ জন মোহে ॥
কৰিকৰ উৰুঅৱভাস ।
চৰণ পঙ্কজ পৰকাশ ॥
পদতল আৰকত ভাস্তি ।
সুন্দৰ আঙ্গুলিক পান্তি ॥
ঐছন মনোহৰৰূপ ।
হেৰি যুৱতী ভয়োচুপ ॥
কৰুসোহি পিয়ো অভিলাষ ।
আবে মিলব তুৱা পাশ ॥
সো নিজপতি তুৱা জানি ।
কহলো নাৰদ সত্যবাণী ॥
তেজ সামাজিক আন কাম ।
ডাকি বলহু ৰাম ৰাম ॥ (৮)

সূত্ৰ—আহে সামাজিক লোক, নাৰদকমুখে অৰ্জ্জুনক ৰূপগুণ শুনিয়ে সুভদ্ৰা পৰমানন্দ লভিকহো মুনিক পাৱে প্ৰণাম কয়ল । তদনন্তৰে সুভদ্ৰাক পৰম সন্মান লভিয়ে নাৰদ চলি গেল ।



শ্লোক

নাৰদস্য গিৰঃ শ্ৰুত্বা ৰূপবীৰ্য্যগুণান্ বহুন্ ।
সুভদ্ৰা ৱিজয়কামা নৃত্যতি স্ম মুদান্বিতা ॥ ৫ ॥

সূত্ৰ—আহে সামাজিক লোক, নাৰদকমুখে অৰ্জ্জুনক ৰূপগুণ শুনিয়ে স্বামী নিশ্চয় কয়কহো সুভদ্ৰা আনন্দে যৈছে নাচয়ে লাগল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ মাহুৰ, পৰিতাল**

নাচত যদুনন্দনী মাই ।
অঙ্গে পুলক ৰঙ্গে নয়ন জুৰাই ॥
পদ—পাৱব স্বামী বীৰবৰসাৰা ।
জনম সাফল অৱ ভয়ো হামাৰা ॥
সুন্দৰ ৰূপ ভুবন অনুপাম ।
ভূমিমহ যৈছে বেকতভয়ো কাম ॥
ঐছন স্বামী মিলব তুৱা পাশ ।
বোলয় শ্ৰীৰাম হৰি দাসকুদাস ॥ (৯)

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে সুভদ্ৰা অৰ্জ্জুনক স্বামী আশা কৰিয়ে পৰমানন্দে ৰহল । তদনন্তৰে এক দিবসে বসুদেৱ পুত্ৰ মিত্ৰ জ্ঞাতিসৱক আনিয়ে যে বোলল তা শুনহ ।

বসুদেৱ বোল—আহে পুত্ৰ মিত্ৰ জ্ঞাতিসব, হামাৰ দুহিতা সুভদ্ৰা বিবাহ যোগ্য ভেল । কন্যাক উত্তম বৰ কোনথানে থিক তাহেক নিশ্চয়কয়ে বোল । অঃ হামাৰ মনে ৰূপ গুণে কুলেশীলে ধৈৰ্য্যে

পাণ্ডুপুত্ৰ অৰ্জ্জুন কন্যাক সদৃশ বৰ যব সবহি ভাল দেখহ, তাহেত বিধিৱতে বিৱাহ দেওঁ।

সূত্ৰ—আহে সামাজিক লোক, বসুদেৱক বচন শুনিএ জ্ঞাতি-মিত্ৰসবে যে বোলল তা শুনহ।

জ্ঞাতিমিত্ৰসব বোল—আহে বসুদেৱ তোহাৰ সাধুবুদ্ধি, অঃ কন্যাক সদৃশ বৰ নিশ্চয় কয়লি

সূত্ৰ—তদনন্তৰে সৰ্ব্বজ্ঞ শ্ৰীকৃষ্ণ মৌনে ৰহল।

শ্লোক

ৱসুদেৱবচঃ শ্ৰুত্বা ৰামঃ দুৰ্য্যোধনায়ৱৈ।
দাতুকামঃ স্বভগিনীং বাবয়ামাস পাণ্ডৱম্ ॥ ৬ ॥

সূত্ৰ—তদনন্তৰে বলোভদ্ৰে যে বোলল তা শুনহ।

বলোভদ্ৰ বোল—আহে পিতা হামাৰ সম্মত শুনহ। যে সৰ্ব্বগুণে গুণান্বিত মহামানী ৰাজা দুৰ্য্যোধন সে সুভদ্ৰাক বৰ যোগ্য হোই। হামো নিশ্চয়ে তাহেক দেৱবো, তোহো অৰ্জ্জুনত নাহি দেৱবি।

সূত্ৰ—আহে সামাজিক লোক, ৰামক ঐছন নিশ্চয় জানিয়ে বসুদেৱ সোহি বাক্য অনুমানি ৰহল। তদনন্তৰে সখী পদ্মাৱতী এসব বৃত্তান্ত শুনি সুভদ্ৰাক সমীপে গৈয়েকহো যে জনাৱল।

পদ্মাৱতী বোল--আহে সখি তোহো অৰ্জ্জুন স্বামীক লাগি আশা দূৰ কৰহ। তোহাৰ যে শ্ৰেষ্ঠ ভ্ৰাতা বলোভদ্ৰে ৰাজা দুৰ্য্যোধনত তোহাক দিতে সত্য কয়ল হামো স্বৰূপ জানলো। হা হা সখি, তোহাক কি কপাল মিলল! বিধি বাম ভেল।

শ্লোক

পদ্মাৱত্যাঃ বচঃ শ্ৰুত্বা সুভদ্ৰাৱিৰহাতুৰা।
ৰুৰোদ কান্তং ধ্যায়ন্তী ৱিৰসা সখিসন্নিধৌ ॥ ৭ ॥



সূত্ৰ—আহে সামাজিক লোক, তদনন্তৰে পদ্মাৱতীক মুখে ঐছন বিপ্ৰিয়-বাণী শুনি সুভদ্ৰা যৈছে বিলাপকয়ে লাগল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ স্থহাই, যৌতিমান**

সখি হে কে বিধি বঞ্চল সোহি পিউ।
বোলত ৰমণীবাণী বিনে বৰ শিৰোমণি
কৈছন ধৰব হামো জিউ ॥
পদ—মুনিমুখে ৰূপগুণ, শুনি মনে সখি বৰি,
মিলল হামাৰি পতি আশা।
অৱবিধি ভেলি বাম বৈৰিমেৰি ভৈয়া ৰাম
সোহি আশা কয়লি নৈৰাশ ॥
সিংহ পিউ ধনঞ্জয়, কুৰুনৃপ শ্বাননয়
কেনে ছায়া পৰশিবো পায়া।
হৰিক ভগিনী সতী কৰু বহুবিলপতি।
মূৰুখ শ্ৰীৰামে এহু গায় ॥ (১০)

সুভদ্ৰা বোল—আহে সখি পদ্মাৱতী, হামো মুনিক মুখে অৰ্জ্জুনক ৰূপগুণ শুনিয়ে স্বামী ইচ্ছা কয়ছি! সোহি আশা ভায়াৰামে দূৰ কয়ল। হামাক দুৰ্য্যোধনত দিতে অঙ্গীকাৰ কয়লি। সোহি অৰ্জ্জুনক আগে কোন হুই! যৈছে সিংহক আগু শ্বান। হামো কবহু তাহেৰ ছায়াকো পাৱে পৰশবো নাহি। যব অৰ্জ্জুনক স্বামী নাহি পাও তবে হামো অনাহাৰে প্ৰাণ চাৰবো।

সূত্ৰ—আহে সামাজিক লোক, নাৰদক পেখি ধনঞ্জয় উঠিকহো আসনে বৈথাই পাৱে পৰণাম কয়ল। কৰযোৰি যে বোলল তা শুনহ।

অৰ্জ্জুন বোল—আহে মহামুনি নাৰদ, আজু হামো তোহাক দৰশনে পৰম কৃতাৰ্থ ভেলো—মহাসন্তোষ পাৱলো। অৱমুনি এথা কোন প্ৰয়োজনে আৱল তা কহ।

সূত্ৰ—অৰ্জ্জুনক বচন শুনিয়ে নাৰদে আশীৰ্ব্বাদ শ্লোক পঢ়ল।

শ্লোক

কুশলং তৱ গোবিন্দ তনোতু জগতাংপতি।
ৱীৰপুঙ্গৱ তৱাজ্ঞাং ৱহন্তু ৱিবুধাশ্বৰাঃ॥ ৮॥

সূত্ৰ—ওহি আশীৰ্ব্বাদকয়ে নাৰদ যে বোলল তা শুনহ।

নাৰদ উবাচ—আহে অৰ্জ্জুন, হামো যে প্ৰয়োজনে আৱলো তা শুনহ। বসুদেৱক দুহিতা সুভদ্ৰানামে এক দিব্যকন্যা, সে তোহাক গৃহিণী উচিত হয়। তাহেৰ পিতা-মাতা-ভ্ৰাতা শ্ৰীকৃষ্ণে তোহাক দিতে মন হৈয়াছে, কন্যায়ো তোহাক পতি নিশ্চয় কৰি সৰ্ব্বথা ৰহৈছে। তাহেক হামো নিষ্টকয়ে জানো। কিন্তু তথি বলোভদ্ৰে সুভদ্ৰাক দুৰ্য্যোধনত বিবাহ দিতে অঙ্গীকাৰ কৰৈছে, যব তোহো দ্বাৰকাক সত্বৰে যাব, তেৱে ওহি কন্যা আৱশ্যকে পাৱব। হে অৰ্জ্জুন সে কন্যাক ৰূপগুণ কিছুকহো তা শুনহ।

## ভটিমা

বোলত নাৰদ শুন গাণ্ডীব চাপধাৰী।
কতনো কহবো ৰূপগুণ কুমাৰী॥
তনুঅনুপাম কনক সমশোহে।
পেখিয়ে ৰূপে ভুবন তিনি মোহে॥
হেৰিয়ে বয়ন চান্দ বৰি লাজ।



নয়নক পেখি কমলজল মাজ॥
পঙ্কজবয়ন অলককুল শোহে।
যৈছে ভ্ৰমৰ ৰহত মধুলোহে॥
ভ্ৰুবযুগ মদনচাপ মনমোহে।
নাসাতিল কুসুম ত্ৰিভুবন শোহে॥
দশন মৌতিম মন্দ হাস পৰকাশ।
সুন্দৰ অধৰ চাৰু চিবুক বিকাশ॥
ভুজযুগ ৰতনকু মৃণাল প্ৰমাণ।
উৰুৰাম কদলি কটি ডম্বৰুক থাম॥
কোমল কৰতল পঙ্কজ পান্তি।
ৰতন অলকা সম আঙ্গুলিক পান্তি॥
পদযুগ পল্লব পঙ্কজ ৰঞ্জে।
নখচয় চাৰু চান্দ ৰুচি ৰঞ্জে॥
বাণী অমিয়া ৰস গুণে সম নাই।
যুবত মোহনী কন্যা পদ্মিনী মাই॥
কৈছে ৰহত এথা প্ৰয়োজন নাই।
চলহু অৰ্জ্জুন অৱ দ্বাৰকাক লাই॥
পাৱব ৰমণী মিলব মনতোষ।
সামাজিক লোক কৰহু হৰি ঘোষ॥ (১১)

সূত্ৰ—আহে সামাজিক লোক, নাৰদৰ মুখে ঐছন বাণী শুনিয়ে অৰ্জ্জুনে যে বাণী বোলল তা শুনহ।

অৰ্জ্জুন বোল—আহে মহামুনি নাৰদ, তোহো আপুনে সৰ্ব্বজ্ঞ, দোষাদোষ জানহ। হামো পৰম অজ্ঞনী, তোহো যে আজ্ঞা কয়ল তাহেক হামো সৰ্ব্বথা কৰবো।

সূত্ৰ—তদনন্তৰে অৰ্জ্জুনত মহাসৎকাৰ লভিয়ে নাৰদ চলি গেল।

শ্লোক

নিশম্য ৱাক্যংদেৱৰ্ষেঃ শ্ৰুত্বা চ ৰূপমদ্ভুতম্
তামেৱ মনসা ধ্যায়ন্ পাৰ্থঃ যদুপুৰীং যযৌ॥ ৯॥

সূত্ৰ—তদনন্তৰে অৰ্জ্জুনে মুনিকমুখে সুভদ্ৰাক ৰূপগুণ শুনিকহো জ্ঞানধ্যান দূৰ গেল। সুভদ্ৰাক মনেচিন্তি অৰ্জ্জুন যৈছে দ্বাৰকাপুৰে চলল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

### ৰাগ মাহুৰ ধনশ্ৰী যৌতিমান

বীৰবৰ ধনঞ্জয় চলে যদুপুৰ।
কামিনী কাহিনী শুনিয়ে মুনিমুখে,
জ্ঞান ধ্যান ভেল দূৰ ॥

পদ—সুমৰি সুন্দৰী দিবস একশত ৰজনী যুগসম যায়।
কামে উচপিচ চিত ভয়ো বীৰ ৰমণীৰূপ ধিয়াই ॥
যবতো কামিনী হোই দৰশন, তবতো জীৱন ৰহু মেৰা।
শ্ৰীৰাম হীনমতি বোলয় যদুপতি দাসক দাস কৰু তেৰা ॥ (১২)

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে অৰ্জ্জুন দ্বাৰকাপুৰ পাৱল। তথি শ্ৰীকৃষ্ণক পেখি কপট দোহো দোহাক 'নমোনাৰায়ণ' 'নমোনাৰায়ণ' বাণী বাৰম্বাৰ বোলল। তদনন্তৰে দোহো দোহাক আলিঙ্গি ধৰিকহো বাত পুছত তা শুনহ। তদনন্তৰে বিৰলথানে বসিকহো কপটছোৰি শ্ৰীকৃষ্ণে অৰ্জ্জুনত যে পুছত তা শুনহ।

**শ্ৰীকৃষ্ণ উবাচ—** শ্লোক

কস্মাৎ ভূতোঽসি সন্ন্যাসী কথমেতদ্বেশং তৱ।
ৱদ তৎকাৰণং শীঘ্ৰং ময়ি গোপ্যং তৱাস্তিকিম্ ॥ ১০ ॥

কথা—আহে সখি ধনঞ্জয় তেহো দিব্যবসনভূষণ ছোৰি কৈছে কপীন বসন পৈৰল, কৈছে হাতে দণ্ড ধৰল সত্বৰে কহ। হে সখি, তোহাৰি ওহি অৱস্থা দেখি হামাৰি মনে বৰিদুখ লাগে।



সূত্ৰ—শ্ৰীকৃষ্ণক প্ৰিয়বাণী শুনি সন্যাসীবেশে অৰ্জ্জুনে যে বোলল তা শুনহ।

**অৰ্জ্জুন বোল—** শ্লোক

দৃষ্ট্বা পাৰ্শ্বে দ্ৰুপদতনয়াং জ্যেষ্ঠভ্ৰাতাসহান্বিতাম্
গৃহাশ্ৰমং পৰিত্যজ্য ভ্ৰমামি ব্ৰহ্মচাৰী ৱৈ ॥ ১১ ॥

কথা—হে প্ৰভু, ৰহস্যস্থানে ধৰ্ম্মৰাজাক দেখলো হামু মুনিক নিৰ্ব্বন্ধ বাক্য সুমৰি সব গৃহবাস চোৰি সন্যাসধৰ্ম্ম ধৰিকহো ব্ৰহ্মধিয়াই বেৰাওঁ।

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণে অৰ্জ্জুনক ঐছন বচন শুনিয়ে হাসি হাসি যে বোলল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

### শ্ৰীগৌৰী, ৰূপকতাল

সখিহে কৈছে কপট কহ বাণী।
বোল কৃষ্ণ কৃপাময় শুন সখি ধনঞ্জয়
তেৰি হৃদয় হামো জানি ॥

পদ—যব ভৈল সন্যাসী তব তে কৈছন আসি
দোহো কন্যা কয়লি বিবাহ।
মাথে জটা, হাতে দণ্ড, কপীনবসনদণ্ড
পেখি তেৰি মিলে হাস ॥
অব পশি যদুপুৰী যৱকন্যা কয় চুৰি
তৱতো ভাৱনা হৈব চূৰ।
শ্ৰীৰাম কাকুতি বাণী বোলত সাৰঙ্গপাণি
মেৰি মায়ামোহ কৰু দূৰ ॥ (১৩)

শ্ৰীকৃষ্ণ বোল—অঃ হে সখি অৰ্জ্জুন, তোহো হামাত কৈছে কপট বাত কহ। যব তোহো সন্যাসধৰ্ম্ম ধৰল তব কৈছে চিত্ৰঙ্গদা উলুপী নামে দোহোকন্যা বিবাহ কয়লি। অৱহামাৰ দ্বাৰকাপুৰে কোনো কন্যা হৰিয়া নেৱব তব তোহোক সকল ভাবনা দূৰ যাৱব।

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণক পৰম পৰিহাস বাক্য শুনিয়ে অৰ্জ্জুনে যে বোলল তা শুনহ।

অৰ্জ্জুন বোল—হে স্বামি, কৃষ্ণ, হামো তোহাৰি কিঙ্কৰ; তোহো আপোন সৰ্ব্বজ্ঞ, সৰ্ব্বঅন্তৰ্য্যামী সকলে জগতক বাহিৰে ভিতৰে থিক। তোহাত কোনে আঁৰ কৰিতে পাৰয়? হে প্ৰভু, মহামুনি নাৰদ-কমুখে তোহাৰ ভগিনী সুভদ্ৰাক ৰূপগুণ শুনিয়ে হামাৰি মনে বৰি বাঞ্ছা হৈয়াছে। যব সুভদ্ৰাক হামাত বিবাহ দেৱ, তবে প্ৰাণ ৰহে, অন্যথা জীৱ ৰহয়ে নাহি। হামু পুনু সহজে তোহাক চৰণকু দাস ভেলো।

সূত্ৰ—আহে সামাজিক লোক, অৰ্জ্জুনক বচন শুনি শ্ৰীকৃষ্ণে যে বোলল।

শ্ৰীকৃষ্ণ বোল—আহে সখি ধনঞ্জয়, পিতাক মাতাক হামাৰ সুভদ্ৰাক তোহাত দিতে মন হৈয়াছে। কন্যায়ো তোহাক স্বামী ইচ্ছা কয়ল কিন্তু দদা বলোভদ্ৰে ৰাজাদুৰ্য্যোধনত দিতে অঙ্গীকাৰ কৰৈছে, সে নিমিত্তে কন্যাক আপুন গৃহমধ্যে প্ৰবন্ধকয়ে ৰাখয়। যব দাদা ৰামে তোহাক কন্যা দিতে জানয়, তবে বৰি বিসঙ্গতি মিলব। অব হামো উপায়েক কহো তা শুনহ। হামাৰওহি দ্বাৰকাপুৰে দেবযাত্ৰা মহোৎসব মিলব, সোহি সময়ে এক মহাধনু থৈয়াকহো সুভদ্ৰা দেৱদৰশনে চলব। তোহো ওহি সময়ে পৰমানন্দে কন্যা হৰি নিয়া যাৱব।

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণক ঐছন কৃপা বাণী শুনিয়ে অৰ্জ্জুনে সুভদ্ৰাক আশায়ে কটিপয় মাস দ্বাৰকাপুৰে বঞ্চল। শ্ৰীকৃষ্ণে মহা সন্যাসী বুলি অন্ন বেঞ্জন ভোজন কৰাৱত। যদুগণো গৃহে গৃহে পৰমানন্দে সন্যাসী বুলি অন্নদান কৰয়। তদন্তৰে সন্যাসীবেশী অৰ্জ্জুনক কথা সুভদ্ৰাক আগু কহিতে শ্ৰীকৃষ্ণে ৰুক্মিণীক আদেশ কয়ল।



শ্ৰীকৃষ্ণ বোল—হে প্ৰিয়ে, অৰ্জ্জুন আসিবাৰ কথা সুভদ্ৰাত কহগিয়া।

সূত্ৰ—সে গোসাঁনী ৰুক্মিণী শ্ৰীকৃষ্ণক আদেশ লভিয়ে সুভদ্ৰাক পাশে গৈয়াকহো যৈছে বিজয়ক বাত জনাৱল তা শুনহ।

ৰুক্মিণী বোল—আহে সুভদ্ৰে, তোহো যাহাক বহুকাল স্বামী আশা-কৈয়ে ৰহৈছ সোহি অৰ্জ্জুন হামাৰ দ্বাৰকানগৰে সন্যাসবেশে আৱল, তোহো ওহি থানে অল্পকালে ভেণ্ট পাৱব।

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে ৰুক্মিণীকমুখে ঐছন শুভবাত শুনিকহো সুভদ্ৰা পৰমানন্দে ৰহল। তদনন্তৰে একদিৱসে বলো-ভদ্ৰে পৰম ধৰ্ম্মিষ্ঠ সন্যাসী বুলি গৃহে আনি পৰমবিশিষ্ট অন্নবেঞ্জন ভোজন কৰাৱত, তন্নিকৰ সঙ্গে আপুনে ভোজন কৰত।

সূত্ৰ—আহে সামাজিক লোক, সন্যাসীবেশে অৰ্জ্জুন কতিবেৰি সুভদ্ৰাক ভেণ্ট পাওঁ বুলি ভোজনে বৈঠল। তদনন্তৰে সোহি সময়ে সুভদ্ৰাক ফটিকস্তম্ভে গাৱে দিয়ে অৰ্জ্জুনক হাস্য কটাক্ষণ কৰথিক।

শ্লোক

ৰূপং দৃষ্ট্বাপি সন্ন্যাসী সুভদ্ৰায়াঃ ধনঞ্জয়ঃ।
তদ্ৰূপং বৰ্ণয়ামাস চেতসা স্মৰপীড়িতঃ ॥ ১২ ॥

সূত্ৰ—তদনন্তৰে সুভদ্ৰাক মুখনিৰেখি ষড়ৰস অন্নভোজন ছোৰি যৈছে ৰূপ বৰ্ণাৱত তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

# গীত

**ৰাগ গৌৰী, বিসমতাল**

হৰলি অৰ্জ্জুন নয়নি ৰমণী মুহ নেহাৰি ।
পূৰ্ণ শশী পেখি যৈচন চকোৰ পিয়ত অমিয়া বাৰি ॥
পদ—ষড়ৰস অন্ন বিছুৰি এৰূপ বিনাৱে ৰাম ভগিনী ।
কমলনয়নী সুবদনীধ্বনী অলককুলশোভনী ॥
মৌতিম দশনী মধ্যখিণী বাণী চৰণে নূপুৰ ধ্বনি ।
যুবজনমনমোহিনী ৰমণী তৰুণী গজগামিনী ॥
হামাৰি হৃদয়ৰঞ্জনী কামিনী বিধি মিলাৱলি জানি ।
সামাজিকজন তেজি আন মন বোল ৰাম ৰাম বাণী ॥১৪

সূত্ৰ—আহে সমাজিক লোক, ঐছন প্ৰকাৰে অৰ্জ্জুনে সুভদ্ৰাক ৰূপনিৰেখি, সুভদ্ৰায়ো মহামুনি নাৰদকমুখে যৈছনৰূপগুণ শুনল তাহেতে কৰি ততোধিক উত্তম দেখিয়ে কামে জৰ্জ্জৰিত হয় । ৰামকভয়ে কথম-কথমপি সাৰধান হুয়া ৰহল । তদন্তৰে সন্যাসীবেশ বীৰবিজয় ৰামত অনুমতি লৈয়া আপুন স্থানে চলি গেল । সোহি সময়ে একদিবসে দ্বাৰকাপুৰে দেৱযাত্ৰা মহোৎসৱ মিলল । যত দ্বাৰকা-নিবাসী নৰনাৰীসব দেৱাঙ্গ বসনভূষণ পৈৰণ কৰিয়ে ৰথে গজে ঘোঁৰাত চৰিকহো ছত্ৰ-চামৰ ধ্বজ-দণ্ডদোলি পঞ্চম শব্দ নাদ-সম্বাদ কৰি দেৱ দৰশনে চলল । সময় জানি অৰ্জ্জুন সুভদ্ৰাক চুম্পি পথে চৰৱি পাৰি বৈঠি ৰহল । মহা মহা যদুবীৰসবো পেখি পৰম ধৰ্ম্মিষ্ঠ সন্যাসী বুলি প্ৰণাম কৰয় ।

সূত্ৰ—তদন্তৰে সুভদ্ৰা দুৰ্জ্জয় গড় মধ্যহন্তে বাজ হৈয়া ৰথে চৰল । অনেক সুন্দৰী আয়তা স্ত্ৰীসবে কন্যাক আবৰি চলল । মহাবীৰ সবো হাতে ধনুশৰ ধৰিকহো চতুৰ্পাশে ৰামক আদেশে কন্যাক আবৰি চলৈছে । ঐছন মহামহোৎসৱে সুভদ্ৰা যৈছে দেৱদৰশনে চলল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি ।

# গীত

**ৰাগ এতালী**

চললি সুভদ্ৰা দেৱদৰশনে লাই ।
কৰত আনন্দমন স্বামীক ধিয়াই ॥
পদ—গাৱে পীতাম্বৰ কৰ্ণে কুণ্ডল দোলয় ।
গলে গজমতি হাৰ হৃদয়ে দোলয় ॥
কটিত কিঙ্কিণীকৰে কঙ্কণে সুহাই ।
হাসি ভুবনমোহে পদ্মমনী মাই ।
চৰণে পঙ্কজে চাৰু নূপুৰে জলয় ।
হৰি পাৱে ৰতি ৰহু শ্ৰীৰামে বোলয় ॥ (১৫)

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে সুভদ্ৰা ৰাজপথে অৰ্জ্জুনক মনে চলয় ।

## শ্লোক

মদনবিশিখতপ্তাং ৱীৰবৰ্যাং সুভদ্ৰাম্
সখিনিকৰপৰিতাং ৱীক্ষ্য চাপং গৃহিত্বা ।
হৰিৰিৱ মৃগযূথাং ত্ৰাসয়ন্ বৃষ্ণিমধ্যাত্
পৰিহৃত্যযতীৱেশঃ সংজহাৰাৰ্জ্জুনস্তাম্ ॥ ১৩ ॥

সূত্ৰ—তদনন্তৰে দূৰহন্তে অৰ্জ্জুন সুভদ্ৰাক দেখিয়ে দণ্ডকমণ্ডলু সন্যাস বেশ ছোৰি মহাবেগে লৱৰি ৰথেচৰি হাতে ধনুশৰ ধৰি টঙ্কাৰ বীৰনাদকয়েকহো যৈছে সিংহ মৃগযূথক খেদাৱল সোহি প্ৰকাৰে ৰথীয়াসৱক দূৰ কৰিয়ে অৰ্জ্জুনে সুভদ্ৰাক কোলে বৈথাই আপোন ৰথ ঘোটক বাঘজৰী ধৰি যৈছে মহাবেগে চলিল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

**ৰাগ ধনশ্ৰী, একতালি**

চৰি ৰথে বীৰ ৰাই, সুন্দৰী ৰমণী পাই ।
ত্বৰিতগমনে ধাই, কৰে চাৰু চাপ লাই ॥

পদ—কয়লি টঙ্কাৰধ্বনি ।
শুনি বীৰনাদ ধ্বনি ॥
ভয়ে হিয়া ভেলি চূৰ ।
সৈন্যসৱ ভৈল দূৰ ॥
হৰিক ভগিনী সতী ।
পাই ধনঞ্জয় পতি ॥
হৰিসে মগন মন ।
হেৰত বয়ন ঘন ॥
আনন্দে পুলক কায় ।
পিউ সঙ্গে চলি যায় ॥
দীন শ্ৰীৰামে গাই ।
গতি মেৰি হৰি পাই ॥

সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে অৰ্জ্জুন দ্বাৰকা চাৰি সুভৰ্দ্ৰাক হৰি লৈয়া বহুদূৰ গেল । তদনন্তৰে ভঙ্গুৰা সৈন্যসব ৰামক পাশে গৈয়াকহো যে কহল তা শুনহ ।

সৈন্যসব বাক্যং—হে প্ৰভুৰাম, হামোসব কি আশ্চৰ্য্য-অদ্ভুত দেখলো তোহো যাহেক ধৰ্ম্মিষ্ঠ সন্যাসী বুলি অন্নভোজন কৰাৱল সে সন্যাসীবেশে অৰ্জ্জুন আসিকহো ধনুটঙ্কাৰ কৰিয়া হামাক খেদাই তোহাৰ ভগিনী সুভদ্ৰাক হৰি নিয়া গেল । হামোসব সাক্ষাতে দেখলো । হে দেৱসব আপোনে যে যোগ্য তা কৰহ ।

সূত্ৰ—ওহি কহি সৈন্যসব মৌন ভেল ।



### শ্লোক

ভগিনী পাণ্ডুপুত্ৰেণ হৃতা শ্ৰুত্বা হলায়ুধঃ
ক্ৰোধসংৰক্তনয়নঃ প্ৰযযৌ সমৰং প্ৰতি ॥ ১৪ ॥

সূত্ৰ—তদনন্তৰে ভঙ্গুৰা সৈন্যসবক বচন শুনিয়ে বলোভদ্ৰ পৰমক্ৰোধে গাৰি দিয়ে যৈচে অৰ্জ্জুনক খেদি যায়, তা দেখহ শুনহ. নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ কানড়া, পৰিতাল**

ধৰহ অৰ্জ্জুন বোলে বলোৰাম ।
কাম্পয় কোপে নিকলয় ঘাম ॥

পদ—কান্ধে ল্যাঙ্গল হাতে মুষল উচ্চাই ।
আৰকত আখি বোলে চৌদিশে চাই ॥
সত্বৰে সাজ সাজ যদুগণ ।
কয়লি পাপী মেৰি সত্যক ছন ॥
নাহি জাতিকুল তাৰ আচাৰ বিচাৰ ।
মাতুলক দুহিতা হৰলি দুৰাচাৰ ॥
বংশৰ দুৰ্যশ ৰহল জগছানি ।
অৰ্জ্জুনে হৰল ৰামকৃষ্ণক ভগিনী ॥
আজু অঙ্গীকাৰ বুজব হামাৰ ।
কয়বো দূৰ বিজয় নাম তাৰ ॥
কান্ধে লাঙ্গল দিয়া মুষল উচ্চাই ।
ভাঙ্গবো শিৰ কবহো ৰক্ষা নাই ॥
ঐছন কোপ কৰয় হলপাণি ।
ভকত বান্ধৱ মাধৱ হেন জানি ॥
কয়লি শৰিয়ে পৰনাম ।

বোলত বাণী শুন্‌ দাদা বলোৰাম ॥
পৰম মন্দ হীন বোলয় শ্ৰীৰাম ।
সামাজিক লোক বোলহু ৰাম ৰাম ॥ (১৭)

সূত্ৰ—আহে সামাজিক লোক, অৰ্জ্জুনক প্ৰতি ৰাম ঐছন কোপ পেখি শ্ৰীকৃষ্ণ ভকতক নিমিত্তে ৰামক পাৱে পৰিয়ে যৈছে কাতৰ কয়ল তা দেখহ শুনহ ।

শ্ৰীকৃষ্ণ বোল—আহে দাদাৰাম, পাণ্ডুপুত্ৰসৱ তোহাৰি পালন হামাৰো পৰম প্ৰিয়তম । তাহেক প্ৰতি ওহি কোপ ত্যজহ । তোহো সুভদ্ৰাক দুৰ্য্যোধনক দিতে অঙ্গীকাৰ কৰৈছ, সে কৈছে নাহি পাৱে ? পূৰ্ব্বজনৰ যাহেৰ কন্যা সোহি পাৱে । যে ৰাজা দুৰ্য্যোধন সে ৰূপেগুণে ধৈৰ্য্যে একশত ভাগো অৰ্জ্জুনক সম হোৱয়ে নাহি । হে দাদা হামাৰ ভগিনী সুভদ্ৰাক নিশ্চয়ে বিৱাহ দিতে লাগয় । সোহি অৰ্জ্জুনক সুভদ্ৰা বৰ ভাগ্যে স্বামী পাৱল । আহে দাদা তোহাৰি পাৱৰে লাগো, হামাৰি প্ৰাণসখি অৰ্জ্জুনক প্ৰতি ওহি কোপ তেজহ ।

সূত্ৰ—আহে সামাজিক লোক, কৃষ্ণক ঐছন কাকুবাণী নাহি মানি বলোভদ্ৰে হাতে মুষল ধৰিয়ে মহাকোপে অৰ্জ্জুনক প্ৰতি খেদি যায়. তাহে পেখি শ্ৰীকৃষ্ণ পৰক সঙ্গোপ্য কথা কহিয়ে যৈছে কোপ নিবাৰণ কয়ল শুনহ !

শ্ৰীকৃষ্ণ—আহে দাদা, হামো যে বোলো তুহু তা শুনহ । যে পৰমেশ্বৰ পৰমদেৱতা সে হামু, যে হামাৰ সেবক সহস্ৰ বয়ন সে তুহু । হামু তুহু ভূমিক ভাৰ হৰণ নিমিত্তে জগততাৰণ কাৰণে বেকত ভৈলো । অৱকৈছে হামাৰ বচন লঙ্ঘিয়ে পৰম পিয়তম ভক্ত অৰ্জ্জুনক কোপ কৰহ ? হাহা উচিত নহে উচিত নহে ।

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণক ঐছন সঙ্গোপ্য বচন শুনি বলোভদ্ৰ জ্ঞানে পৰিপূৰ্ণ হুয়া লজ্জায়ে হেঠমাথ কৰি কতিবেৰি অনন্তৰে শ্ৰীকৃষ্ণক আগু যে বোলল তা শুনহ ।



বোলোভদ্ৰ—হে প্ৰভু, তোহো পৰমপুৰুষ পুৰুষোত্তম দেৱকু পৰম দেৱতা । আপুনি সৰ্ব্বজ্ঞ, হামো তোহাৰি মায়ায়ে মোহিত হুয়া জ্ঞানভঙ্গ কয়লো । তোহাক নিজভকত অৰ্জ্জুনক কোপকৰিয়ে গাৰি দেলোহো, সে দোষ মৰস গোসাঁই । হে স্বামী, হামাৰ পিতা বসুদেৱ, গজ বাজীৰথ দাসদাসী যৌতুকসব দিয়ে বিধিয়ুতে সুভদ্ৰাক অৰ্জ্জুনত বিৱাহ দেহন্তোক যাই ।

সূত্ৰ—তদনন্তৰে সে অৰ্জ্জুনৰ বৃত্তান্ত শুনহ । অৰ্জ্জুনে প্ৰবাস সময়ে শ্ৰীকৃষ্ণক ভগিনী সুভদ্ৰাক পাই হৰিলৈয়া ইন্দ্ৰপ্ৰস্থ পাৱল শুনি যুধিষ্ঠিৰ আদি ভ্ৰাতৃসব পাত্ৰমন্ত্ৰী পুৰোহিত সহিতে মহামহোৎসৱে আগবাধল । দ্ৰৌপদী আদি পৰমসুন্দৰী আয়তা স্ত্ৰীসব সহিতে কুন্তী আগবাধি গৈয়েকহো বৰকন্যাক হাত একঠাম কৰিয়ে পঞ্চশবদ বজাই গৃহে প্ৰৱেশ কৰাৱল । তদনন্তৰে বিবাহ মহোৎসৱ শুনহ । ৰাজযুধিষ্ঠিৰে বিবাহক লাগি ৰত্নমন্দিৰ সজাৱল । ভীষ্ম আদি কুলবৃদ্ধসৱ দুৰ্য্যোধন অন্য যত ৰাজা নাৰদ প্ৰমুখ্যে যত দেৱঋষি ব্ৰহ্মঋষি ৰাজঋষি ৰাজা' যুধিষ্ঠিৰে সৱাকে আহ্বানকয়ে আনি মহামহোৎসৱ কয়েকহো সভাত বৈঠাৱল । তদনন্তৰে সোহি সময়ে দ্বাৰকা হন্তে যৌতুকসম্ভাৰ লৈয়া বসুদেৱ সুভদ্ৰাক বিবাহ দিতে আৱল । তাহে শুনি পাণ্ডুপুত্ৰ সব আগবাধি আসিকহো পৰম সাদৰে গৃহপ্ৰৱেশ কৰাৱল । তদনন্তৰে ধৌম্য পুৰোহিত বিবাহক নিমিত্তে কুশণ্ডি কৰিয়ে হোম আৰম্ভল ।

**শ্লোক**

সুভদ্ৰাৰূপমালোক্য ধৌম্যঃ স্মৰবাণাহতঃ
স্ৰুৱংহিত্বাতিমোহেন পপাত ধৰণীতলে ॥ ১৫ ॥

সূত্ৰ—তদনন্তৰে মুখচন্দ্ৰিকা কৰাইতে সুভদ্ৰাক পৰম সুন্দৰৰূপ পেখি ধৌম্য পুৰোহিত কামে জৰ্জ্জৰিত হুয়া হাতৰ স্ৰুৱস্ৰুচ খসল, কম্পি কম্পি মূৰ্চ্ছিত হুয়া পৰল । পেখি তনিকৰ শিষ্যে বোধ কৰাৱল ।

শিষ্য উবাচ—হে গুৰু কৈছে আকুল ভেলি ? তোহাৰ ব্যৱহাৰ নোহে নাহি। স্বস্থ হওঁ, স্বস্থ হও।

### শ্লোক

ধৌম্যশ্চ চেতনংলব্ধা বিষ্ণুং স্মৃত্বা প্ৰশান্তধীঃ
বিৱাহং কাৰয়ামাস তত্ৰাভূৎ উৎসৱো মহান্ ॥ ১৬ ॥

সূত্ৰ—তদনন্তৰে পুৰোহিতে চেতন লভি বিষ্ণু বিষ্ণু সুমৰি আছান্ত কৰিএ পুনঃ ধ্ৰুবধৰি হোম কৰিতে লাগল। তদনন্তৰে বসুদেৱে কন্যাসম্প্ৰদান কৰিতে বৰকন্যাক কেশ একঠাম কৰিকহো পানী ধালিতে তথি যৈছে কৌতুক মিলল, আহে লোক, সে মহা আনন্দ দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ বেলোৱাৰ, যৌতিতাল**

ধনঞ্জয় আনন্দে কৰত বিবাহ।
পেখিয়ে সুৰবৰ নৰমুনি কিন্নৰ
জগজন মিলন উৎসাহ ॥
পদ—বৰকন্যাক টিক একঠাম কয়েকহো
বসুদেৱে ধালত পানী।
পঞ্চশবদ নাদ কৰত আনন্দে ধৌম্যে
পুৰোহিতে কহে বেদবাণী ॥
নাচত নটী-নট ছপয় পঢ়য় ভাট
কুসুম বৰিষে সুৰবামা।
ৰতন যৌতুক বহু সবলোই দেলহ
পুৰল সব মন কামা ॥ (১৮)



সূত্ৰ—আহে সামাজিক লোক, ঐছন প্ৰকাৰে বিজয়কবিবাহ ভেল। তদনন্তৰে বিবাহক স্থানে যত লোকস্থিত, তাহেক ৰাজা যুধিষ্ঠিৰে পৰম সাদৰে গন্ধ-চন্দন-পুষ্প-তাম্বুল-বস্ত্ৰ-অলঙ্কাৰে সবাকে সন্তুষ্ট কৰাৱল। সেসবো পাণ্ডুপুত্ৰসবত মহাসৎকাৰ লভিয়ে আপোনস্থানে চলি গেল। অতঃপৰে বসুদেৱক পৰম সৎকাৰে গন্ধচন্দনবস্ত্ৰালঙ্কাৰ দিয়ে গৃহে পঠাৱল। আহে সামাজিক লোক, ঐছন প্ৰকাৰে বিবাহ মহোৎসব সাঙ্গ ভেল।

### শ্লোক

ততস্তু কৌতুকঃ পাৰ্থঃ সুপ্ৰধা আৰত্নমন্দিৰে।
লেভে ৰঙ্গৰসং বীৰঃ ভদ্ৰায়াঃ চাৰুৰূপয়া ॥ ১৭ ॥

সূত্ৰ—তদনন্তৰে বীৰবিজয় শ্ৰীকৃষ্ণক কৃপায়ে পৰমসুন্দৰী পদ্মিনী সুভদ্ৰাক পাই যৈছে কেলীকৌতুক কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ কল্যাণ খৰমান**

কৰত বিজয় বিহাৰা।
আলিঙ্গি ৰমণী সুন্দৰী গজগামিনী
কৰু অনঙ্গ অপাৰা ॥
পদ—পঙ্কজ বয়ন নয়নঘন হেৰত কৰত অধৰ মধুপান।
চোৰি কণ্ঠ আকুচ নখঘন হানত বীৰবৰ ৰসিক সুজান ॥
নবপিয়ু অঙ্গ মিলত চুম্বন কৰ বৰ বালা।
কৰযুগ কঙ্কণ ঝনকত হৃদিমহ দুৰ্লভ ৰতনকু মালা ॥
ইন্দুবদনবিন্দু শ্ৰমজল শোভিত ৰতিৰসে চেতন নাই।

হৰিক ভগিনী মন পূৰণ ভয়োকাম এহুৰস
শ্ৰীৰামে গাই ॥ (১৭)

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণক প্ৰসাদে সুভদ্ৰা নাম বীৰবিজয় পৰমসুন্দৰী পদ্মিনীক পাই মনোৰথ পুৰি পৰম আনন্দে ৰহল।

শ্লোক

শ্ৰীকৃষ্ণচৰণাৰবিন্দপ্ৰসাদনাটকং শুভম্ ।
সুভদ্ৰাহৰণং নাম পূৰ্ণংহৰিযশোজ্জ্বলম্ ॥ ১৮ ॥

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণ পাদপদ্ম প্ৰসাদত সুভদ্ৰাহৰণ নাট সম্পূৰ্ণ ভেল। ইহাত ন্যূন্যাধিক দোষ সে শ্ৰীকৃষ্ণচৰণে দূৰ হৌক।

শ্লোক

খল্পজ্ঞেন ময়া কৃতং নাটকং সুপ্ৰকাশিতম ।
তত্ৰ ন্যূনাধিকং দোষং কৃপয়া ক্ষন্তুমৰ্হসি ॥১৯ ॥

সূত্ৰ—ওহি বুলি হৰিক নিৰ্ম্মল কথা যে সন্তসবে শ্ৰদ্ধায়ে গাৱে, শ্ৰদ্ধায়ে শ্ৰবণ কৰয় তাৰাসবৰ হৰিকচৰণে নিৰ্ম্মল ভকতি মিলব।

অপিচ—আহে লোকাই, ওহি ভাৰতবৰিষে নৰতনু কোটিজন্মে নাহি পায়। বিশেষত কলিযুগে হৰিনাম শ্ৰৱণ কীৰ্ত্তনত বিনে গতি নাহি নাহি জানি চিত্ত স্থিৰ কৰি হৰি বোল হৰি।

শ্লোক

নমঃ পূৰ্ণেন্দুবক্ত্ৰায় জগন্মোহনমূৰ্ত্তয়ে ।
প্ৰফুল্লাম্বুজনেত্ৰায় কৃষ্ণায় ভক্তবান্ধৱে ॥ ২০ ॥

সূত্ৰ—নমোনাৰায়ণ শ্ৰীকৃষ্ণচৰণে স্মৰণ কৰি নিৰন্তৰে হৰি বোল হৰি। শ্ৰীশ্ৰীকৃষ্ণক ভগিনী সুভদ্ৰাহৰণ বীৰবিজয় নাম নাট সম্পূৰ্ণ ভেল।

# স্যমন্তহৰণ-নাটক

অজ্ঞাত

# স্যমন্তহৰণ-নাটক

**শ্ৰীকৃষ্ণায় নমো নমঃ ॥**

শ্লোক

নমো বাসুদেৱ শ্ৰীকৃষ্ণ দৈৱকীনন্দসুত ।
নমো নাৰায়ণাখিলগুৰো ভগৱন্নমস্তে ॥
নমো ব্ৰহ্মমূৰ্ত্তে শ্ৰীহৰে বিশ্বৰূপ ।
কমলনয়নাচ্যুত, নমস্তে নমস্তে ॥ ১ ॥

অপিচ

ভগৱন্তং নমস্কৃত্য প্ৰণম্য চ গুৰুং তথা ।
স্যমন্তহৰণনামনাটকং বিদধেঽধুনা ॥
বেদানামৰ্থতত্ত্বজ্ঞং শ্ৰীশঙ্কৰৰূপিণম্ ।
বন্দে তং পৰমানন্দং সৰ্ব্বাশুভবিনাশকং ॥ ২ ॥

সূত্ৰ—পহিলহি শ্ৰীকৃষ্ণক পৰণাম কয়কহু তদন্তনৰ শ্ৰীশঙ্কৰ গুৰুক উপদেশ হৃদয়ে ধৰিকহু সভাসদলোকক সম্বুধি বোল ।

ভো ভো সামাজিকা, য়ূয়ং শৃণুধ্বমধুনা বচঃ ।
স্যামন্তহৰণনামনাটকং মুক্তিসাধকম ॥

**অৰ্থ ভটিমা—**

জয় জয় কৃষ্ণ বিষ্ণু বনমালী ।
যোহি বিমৰ্দ্দল বিষধৰ কালি ॥
যোহি ইন্দ্ৰক ভাঙ্গল গৰ্ব্ব ।
গোপ গৰু দুখে তাৰণ সৰ্ব্ব ॥

যোহি শৰত ৰাতি গোপী সহিত ।
কয়ল ৰাসকেলি বিপৰীত ॥
কয়ল শঙ্খচূড় মাৰি নিৰযান ।
গোপীসৱ ভয়হন্তে কৰু পৰিত্ৰাণ ॥
ঘোৰ দৈত্য তাৰ অৰিষ্ট নাম ।
তাক মাৰি সুৰ সাধিলা কাম ॥
কেশী দানৱ আসিলা পাছে ।
তাক বধি হৰি মহানন্দে আছে ॥
ধেণুক নামে মহা দানৱ নিষ্‌খল ।
তাক মাৰি গোপ তাৰিলা সকল ॥
নাৰদে আসি তুতি কয়ল নির্জ্জানে ।
ভকতক বাক্য হৰি মনে অনুমানে ॥
কংস পাঞ্চিলা আসি পাইলন্ত অক্রূৰ ।
গোধূলি বেলাত আসি পশি গোপপুৰ ॥
কৃষ্ণক দেখিয়া আগে প্ৰেমে গৈলা জ্বলি ।
আলিঙ্গি ধৰল কৃষ্ণে বাহু মেলি ॥
কংসৰ আদেশ পাছে কহল অক্রূৰ ।
ভৈলা সাজ ৰামকৃষ্ণ যাইতে মধুপুৰ ॥
দেখি গোপীসৱ ভৈলা শোকাকুল আতি ।
গৈলা মধুপুৰে কৃষ্ণে গোপীকাক মাতি ॥
অহঙ্কাৰী ধোবাৰ চৰৱে চিণ্ডি মাথ ।
বস্ত্ৰক লৈলাহা হৰি জগতৰ নাথ ॥
পিন্ধাৱল বস্ত্ৰ বেশকাৰে আসি ।
তাহে সাৰূপ্য দিলা জগত নিবাসী ॥
বাণিজাৰগণে ভেটল পথে ।
তাহে আশ্বাসি হৰি গৈলা ৰাজপথে ॥
সৈৰিন্ধ্ৰীক চন্দন পিন্ধি ভগৱন্ত ॥
তাহেক ফল হৰি তেখনে দিলন্ত ॥
সুদামা মালীক মনোৰথ পূৰি ।
গৈলা গোপগণ সঙ্গে ৰাম ছিৰিহৰি ॥



কংসক ধনু ভঙ্গ সেনাক মৃত্যু শুনি ।
কংসো নিশি নিদ্ৰা নপাৱন্ত গুণি ॥
প্ৰভাতে কুবলয় পীড় নিৰযান ।
ৰঙ্গ মধ্যে মালক ছোৰল প্ৰাণ ॥
কংসকেশে ধৰি ছোৰল জীৱ ।
পিতৃক মাতৃক নমিলন্ত সদাশিৱ ॥
উগ্ৰসেন ৰজাক সিংহাসনে থাপি ।
ভকতবৎসল গুণ দেখাই জগব্যাপী ॥
আসি পুনু কুজীবাক্যে ৰমিলা মাধৱ ।
অক্রূৰৰ গৃহে পাছে গৈলন্ত কেশৱ ॥
সোতৰয়বাৰ ভঙ্গাইলা জৰাসন্ধ ।
তথাপিতো কৃষ্ণে তাৰ নকাটিলা কন্ধ ॥
পাছে একবাৰ তাৰ ভয়ে যেন হৰি ।
পলাই দ্বাৰকাপুৰী নিৰমাণ কৰি ॥
যোগবলে সবাকো নিলন্ত তাৰ মাজ ।
ৰুক্মিণীক বিবাহ কৰি দ্বাৰকা সমাজ ॥
জাম্বৱন্ত জিনি হৰি মণি জাম্বৱতী ।
আনি সত্ৰাজিতক দিলন্ত সম্প্ৰতি ॥
সোহি স্যমন্তহৰণ নাম ।
যাত্ৰাকথা শুনহ নাহিকে উপাম ॥
কলিযুগ মধ্যে ধৰম ওহি সাৰ ।
নাহি নাহি গতি জানব আৰ ॥
পৰম বান্ধৱ হৰি ৰাম নাম বিনা ।
কলিযুগে কল্মষ আন নাহি ক্ষীণা ॥
জানি পাপ সাগৰ তৰিতে কৰা কাম ।
সামাজিক লোকে ডাকি বোলা ৰাম ৰাম ॥ (১)

সূত্ৰ—আহে সামাজিকলোক, যে জগত গুৰু নাৰায়ণ, সনাতন পুৰুষ পুৰাণ, নিৰঞ্জন, জগতক আদি কাৰণ প্ৰধান পুৰুষ পুৰুষোত্তম ব্ৰহ্মা মহেশৰন্দিতকিঙ্কৰ, যাহেৰি নামে মহা মহা পাপীসবো সংসাৰ

নিস্তৰে, সোহি ভগৱন্ত শ্ৰীশ্ৰীকৃষ্ণ বসুদেৱদৈৱকী ৰুক্মিণী আনো যাদৱ সহিত ওহি সভামধ্যে প্ৰৱেশিকহু কলঙ্কমোচন, জাম্বৱন্ত-জিত, জাম্বৱতীক বিবাহ পৰম কৌতুকে কৰব তাহে সাৱধান হুয়া দেখহ শুনহ। অতস্পৰে প্ৰণ্য নাহি নাহি। জানি নিৰন্তৰে হৰি বোল হৰি বোল।

প্ৰুনঃ সূত্ৰ প্ৰুছত—(আকাশে কৰ্ণং দত্বা,) আহে সঙ্গী সখি কি বাদ্য শুনিয়ে।

সঙ্গী বোল—আহে সঙ্গী সখি, দেৱ দুন্দুভি শুনিয়ো, আহে দেৱ দুন্দুভি শুনিয়ো। আঃ শ্ৰীকৃষ্ণ বসুদেৱ দৈৱকী ৰুক্মিণী উদ্ধৱ সাত্যকি-দাৰুক সহিতে মিলল মিলল।

### শ্লোক

প্ৰৱেশমকৰোৎ কৃষ্ণো ৰুক্মিন্যা সহ ভাৰ্য্যয়া।
দৈৱকীবসুদেৱাদি যদুবৰ্গৈঃ পৰিবৃতঃ ॥ ৩ ॥

সূত্ৰ—আহে লোক, হাম্ যে কহল সোহি পৰমপুৰুষ শ্ৰীকৃষ্ণ দৈৱকী বসুদেৱ ৰুক্মিণী সহিতে এথা আৱত, এথা আৱত। ইতি সূত্ৰো নিস্ক্ৰান্তঃ।

### গীত-ৰাগ-সিন্দুৰা, একতালি

আয়ত হৃষিকেশ কয় পৰবেশ।
পেখি কমল মুখ হৰে দুখ ক্লেশ ॥
পদ—বেকত দেৱ দৈৱকী ৰুক্মিণী ভাৰ্য্যা সঙ্গে।
উদ্ধৱ-সাত্যকি সব ভক্ত যায় ৰঙ্গে ॥
শৰীৰক জোতি জলয়ে দিশ পাশ।
সব লোক দেখি মনে মিলল উছাহ ॥
সাম্প্ৰতে বেকত ভৈলা পূৰ্ণ ব্ৰহ্মৰূপ।
কোটি মদন দেখি আগে হোৱে চুপ ॥
কৃষ্ণক সমান বস্তু নাহিকে উপাম।
কৃষ্ণ পদ ধৰি মনে বোলা ৰাম ৰাম ॥ (২)



সূত্ৰ—ঐচন প্ৰৱেশ কয়ে শ্ৰীকৃষ্ণ সুধৰ্ম্মা সভাত পাশ খেলাইতে ৰহল। বসুদেৱ দৈৱকী নিজ মন্দিৰে ৰহল। তদনন্তৰ সূৰ্য্যক আৰাধি সত্ৰাজিতে স্যমন্তক মণি পাৱল। তাহেক কণ্ঠে পিন্ধিয়ে দ্বাৰকা আৱত। তাহে পেখি নগৰীয়াসৱ আথবেথ কৰিয়ে কৃষ্ণত জান দেলহ।

নগৰীয়াসব বোল—হে নাৰায়ণ, তোহাৰি চৰণকমলে কোটি কোটি প্ৰণাম কৰোহো। তোহ্মাক দেখিতে সূৰ্য্য আসয়। যদুকুলে গূঢ়ৰূপে প্ৰুৰাণপ্ৰুৰুষ তোহো আছহ। তাতেহে আদিত্য তোহ্মাক দেখিতে আসয়। সবাৰো চক্ষুক পীড়ি ৰশ্মিজালা আসয়। হে শঙ্খ-চক্ৰ-গদাধৰ, হে অৰবিন্দলোচন, হে গোবিন্দ দামোদৰ, তোহ্মাক দশ দিকপাল বিচাৰ কৰত।

তাহে শুনি শ্ৰীকৃষ্ণ বিহসি বোল—আহে, নগৰীয়া প্ৰজাসৱ, সূৰ্য্যক আৰাধি সত্ৰাজিতে মণি পাৱল। তাহেক কণ্ঠে পিন্ধি গৃহে আৱত। ওহি সত্ৰাজিত সূৰ্য্য নোহে।

সূত্ৰ—ওহি বুলি পৰমেশ্বৰ মৌনে ৰহল। তদনন্তৰে সত্ৰাজিক গৃহে আসিয়ে কহু দেৱক মন্দিৰে বিপ্ৰক হাতে যৈচে মণি নিবেদন কয়ল তা দেখহ শুনহ।

সত্ৰাজিত বোল—হে গুৰু ওহি মণি তোহো দেৱক মন্দিৰে থাপনা কৰহ।

সূত্ৰ—ওহি শুনি বিপ্ৰ যৈচে মণি থাপল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

### গীত-ৰাগ চালেঙ্গি, মান জোতি

হাতে মণি লৈয়া বিপ্ৰে চলে ধীৰে ধীৰে।
সত্ৰাজিত চলে হাসি দেৱৰ মন্দিৰে ॥ ধ্ৰুং ॥
পদ—নানা বাদ্য ভণ্ডে চলে নৰ্ত্তকীসকলে।
দুন্দুভি শবদ জয় জয় শুভ সুমঙ্গলে ॥

নানা ভক্তিভাৱে নিয়া মণিক থাপিলা ।
সত্ৰাজিত পৰি ঘনে অষ্টাঙ্গে নমিলা ॥
হৰি ভক্তি এৰি সিটো আন সেৱা কৰে ।
বোলা হৰি হৰি সভাসদ নিৰন্তৰে ॥ (৩)

সূত্ৰ—ওহি প্ৰকাৰে সত্ৰাজিতে মণি থাপনা কয়ল। আহে সামাজিক লোক ওহি মণিক মহিমা কি কহব। সুবৰ্ণ নিতে অষ্টভাৰ শ্ৰৱে। ওহি স্যমন্ত যথা থাকয় তথা ব্যাধি ব্যাঘ্ৰ সৰ্পভয় নাহি। কদাচিতো দুৰ্ভিক্ষ নাহি মিলত। একো মাৰিমৰক নাহি। আনো উপসৰ্গ নাহি উপজত। তদনন্তৰে একদিনা শ্ৰীকৃষ্ণ সত্ৰাজিতত মণি খোজল।

কৃষ্ণ বোল—আহে সত্ৰাজিত, ওহি মণি উগ্ৰসেন ৰাজাক দেহ, তোহাক যোগ্য নোহে।

সূত্ৰ—তাহে শুনি সত্ৰাজিত ঠেশ কৰিয়ে কৃষ্ণক কিছু নাহি বুলিয়ে গৃহে চলল। মনে মনে গুণত।

সত্ৰাজিত বোল—হামু অনেক তপ কৰি মণি পাৱল। ইহাক কি নিমিত্তে দেৱব ?

সূত্ৰ—ঐচন গহ কৰিয়ে মণি নাহি দেলহ। আহে লোকাই পেখু পেখু, যাহেৰ চৰণ ব্ৰহ্মা ৰুদ্ৰাদি ধ্যানে ধৰয় সোহি ভগৱন্তক বচন নাহি কৰত। অভকতে কৃষ্ণক জানয়ে নাহি। ইহা জানি নিৰন্তৰে হৰি বোল।

**শ্লোক**

তমেকদা মণিং কণ্ঠে প্ৰতিমুচ্য মহাপ্ৰভম্ ।
প্ৰসেনো হয়মাৰুহ্য মৃগয়াং ব্যচৰদ্বনে ॥ ৪ ॥

সূত্ৰ—তদনন্তৰে সত্ৰাজিতক ভাই প্ৰসেন মহাৰঙ্গে কণ্ঠে মণি পিন্ধিয়ে যৈচে মৃগ মাৰিতে চলল, তাহেক যৈচে সিংহে মাৰল তা দেখহ শুনহ, **নিৰন্তৰে হৰি বোল হৰি।**



**গীত-ৰাগ-কানড়া, পৰিতাল**

কণ্ঠত মণিক পিন্ধি প্ৰসেনে ।
ঘোৰে চলে মৃগ মাৰিতে বনে ॥ ধ্ৰুং ॥

পদ—মহাৰঙ্গে বিজুবনক পাইল ।
বৰ বৰ মৃগগণ মাৰিল ॥
মৃগক মনে প্ৰসেনে ফুৰয় ।
কেশৰী আছে তাক নজানয় ॥
আৰক্ষিত কৰি ফুৰে প্ৰসেন ।
খঙ্গে সিংহে জাম্প দিলে তেখন ॥
ঘোটক সহিতে নখে বিদাৰি ।
পেল্লাইলে কেশৰী প্ৰসেন মাৰি ॥
কণ্ঠৰ মণিক চিণ্ডিয়া লৈই ।
চৰিলা গিৰিশৃঙ্গে সিংহে গৈই ॥ (৪)

সূত্ৰ—ঐচন প্ৰকাৰে সিংহে প্ৰসেন মাৰল। তদনন্তৰ জাম্বৱন্তে মণি দেখিয়ে যৈচে সিংহক মাৰল তা দেখহ।

পদ—জাম্বৱন্তে পাছে মণি দেখিয়া
হাক্ফুলি গৈলেক সিংহক ধায়া ॥
হুক হুক কৰি মহা আক্ৰান্ত ।
মাৰিলা সিংহক ভৈলেক অন্ত ॥
গৰ্ত্তক লাগি নিলা স্যমন্তক ।
উমলাইতে মণি দিলা বালক ॥ (৫)

সূত্ৰ—ঐচন প্ৰকাৰে জাম্বৱন্তে সিংহ মাৰি মণি আনল। ললিতী নাম ধাইক মাতি সুকুমাৰ পুত্ৰক উমলাইতে মণি দেলহ।

জাম্বৱন্ত বোল—আহে ললিতী, ওহি মণি ধৰিয়ে তোহো বালক উমলান কৰহ।

সূত্ৰ—ওহি শুনি ধাই পৰম আনন্দে বালক উম্বলাইতে লাগল।

শ্লোক

সোঽপি চক্রে কুমাৰস্য মণিং ক্রীড়নকং বিলে ।
অপশ্য ন ভ্রাতৰং ভ্রাতা সত্রাজিত পর্য্যতপ্যত ॥ ৫ ॥

সূত্র—তদনন্তৰ সত্রাজিতে প্রসেনক নাহি পেখিয়ে মহা শোকাকুল হুয়া যৈচে বিলাপ কয়ল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

গীত-ৰাগ-ৰামগিৰি, বিসম তাল

নেদেখিয়া প্রসেনক পাছে সত্রাজিত ৰে ।
মহাশোকে কান্দি কৰে দুখ বিপৰীত ৰে, হৰি হৰি ॥ ধ্রুং
পদ—আগে মণি খুজি নপাই মনে কৰি ক্রোধৰে ।
নির্জ্জনক ভাইক কৃষ্ণে কৰিলেক বধ ৰে হৰি হৰি ॥
ভাইৰ শোকত প্রাণ সঙ্কলোক মোৰ ৰে ।
বোলা হৰি হৰি সভাসদ নিৰন্তৰে হৰি হৰি ॥ (৬)

সত্রাজিত বোল—হা হা কৃষ্ণ হামাত মণি পূর্ব্বে খুজি নপাই নির্জ্জনত ভাইক মাৰি মণি নিয়া গেল । আৰ আমাৰ হৈতে কি ৰহল ।

শ্লোক

প্রায়ঃ কৃষ্ণেন নিহতো মণিগ্রীৱো ৱনংগতঃ ।
ভ্রাতা মমেতি তৎশ্রুত্বা কর্ণে-কর্ণেঽজপন্ জনাঃ ॥ ৬ ॥

সূত্র—তদনন্তৰে সত্রাজিতে কৃষ্ণক কলঙ্ক বোলিতে সব দ্বাৰকাৰ প্রজা শুনল । অন্যে অন্যে কৃষ্ণক ভয়ে কর্ণে কহে ।

প্রজাসব বোল—অএ ভাইসব, শ্রীকৃষ্ণ নির্জ্জান বনে প্রসেনক মাৰল । ওহি কথা হাম্ শুনল ।



সূত্র—আহে সামাজিক লোক, ঐচন প্রকাৰে শ্রীকৃষ্ণ কলঙ্ক পাৱল । আহে লোকাই, পেখু পেখু, সর্ব্ববিঘ্ন হৰে যে স্যমন্তক, কৃষ্ণত বিমুখ সত্রাজিত সে স্যমন্তক হন্তে কতয়ে দুখ মিলাৱল । জানি জানি হৰিক চৰণে ভকতি কৰিয়ে হৰি ভকতক নিন্দা চোৰি হৰি বোল হৰি বোল । তদনন্তৰ শ্রীকৃষ্ণ কলঙ্ক পাৱল পেখিয়ে মনে বোল ।

কৃষ্ণ বোল—আঃ আমাক মিছা কলঙ্কে পাৱল । আহে বৃদ্ধ বৃদ্ধ যাদৱসৱ, হামাৰ সঙ্গে চলহ, হাসু প্রসেনক পথে চলবো ।

সূত্র—ওহি বুলি শ্রীকৃষ্ণ যাদৱসৱ সহিত যৈচে প্রসেনক পথে চলল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি ।

গীত-ৰাগ-শ্রী পয়াৰ, পৰিতাল

প্রসেনৰ পথে চলি যান্ত বনমালী ।
প্রবন্ধে ঘোঁৰাৰ সিটো খোজক নিহালি ॥ ধ্রুং ॥
পদ—দূৰ হন্তে দেখিলা প্রসেন ঘোঁৰা সমে ।
মৰি পৰি আছে সিটো সিংহৰ বিক্রমে ॥
সিংহে মণি নিলে মাৰি জানি বনমালী ।
উঠিলা পর্ব্বত সিংহ খোজক নিহালি ॥
সিংহো পৰি মৰি আছে দেখিলন্ত পাছে ।
খোজ হেতু জানিলা ভালুকে মাৰি আছে ॥
মণিক নিলেক জাম্বৱন্ত মহাবীৰ ।
দেখি ৰাম হৰি সুমৰয় যদুবীৰ ॥
মিছাত পাইলন্ত কলঙ্ক প্রভু নাৰায়ণ ।
বোলা হৰি হৰি সবে সভাসদজন ॥ (৭)

সূত্র—ঐচন প্রকাৰে শ্রীকৃষ্ণ বিচাৰি যাই দেখল প্রসেনক মাৰি সিংহে মণি আনল । তদনন্তৰ তাকো মাৰি জাম্বৱন্তে মণি গর্ত্তক নিল । তাহে পেখি হৰি ভালুকৰ খোজে চলল তা দেখহ ।

শ্লোক

ঋক্ষৰাজবিলং ভীমমন্ধেনতমসাবৃতম্ ।
একো বিবেশ ভগৱান্ অৱস্থাপ্য বহিঃ প্ৰজাঃ ॥ ৭ ॥

সূত্ৰ—ঐচন প্ৰকাৰে শ্ৰীকৃষ্ণ খোজ গুৰি যাইকহু দেখল ভালুকৰ ভয়ঙ্কৰ গৰ্ত্ত ঘোৰ অন্ধকাৰে আবৰি আছয় । তাহে পেখি শ্ৰীকৃষ্ণ বোল, আহে প্ৰজাসৱ, তোহো এথাত ৰহ । হামু গৰ্ত্ত পশিয়ে মণিক বিচাৰোহো ।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণ যৈচে গৰ্ত্ত প্ৰৱেশল । তদনন্তৰ শ্ৰীকৃষ্ণ গৰ্ত্ত প্ৰৱেশি জাম্বৱন্তক লাগ পাইকহু দেখল মণিক হাতে ধৰি ধাই শিশু উমলাইতে থিক । তাহে পেখি শ্ৰীকৃষ্ণ কাঢ়ি লৈতে সমীপ চাপল । দেখি ধাই আৰ্ত্তনাদ কয়ে বোল ।

ললিতী বোলে—আহে ঋক্ষৰাজ, কোথেৰ মনুষ্যে মণি লৈয়া যাই । তোহো সত্বৰে আসি ৰাখহ ।

সূত্ৰ—শুনিয়ে ঋক্ষৰাজ আসি কহো আপুন স্বামীক নাহি চিনিয়ে মহাক্ৰোধান্বিত হুয়া যৈচে মহাযুদ্ধ কয়ল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি ।

**গীত-ৰাগ-শাৰেঙ্গ, পৰিতাল**

এ গৰজে ক্ৰোধে জাম্বৱন্ত বীৰ ।
নিচিনি স্বামীক কৰি ক্ৰোধ মনে
কাম্পয় সকল শৰীৰ ॥ ধ্ৰুং ॥
পদ—নজানি প্ৰভাৱ সামান্য মনুষ্য
বুলি ক্ৰোধে গৈলা ধাই ।
কৰি হাতাহাতি দুই শেন যেন
মাংস নিদানে যুদ্ধ লাই ৰে ॥



দোগোটা মাতঙ্গে যেন যুঁজে আতি
বৰিষে পৰ্ব্বত শিলা ।
কতো হানে গাছ গৈয়া চাপি কাষ
মালবান্ধে ধৰিলাৰে ॥
ভৰি ভৰি ছান্দে হিয়ে হিয়ে ফান্দে
মুঠিচোটে ভাগে ঘাৰ ।
কেহো বলে ক্ষীণ নোহে দুয়ো বীৰ
যুদ্ধ আঠাই শ দিন বৰ ৰে ॥
কৃষ্ণৰ প্ৰহাৰ পাই ঋক্ষৰাজ
শ্ৰান্ত ভৈলা বৰ আতি ।
মহাদুখে আতি নিশ্বাস ফোকাৰে
ভাগে হাৰ ঘাৰ আতিৰে ॥ (৮)

সূত্ৰ—আহে সামাজিক লোক, কৃষ্ণৰ প্ৰহাৰে জাম্বৱন্তে মহাশ্ৰান্ত পাৱল, হাৰ বিহ্বল, মুখে নিশ্বাস ফোকাৰে, সকল শৰীৰ ঘৰ্ম্ম বহয় । যুদ্ধ এৰিকহু মহাশ্ৰান্ত হুয়া ৰহল ।

শ্লোক

জানেত্বাং সৰ্ব্বভূতানাং প্ৰাণওজঃ সহোবলম্ ।
বিষ্ণুং পুৰাণপুৰুষং প্ৰভৱিষ্ণুমধীশ্বৰম্ ॥ ৮ ॥

সূত্ৰ—কৃষ্ণক প্ৰহাৰে মহাচোট পাই বিস্ময় হুয়া গুণিতে পৰাক্ৰম দেখি জানল । ওহি পৰমপুৰুষ নাৰায়ণ, সামান্য মানুষ নোহে । ওহি বুলি ভয়ে কম্পিততনু, ত্ৰাহি ত্ৰাহি বুলি দণ্ডৱতে পৰিকহু পশ্চাৎ জানু পাৰি কৰযোড়ি স্তুতি আৰম্ভল ।

পয়াৰ—জগত ঈশ্বৰ তুমি সনাতন হৰি ।
সমস্ত ভূততে আছা জগতকে ধৰি ॥
স্ৰজে যিটো তাৰো স্ৰষ্টা দ্ৰষ্টা ভগৱন্ত ।
ভূমিকো উদ্ধাৰি তুমি ধৰিলা অনন্ত ॥

জীৱৰ নিয়ন্তা পৰমাত্মা মৃত্যুৰ অন্তক ।
তুমি ৰঘুনাথ প্ৰভো জানিলো সেৱক ॥
যিটো ইষ্টদেৱ মোৰ সীতাৰ সন্তাপে ।
কৰিলা পয়ান ঘোৰ জগতৰ বাপে ॥
যাৰ মহাকোপে কটাক্ষতে সিন্ধু তৰি ।
মাজে বাট দিয়া গৈলা ভৰি গতি কৰি ॥
সীতাৰ নিমিত্তে সেতু বান্ধি জগন্নাথ ।
লঙ্কা দহি ৰাৱণৰ কাটিলাহা মাথ ॥
উদ্ধাৰিলা সীতা তুমি ভকত বৎসল ।
হেনয় কৃপালু সমস্তৰে বুদ্ধিবল ॥
আগে নিচিনিলো মঞি আবেসে জানিলো ।
সেই শ্ৰীৰাম তুমি শৰণে পশিলোঁ ॥ (৯)

কথা—হে প্ৰভু শ্ৰীৰাম, হামু পৰম অজ্ঞানীৰ দোষ ক্ষমা কৰহ, তোহাৰি চৰণে শৰণ লৈলেঁা ।

সূত্ৰ—ওহি বুলি জাম্বৱন্ত কৃষ্ণ আগু দণ্ডৱতে পৰল ।

শ্লোক

অভিমৃশ্যাৰবিন্দাক্ষঃ পাণিনা শঙ্কৰেণ তম্ ।
কৃপয়া পৰয়া ভক্তং মেঘা গভীৰয়া গিৰা ॥
মণি হেতোৰিহ প্ৰাপ্তা ৱয়মৃক্ষপতেৰ্বিলং ।
মিথ্যাভিশাপং প্ৰমৃজন্নাত্মনো মণিনামুনা ॥ ৯ ১০ ॥

সূত্ৰ—তদনন্তৰ ভকতক কাতৰ পেখিয়ে শ্ৰীকৃষ্ণ পৰম সন্তুষ্ট ভেলা । পৰম আনন্দে উঠিকহু অমৃত হাতে শৰীৰ মাজিয়ে আশ্বাস কয় বোল ।

কৃষ্ণ বোল—হে ঋক্ষৰাজ, মনতাপ ছোৰহ, মনতাপ ছোৰহ । মণিক নিমিত্ত হামু ইহা আৱল । তোহো সিংহক মাৰি মণি আনল । মিছাত আমাক লোকে অপযশ দেৱত । ইহা জানি তুমি মণি



হামাক দেহ । হামু দ্বাৰকাত দেখাই কলঙ্ক দূৰ কৰব । তোহো হামাৰ পৰম ভকত । তোহাক দোষ কিছু ধৰয়ে নাহি ।

শ্লোক

ইত্যুক্তবা স্বাং দুহিতৰং কন্যাং জাম্বৱতীং মুদা ॥
অৰ্হণাৰ্থ সমণিনা কৃষ্ণায়োপজহাৰহ ॥ ১১ ॥

সূত্ৰ—তদনন্তৰ ওহি শুনি জাম্বৱন্তে পৰম হৰিষিত মন ভেলা । তানে দুহিতা জাম্বৱতী নাম কন্যা কৃষ্ণক বৈচে বিবাহ দেলহ তা দেখহ শুনহ নিৰন্তৰে হৰি বোল ।

গীত-ৰাগ-বসন্ত, তাল জোতিমান

কৰত বিবাহ দেৱ চক্ৰপাণি
সুৰাসুৰে লোকক আনন্দে মিলল
বিবাহ কৌতুক শুনি ॥ ধ্ৰুং ॥

দুইহান কেশক একথান কৰি কহু
জাম্বৱন্তে ঢালে জল ।
মিলল উৎসৱ জয় জয় ৰব
উৰুলি মঙ্গল বোল ॥

মৃদঙ্গ শঙ্খ ঢাক ঢোল দুন্দুভি
হৰিৰাৱে পূৰিল সমাজ ।
কৃষ্ণৰ বিবাহ মহোৎসৱ মিলি আছে
বোলা ৰাম ৰাম সবে ৰাজ ॥ (১০)

সূত্ৰ—ঐচন প্ৰকাৰে শ্ৰীকৃষ্ণ বিবাহ কয়ল । জাম্বৱন্তে স্যামন্তমণিক কৃষ্ণক যৌতুক দেহল ঐচন পৰামানন্দে শ্ৰীকৃষ্ণ তথি থিক ।

### শ্লোক

অদৃষ্ট্বা নির্গমং শৌৰেঃ প্ৰবিষ্টস্য বিলং জনাঃ ।
প্ৰতিক্ষ্য দ্বাদশাহানি দুঃখিতা স্বপুৰং যযুঃ ॥ ১২ ॥

সূত্ৰ—তদনন্তৰে শ্ৰীকৃষ্ণক আপেখি যত লোক ৰহি আছে তাৰসব বাৰ্হ-দিন বাট চাই আশা ছেদ ভেল। মহাদুখে দ্বাৰকাক গৈয়া যৈচে বসুদেৱ দৈৱকীত জনাৱল তা দেখহ।

প্ৰজাসৱ বোল—হে বসুদেৱ, মাৱ দৈৱকী, কৃষ্ণক সঙ্গে হামু গেলোহো। প্ৰসেনক সিংহে মাৰি মণি নেৱল। তাকো মাৰি মণি ভালুকে নিলত। হামু সব দেখলো। তাহেক খোজ যাইতে গৰ্ত্ত পাৱল। তাহেৰ ভিতৰ প্ৰৱেশি শ্ৰীকৃষ্ণ পুনৰৰ্ব্বাৰ নাহি আৱল। তথি কিবা ভেল নাহি জানোহো।

সূত্ৰ—ওহি শুনি বসুদেৱ তবধ ভৈলহ, ৰুক্মিণী মূৰ্চ্ছিত হুয়া পৰল। দৈৱকী পুত্ৰ সন্তাপে যৈচে বিলাপ কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

### গীত- ৰাগ-শ্ৰীগান্ধাৰ, আঠতেলা

প্ৰাণ ধন হৰি হৰি, গোবিন্দ প্ৰাণ চুটে মোৰ।
কেমনে পাসৰো তোৰ শোক অগ্নি ঘোৰ ॥ ধ্ৰুং ॥
পদ—তোক হৰুআঞু যোনো মোৰ কৰ্ম্মভাগে।
সিটো শ্যাম শৰীৰক নেদেখিবো আগে ॥
মেঘত বিজুলী যেন পীতবস্ত্ৰে সোহে।
চান্দো নোহে সৰি, মুখপদ্ম জগ মোহে ॥
শোকে প্ৰাণ ফুটি যাই দেখু অঙ্কিআৰি।
ভূমিত লুটিয়ালুটি কান্দে বৰ নাৰী ॥



ধৰণ নজাই চিত্ত শোকে স্তুতি নাই।
বোলা হৰি হৰি অব সমস্ত লোকাই ॥ (১১)

দৈৱকী বোল—হৰি হৰি কমললোচন, কাহা গৈলে তোহাক দেখবো। কৰ্ণত কুণ্ডল প্ৰকাশ কৰাইছে। আজানুলম্বিত বনমালা জ্বলৈছে হৃদয়ত। শিৰে কিৰীটি শোভা কৰত। কণ্ঠত কৌস্তুভ সূৰ্য্য যেন প্ৰকাশত। একো অঙ্গে খতি নাই। অজানুলম্বিত ভুজ কেয়ূৰ কঙ্কণে শোভা কৰইছে। চৰণ পঙ্কজে বত্নৰ নূপুৰ বাজত। কৌটি কন্দৰ্প জিনি প্ৰকাশ কৰৈছে। হেন কৃষ্ণ মোৰ বাপ, কাহা গৈলে এৰাঞো তোহাৰি সন্তাপ।

সূত্ৰ—ঐচন ক্ৰন্দনকয় দৈৱকী নয়নক নীৰ জুৰাই ৰহল। বন্ধুবান্ধৱ সৱে সত্ৰাজিতক গালি পাৰি নিন্দা কৰত।

গোপীসৱ বোল—অএ সত্ৰাজিত, তোহো দ্বাৰকাৰ ধূমকেতু ভেলহ। তোহো পুত্ৰক মাথা খাৱ। সবাকে মাৰিতে তোহো উপজল। মিছা কলঙ্ক কৃষ্ণক দিয়ে এভো প্ৰাণ ধৰহ।

সূত্ৰ—ঐচন প্ৰকাৰে নাৰীসবে বহুবিধ তিৰস্কাৰ কৰিকহু সত্ৰাজিতক গালি পাৰি আৰ্ত্তনাদে ক্ৰন্দন কৰিয়ে ৰহল।

### শ্লোক

সত্ৰাজিতং শপন্তস্তে দুঃখিতা দ্বাৰকৌকসঃ।
উপতস্থুঃ চন্দ্ৰভাগাং দুৰ্গাং কৃষ্ণোপলব্ধয়ে ॥ ১৩ ॥

সূত্ৰ—তদনন্তৰ সমস্ত যদুগণে কৃষ্ণক নাসয় দেখি পৰমদুখে ঘৰে ঘৰে ব্ৰাহ্মণ আনিকহু নানা ভক্তিভাৱে দুৰ্গাক পূজল। তদনন্তৰে বৰ সাধল।

দ্বাৰকাবাসী সব বোল—আহে মাৱ, ভৱানি, শ্ৰীকৃষ্ণ অবিঘ্নিএ আসন্তোক। তোহাক চৰণে অভয়ে সাধো।

সূত্র—আহে লোক, পেখু পেখু, পৰমপুৰুষ পুৰুষোত্তম সনাতন নাৰায়ণ ব্ৰহ্মকো কলঙ্ক দেৱত অভকতে কৃষ্ণক জানয়ে নাহি। জানি নিৰন্তৰে হৰি বোল হৰি বোল।

শ্লোক

তেষাস্তু দেব্যুপস্থানাৎ প্ৰত্যাদিষ্টাশিষা স চ।
প্ৰাদুৰ্ব্বভূৱ সিদ্ধাৰ্থঃ সদাৰো হৰ্ষয়ন্ হৰিঃ ॥ ১৪ ॥

সূত্র—আহে সামাজিক, দুৰ্গাক যে আৰাধন কয়ল সে কদাচিতো ব্যৰ্থ নাহি ভেল। সঙ্গে ভাৰ্য্যা সহিত শ্ৰীকৃষ্ণ দ্বাৰকাত যৈচে প্ৰৱেশ ভেল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

**গীত-ৰাগ ভুৰ, ভাটিয়ালি, জাতিমান**

চলত কৌতুকে কমললোচন
জগজন হৰু তাপ।
সঙ্গে ৰমণী লয়লাসে চলে
আনন্দে জগত বাপ ॥ ধ্ৰুং ॥

পদ—ঈষত লজ্জিতে চলয় জাম্বৱতী
স্বামী কটাক্ষে চাই।
স্যমন্তক মণি পিন্ধি হৰি
লীলা গতি চলি যাই ॥
শুনিলা দৈৱকী আসিলা নাৰায়ণ
উল্লাস ভৈগেলা আতি।
নাচিলেক প্ৰাণ দুনাই আইলা যেন
গৈল কৰি মাতি মাতি ॥
কৃষ্ণক কন্যা সমে দেখি সুহৃদজনে
আনন্দৰ পাৰ নাই।



দৈৱকী আসিয়া বৰবধূ হাত
ধৰি কৰি এক ঠাই ॥
দ্বাৰক লাগিয়া আগবাঢ়ি নিলা
মহা মহোৎসৱে আতি।
উৰুলি মঙ্গল ঢাক ঢোল শঙ্খ
শবদে পূৰে চতুৰ্ভিতি ॥
বৰ কন্যা দুইকো আসনে বৈঠাই
সবাৰে পূৰিলা কাম।
কৃষ্ণ পদ হৃদি ধৰি সামাজিক
ডাকি বোলা ৰাম ৰাম ॥ (১২)

সূত্র—কৃষ্ণক মহামহোৎসৱ আনিকহু দৈৱকী আসনে বৈসায়া কৃষ্ণ জাম্বৱতাক শিৰে দুৰ্ব্বাক্ষত সিঞ্চাৰিয়া মহামহোৎসৱ কয়ল।

# জৰাসন্ধবধ-নাট

শ্ৰীকৃষ্ণায়ঃ নমঃ

শ্লোক

অজ্ঞাতজন্মস্থিতিসংযমায়াগুণায় নিৰ্বাণসুখপ্ৰদায় ।
অণোৰণীয়পৰিগণ্যধায়ে মহানুভাৱায় নমো নমস্তে ॥ ১ ॥

অপিচ

বসুদেৱসুতং কৃষ্ণং কংসচাণূৰমৰ্দ্দনম্ ।
দৈৱকীহৃদয়ানন্দং কৃষ্ণং বন্দে জগদ্গুৰুম্ ॥ ২ ॥

## ভটিমা

পৰম পুৰুষ পুৰাতন পাপী
পাৱল ঈশ্বৰ দেৱ ।
ব্ৰহ্মা ৰুদ্ৰ আদি দিশপাল যাসু
চৰণে কৰত নিতে সেৱ ॥
যক্ষ ৰক্ষ বিপক্ষ লক্ষ লক্ষ
ক্ষয়ঙ্কাৰী ।
দুষ্ট দৈত্য দানৱ দৰিদ্ৰ
দুখ ভয়হাৰী ॥
অঘ বকলয় ধেনুক কেশী
কংস নাশী বনমালী ।

গোপিনী-পীন পয়োধৰ-ধৰিষণ
চঞ্চল কৰযুগশালী ॥
আনন্দ সিন্ধু সাধুজন বন্ধু
মধুৰ মূৰুতি মূৰ নাশী ।
বিৰিন্দা বিপিন বিহাৰ বিশাৰদ
শাৰদ-ইন্দুপৰকাশী ॥
কোটি মদন মোহন ৰূপে
পৰসন পৰমানন্দ ।
সিদ্ধমুনি বন্দে সাদৰে বন্দিত
যাকেৰি এপদ দ্বন্দ ।
পালন প্ৰলয় স্ৰজন জগত
যাহেৰি পৰম বিহাৰ ।
যাসু নাম ধৰিয়ে অধম পাপী
পাৰত ভৱনদী পাৰ ॥
সোহি গোপাল কেলি নাটক
ওহি মূৰুতি নিদান ।
ভো ভো সভাসদ সাধুজন সব শুন
শুন মন কয়ে সাৱধানে ॥
কলিকো পাপ হৰ নাহি অতপ্সৰে
জানি তেজহু আন কাম ।
কহ কৃষ্ণ কিঙ্কৰে আপুন উদ্ধাৰ
ডাকি বলহু ৰাম ৰাম ॥ (১)

সূত্ৰ—আহে সমাজিক লোক. যে জগতক পৰম ঈশ্বৰ নাৰায়ণ, যাহেৰ নাম চৰণাম্বুজ ব্ৰহ্মা, মহেশ ইন্দ্ৰাদি সৱ ধ্যান ধৰৈছে, সোহি ভগৱন্ত বসুদেৱ গৃহে অৱতৰি নানা অসুৰক সঞ্ঘৰিয়ে ভূমিক ভাৰ দূৰ কৰি দ্বাৰকপুৰে থিক । তদনন্তৰে সোহি ভগৱন্ত ওহি সভামধ্যে প্ৰৱেশ কয়ে জৰাসন্ধবধ, ৰাজাসৱক মুকুত লীলা যাত্ৰা পৰম কৌতুকে কৰব ; তাহেক সাৱধানে দেখহ । প্ৰথমে জৰাসন্ধক প্ৰৱেশ দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি ।



**শ্লোক**

অথ, প্ৰৱেশমকৰোজ্জৰাঃ স্বকান্ত্যাদিষু শোভিতঃ ।
বিপক্ষদৰ্পনাশনো দণ্ডচ্ছত্ৰসুশোভিতঃ ॥ ৩ ॥

সূত্ৰ—আহে সামাজিক লোক, হামো যাকেৰি কথা কহছি সোহি জৰাসন্ধ ৰাজা আৰম্বৰে ওহি সভামধ্যে প্ৰৱেশ কয়ে আৱত । তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ আশোৱাৰি, তাল চুটা**

আৱত ৰাজা জৰাসন্ধ বীৰ ।
পাৱৰ প্ৰহাৰে ভূমি নোহে থিৰ ॥
কালান্তক মূৰ্ত্তি চৌদিশে চাই ।
দেখি বিপক্ষৰ ধাতু উৰাই ॥
মাথে ছত্ৰদণ্ড ঢোল ৰোল ।
দীন হীন মতি গোপালে বোল ॥ (২)

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে ৰাজা জৰাসন্ধ পৰম আৰম্ভে সভামধ্যে বৈঠে ৰহল । দিগ্ বিজয় সুৰপতিক জিনিয়ে সব নৃপতিক বশ্য কয়ল । তদনন্তৰে কৃষ্ণপক্ষ ৰাজাগণক আনিয়ে শিৱ পূজিতে মনে লোহা লগাই বন্দী কয়ল ।

জৰসন্ধ—ঐএ দূত, এখনে চলহ, কৃষ্ণপক্ষ ৰাজাসৱক ধৰি লোহা লগাই বন্দী কৰহ । ফাল্গুন মাসত শিৱক পূজিতে লাগয় ।

সূত্ৰ—ঐচন পৰম পীড়াত ৰাত্বাসৱক শোকে দুখে শৰীৰ শুখাৱল, ৰসন মলিন, ডাঢ়ি গোঁফ বাঢ়িয়ে সবে প্ৰেত আকাৰ ভেল । খুধায়ে তৃষয়ে মৰি যায় । হৰি হৰি সুমৰি হৰিৰ পাশে দুখ নিবেদন কয়ে এক বিচক্ষণ দূত পঠাৱল ।

ৰাজাসব—হে দূত, তোহো শ্ৰীকৃষ্ণৰ পাশে গৈয়া হামোসবৰ ওহি বৃতান্ত জনাব গিয়া। পাপী জৰাসন্ধে তোমাৰ ভক্ত ৰাজাসৱক আনিয়ে ফাল্গুন মাসত কৃষ্ণা চতুৰ্দ্দশীত আমাক কাটিয়ে শিৱ পূজিতে উদ্যম কয়ে লোহা লগাই বন্দী কৰিয়ে আছয়। হে ভকত ভয়হাৰী, ওহি আপদত হামাক পৰিত্ৰাণ কৰহ। হে দূত, হামাৰ ওহি বৃতান্ত তোহো শ্ৰীকৃষ্ণত জনাব গিয়া।

সূত্ৰ—ৰাজাসৱক ঐচন কাকৃতি বাণী শুনিয়ে দূতে বিদায় লৈয়া চলল। অতি শীঘ্ৰে গৈয়া দ্বাৰকাপুৰ পাই শ্ৰীকৃষ্ণৰ আগে ৰাজাৰ বৃতান্ত জনাৱল। ভকতৰ ঐচন বাণী শুনিয়ে ভকতবৎসল নাৰায়ণ স্নেহে আকুল হৈয়া হস্তিনাপুৰে গৈয়া ভীম অৰ্জ্জুনক সঙ্গে লৈয়া জৰাসন্ধ বধিতে যৈচে পয়ান কৰল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি।

শ্লোক

প্ৰৱেশমকৰোদ্দেৰঃ কৃষ্ণস্তু পুৰুষোত্তমঃ।
ভীমাৰ্জ্জুনমুদাযুক্তঃ প্ৰযযৌ মাগধং পুৰম্ ॥ ৪ ॥

সূত্ৰ—আহে লোক, হামো যাকেৰি কথা কহছি সোহি ভগৱন্ত ভীম অৰ্জ্জুন সঙ্গে লৈয়া জৰাসন্ধ বধিতে যৈচে পয়ান কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি।

## গীত

ৰাগ ধনশ্ৰী

ধ্ৰুং—কয়লি পয়ান এ কানু ৰাই।
সঙ্গে অৰ্জ্জুন ভীমসেন চলি যাই ॥
পদ—শ্যামল অঙ্গ দীপিতি পীত বাস।
যেন ৰবি শশী এক থানে পৰকাশ ॥



কুণ্ডল কঙ্কণ হাৰ ভুজ জ্বলিত কালা।
আজানুলম্বিত সবাহাৰে বনমালা ॥
জৰাসন্ধ বধি ভক্ত ৰাখিবাক মনে।
মাগধৰ দেশ পাছে পাইলা কতোক্ষণে ॥
অভয় অশোক পদে নূপুৰ ৰোল।
ভকতিবিহীন দীন গোপালে বোল ॥ (৩)

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে মাগধৰাজ পাই শ্ৰীকৃষ্ণে হাসি বোলল।

শ্ৰীকৃষ্ণ— হে ভীম, হে সখি অৰ্জ্জুন, ওহি কি আশ্চৰ্য্য নগৰ দেখলো? ভালেতো পাপিষ্ঠে কাহাকো কটাক্ষো নাহি কৰত। ইহা জানি হামুসৱে ছদ্ম কৰিয়ে ব্ৰাহ্মণৰূপ ধৰিয়ে তাহেক বধ কৰোঁহো।

সূত্ৰ—ওহি বুলি কৃষ্ণ ভীম অৰ্জ্জুন নিজৰূপ তেজিয়ে ব্ৰাহ্মণৰূপ ধৰিয়ে ৰাজপথে চলৈছে। সোহি সময়ে এক মালাকাৰ ৰাজাক লাগি পুষ্পচন্দন লৈয়া যায়। তাহে পেখি ব্ৰাহ্মণৰূপী কৃষ্ণে তাহেক পুষ্প চন্দন মাগল।

শ্ৰীকৃষ্ণ—হে মালাকাৰ, ওহি পুষ্পচন্দন দেহু, তোহোৰ কল্যাণ মিলব।

সূত্ৰ—কৃষ্ণৰ ঐচন বাণী শুনিয়ে মালাকাৰে কোপে বোলল।

মালাকাৰ—আঃ ওহি কি মূঢ় ব্ৰাহ্মণ! ৰজাৰ পুষ্প চন্দন পিন্ধিতে সাহস গেলহ। যাৰে প্ৰাণ নাহি মৰব তেবে সত্বৰে অন্তৰ হ।

সূত্ৰ—মালাকাৰক ঐচন বাণী শুনিয়ে ব্ৰাহ্মণৰূপী কৃষ্ণ কোপে কম্পমান হৈয়া মালাকাৰক খেদি গিয়া পুষ্পচন্দন বলে কাঢ়ি নেলহ। মালাকাৰ ত্ৰাসে পলাৱল। সোহি পুষ্পচন্দন তিনিও ব্ৰাহ্মণে শৰীৰ বিভূষিত কৰিয়ে পিন্ধল। এহিমতে পথে যাহন্তে নগৰৰ সমীপ পাই অদ্বাৰে পশিয়ে জৰাসন্ধ ৰজাক ডাক চাৰিয়ে বোলল।

শ্ৰীকৃষ্ণ—অয়ে জৰাসন্ধ, হামু তিনিজন ব্ৰাহ্মণ অনেক দূৰ হন্তে আসিয়ে তোহাৰি গৃহে অতিথি হৈয়াছো। তোহো বিপ্ৰত পৰম ভকত ইহা জানিহামাক সত্বৰে দান দেহু। দাতাসৱে দান নেদো

নাহি বোলন্ত তা কহো শুনহ। হৰিশ্চন্দ্ৰ, বলি, বাসৱ এসৱো দানৰ ফলে অধ্ৰুব শৰীৰে ধ্ৰুব গতি পাৱল। তোহাৰি ঠাইত প্ৰাৰ্থনা কবহু বিমুখ নাহি হইতো শুনিয়ে এথা আৱলো। ইহা জানি সত্বৰে দান দেহু।

সূত্ৰ—ব্ৰাহ্মণসৱৰ ঐচন খৰ্ব্ব বাণী শুনিয়ে বিপ্ৰত বিনীত ৰাজা জৰাসন্ধ হাতে পুষ্পচন্দন অৰিহণা ধৰিয়ে আগবাঢ়িয়ে দেখল। তিনিও বিপ্ৰৰ আকাৰ মাত্ৰ, সৱে ক্ষত্ৰিয়ৰ চিহ্ন, ধনু টানিবাৰ হাতে কৰ বান্ধি আছয়। হেন দেখিয়ে ৰাজা মনে বোলল।

জৰাসন্ধ—আঃ ওহি ব্ৰাহ্মণ নুহি ক্ষত্ৰিয়ৰ চিহ্ন, ধনু টানিবাৰ হাতে কৰ্ বান্ধি আছয়। পূৰ্ব্বতো ইহাকো দেখি আছোহো। দান মাগিবাৰ ছলে বিপ্ৰৰ বেশ ধৰি আছয়। যদি আজি হামাৰ প্ৰাণক খোজয়, অৱশ্যে দেৱবো। কীৰ্ত্তি মাত্ৰ থাকোক, মৰিলেয়ো দুখ নাহি।

সূত্ৰ—ওহি বিমৰিষ কয়ে ৰাজা জৰাসন্ধ ব্ৰাহ্মণসৰক ডাকিয়ে বোলল।

জৰাসন্ধ—হে বিপ্ৰসৱ, হামাৰ ওহি অৰিহণা ঘেণিয়ে তোহো হামাৰ সমন্ধি প্ৰসন্ন ভয়ো। যদি নিৰক দান খোজা তাহেক নিষ্ঠ নিষ্ঠ দেৱবো।

সূত্ৰ- ৰাজাক ঐচন বাণী শুনি শ্ৰীকৃষ্ণ হাসিয়ে বোলল।

শ্ৰীকৃষ্ণ—হে জৰাসন্ধ, তোহো হামাক বৰ নাহি কৰত। ওহি পাদ্য অৰ্ঘ্য দান হামাক নলাগয়। হামু যে দান মাগো, তাহেক মাত্ৰ দেহু।

সূত্ৰ—কৃষ্ণক ঐচন বাণী শুনিয়ে জৰাসন্ধ বিহসি বোলল।

জৰাসন্ধ— আঃ বেশ মাত্ৰ ধৰি আছা সবে ব্ৰাহ্মণৰ।
কিন্তু ছলবাদ মাত্ৰ মন্দ ক্ষত্ৰিয়ৰ॥
যেবে দ্বিজ হোৱা কেনে পূজা নেঘেনিলা।
দ্বাৰ এৰি কিসক অদ্বাৰে আসি ভৈলা॥



ধনু টানিবাৰ দেখো কৰ্ আছে হাতে।
কোন তুমি সব হেন কহিয়ো আমাতে॥
শুনি আছোঁ বিশিষ্ট ব্ৰাহ্মণ যিটো হয়।
সৰ্ব্বাঙ্গ চন্দন পুষ্প মালা নিপিন্ধয়॥
মৃদুতৰ বচন শুনিয়ো ব্ৰাহ্মণৰ।
তোমাসাৰ বচন পৰম তীক্ষ্ণতৰ॥
স্বৰূপ জানিলো কেহো নুহিকে ব্ৰাহ্মণ।
ছদ্ম এৰি কহিয়োক স্বৰূপ বচন॥ (৪)

শ্ৰীকৃষ্ণ—শুন অৰে পাপিষ্ঠ অধম জৰাসন্ধ।
বেদৰ বচন কিছু নুবুজস মন্দ॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
দ্বিজ হেন কৰি জানা চাৰিৰো খিয়াতি॥
ক্ষেত্ৰি হুয়া ধৰি আছোঁ আমি বিপ্ৰ বেশ।
আত কিছু দোষ নাই জানিবি নিঃশেষ॥
ক্ষত্ৰিয়ৰ বাহুসে পৰম বীৰ্য্যবল।
এতেকে চন্দনে পুষ্পে পিন্ধিলে নিৰ্ম্মল॥
সম্প্ৰতি কহিলো আমি নুহিকে ব্ৰাহ্মণ।
এতেকে বুলিলো তোক বাক্য নিকৰুণ॥
অদ্বাৰেসে যাই জানা শত্ৰুৰ গৃহক।
দ্বাৰেসে চলিয়ো জানা সুহৃদসৱক॥
শত্ৰু অৰিহণা নেঘেনয় কদাচিত।
কহিলো স্বৰূপ এহি শাস্ত্ৰৰ বিহিত॥ (৫)

সূত্ৰ—হেন শুনিয়ে ৰাজা জৰাসন্ধ বিষ্ণু বিষ্ণু স্মৰিয়ে বিস্ময় হুয়া বোলল।

জৰাসন্ধ—নুহিক ব্ৰাহ্মণসৱে বেশ আছা ধৰি।
নাপায়ো সুমৰি তুমিসৱ কোন বৈৰী॥
তুমি আমি শত্ৰুভাৱ ভৈলাহা কৈসানি।
চিন্তিয়ো নেদেখো কেনে বোলা হেন বাণী॥
অবৈৰক বৈৰ বুলি জানে যিটোজন।
নৰকক যাই তাক তেজৈ পুণ্যগণ॥

ক্ষেত্ৰি হুয় শিক্ষা বচনত বৰ দোষ ।
অনা দোষে আমাক কৰায়ো অসন্তোষ

সূত্ৰ—জৰাসন্ধক ঐচন বাণী শুনি ব্ৰাহ্মণৰূপী কৃষ্ণে বিহসি বোলল ।

শ্ৰীকৃষ্ণ—অয়ে মন্দমতি জৰাসন্ধ, তোহো পৰম অজ্ঞান । আমাৰ ভকত ৰাজাসৱক কাটিয়ে শিৱ পূজিবাক ল্যাগি বান্ধি থৈয়াছ । তাহাক সত্বৰে বন্ধ ছোড়ি দেহ । যব হামাৰ বচন নাহি কৰহ তেবে সত্বৰে যুদ্ধ দেহ । যদি হেন বোলস নিচিনি কিমতে যুদ্ধ কৰবো তা কহো শুনহ । অযুত হস্তীৰ বল এহে ভীম। খাণ্ডবক দহিয়া গাণ্ডীৱ ধনু পাৱল, সোহি ওহি অৰ্জ্জুন । তোৰ মহাবৈৰী হৰি হামো শ্ৰীকৃষ্ণ। তিনিৰ মাজত যাহেক ভাল দেখহ সত্বৰে দ্বন্দ্বযুদ্ধ কৰহ । ইহাত অন্যায় নাহি ।

সূত্ৰ—কৃষ্ণক ঐচন বাণী শুনি জৰাসন্ধে ডাকিয়ে বোলল ।

জৰাসন্ধ—
শুন মন্দমতি কৃষ্ণ দিবো আজি যুধ ।
ভাল বিকৰ্থিলি আজি মোৰ কথা বুজ ॥
কিন্তু কৃষ্ণসমে মই নকৰো সমৰ ।
যুধ ভৈলে ভঙ্গ দিয়া ভিবি দিয়া লৰ ॥
ভয়াতুৰ সমে যুঁজিবাৰ কোন ফল ।
বয়সে সমান ভীম মোৰ তুল্য বল ॥
কিন্তু পৰাক্ৰমে মোক ভীম সম নুই ।
অল্প বীৰ্য্য অৰ্জ্জুন কি মোক সম হুই ॥
নুযুজিবো অৰ্জ্জুনক মোক নুহি সম ।
তুল্য বল ভীম সমে কৰিবো সংগ্ৰাম ॥
কৃষ্ণ ধনঞ্জয় দুই থাকা ৰঙ্গ চাই ।
ভীমসমে যুজু মোৰ দেখ মুনিষাই ॥ (৭)

সূত্ৰ—ওহি বুলি জৰাসন্ধে ভণ্ডাৰক গৈয়া ভয়ঙ্কৰ দুই গদা আনিয়ে এক গদা ভীমক হাতে দেলহ । দৈৱজ্ঞে শুভক্ষণে যাত্ৰা দেলহ । দুই বীৰে দুই গদা যৈচে যুধ কৰল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ কানাড়া, তাল চুটা**

ধ্ৰুং—ক্ৰোধে মত্ত হুয়া জৰাসন্ধ ৰাই ।
হাতে গদা ধৰি গৈলা ভীমক লাই ॥
পদ—ভীমে উধাইলেক গদা গোট হাতে ধৰি
যেন মত্ত মাতঙ্গ কম্পিলা ক্ৰোধ কৰি ॥
দুই হানো দুৰ্ঘোৰ বৰ সমৰ মিলিল ।
স্বৰ্গ মৰ্ত্ত্য পাতালক চমক লাগিল ॥
বিচিত্ৰ মণ্ডল কৰি হাতে গদা ধৰি ।
ফুৰন্তে দুই হানো দুই ছিদ্ৰক আকলি ॥
যেন ৰঙ্গশালা মাজে নাচে দুই নট ।
গদাৰ প্ৰহাৰে শব্দ শুনি ঠাট ঠাট ॥
দুই যুধে দুৰ্ম্মদ প্ৰমত্ত যেন সিজ্ঘ ।
প্ৰহাৰন্তে গদা খান খান দেন্ত ৰিঙ্গ ॥ (৮)

সূত্ৰ—ঐচন ঘোৰ যুদ্ধ কয়ে বলৰ দৰ্পত শ্ৰম জানয়ে নাহি । মদগৰ্ব্বে ডাক চাৰিয়ে বোলল ।

জৰাসন্ধ—আহে ভীম, তোহাক আজু যমপুৰ দেখাৱবো । সত্বৰে ইষ্ট গুৰুক সুমৰণ কৰহ ।

সূত্ৰ—জৰাসন্ধৰ ঐচন বাণী শুনিয়ে ভীমে সহয়ে নাহি, ক্ৰোধে বোলল ।

ভীম—আহে অধম জৰাসন্ধ, তোহো মিছাত বল্কহ । ভীমৰ কথা জানয়ে নাহি । ক্ষত্ৰিয়সৱৰ হামো কালান্তক প্ৰায় । ইহা জানি তোহো ইষ্ট বান্ধৱক সুমৰণ কৰহ ।

সূত্ৰ—ওহি বুলি দুই হানো গৰ্জ্জয় । গদা এৰি দুইহানো যৈচে মাল-যুধ কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি হৰি বোল হৰি ।

গদা এৰি এৰি মুণ্ডে মুণ্ডে প্ৰহাৰে উন্মত্ত।
ভেৰাছাগে যুজে যেন শুনি ঠাট ঠাট ॥
খনো বুকে মুণ্ডে মুণ্ডে মাৰে দৃঢ় কৰি।
বাহুয়ে বাহুয়ে দুই লাগে জৰাজৰি ॥ (৯)

সূত্ৰ—জৰাসন্ধক বধ ভীমক জয় হেতু চিন্তিয়ে শ্ৰীকৃষ্ণে বোলল।

শ্ৰীকৃষ্ণ—হে ভীমসেন, হামাৰ বচন শুনহ, ওহি জৰাসন্ধ পূৰ্ব্বে দুইফাল দুই উপজল। জৰা নামে ৰাক্ষসী পাই এক ঠাই কৰি জৰাৱল। ইহা জানি পায়ে ধৰি ছিৰিয়ে মাৰহ।

## গীত

কৃষ্ণক বাণী শুনি ভীম বলীয়াৰ।
দশন চোবায়া দেন্ত আঞ্জুৰেক তাৰ ॥
জৰাসন্ধো ধায়া গৈল সিন্ধ যেন লৰি।
গদা এৰি যুধ লগাইলেক জৰাজৰি ॥
ভীমসেনে পাছে জৰাসন্ধক ধৰিল।
এক পাৱে দুই ভৰি জান্তিয়া ধৰিল ॥
এক পাৱ দুই হাতে উৰ্দ্ধক দাঙ্গিল।
দুই ফাল কৰি তাক ছিৰিয়া মাৰিল ॥ (১০)

সূত্ৰ—তদনন্তৰে শ্ৰীকৃষ্ণ ৰাজাসৱক মুকুত কৰে আনন্দে ৰহল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি।

**ইতি জৰাসন্ধবধ নাটকং সম্পূৰ্ণম**

# সীতাহৰণ-নাট

## দীন গোপাল

# সীতাহৰণ-নাট

শ্ৰীকৃষ্ণায় নমঃ

শ্লোক

যন্নামখিললোকশোকসমনং যন্নাম প্ৰেমাস্পদম্
পাপাপাৰপয়োধিতাৰণবিধৌ যন্নাম পীনপ্লবম্ ।
যন্নামশ্ৰৱণাৎ পুণাতি শ্বপচঃ প্ৰাপ্নোতি মোক্ষং ক্ষিতৌ
তং শ্ৰীৰামমহং মহেশবৰদং বন্দে সদাসাদৰম্ ॥ ১ ॥

অপিচ[1]

## ভটিমা

জয় জগ জীৱন ৰাম ।
তুৱা পাৱে কৰোহো প্ৰণাম ॥
পদ—পিতৃৰ অদেশ ধৰি মনে ।
ভাৰ্য্যাভ্ৰাতৃ সমে গৈলা বনে ॥
শূৰ্পণখা কাটি নাক কাণ ।
খৰদূষণৰ লৈলা প্ৰাণ ॥
ৰাৱণে সীতাক হৰি নিলা ।

[1] ৰামবিজয় নাটৰ দ্বিতীয় নান্দীশ্লোকৰ অনুকৰণত বিষয়বস্তু নিৰ্দ্দেশ-কাৰী এটা শ্লোক পুথিত আছে, কিন্তু সেইটো শুধৰাব নোৱাৰি, সংস্কৃত ভাষা হোৱা নাই। পৰিশিষ্টত শ্লোকটো দিয়া হৈছে।

শুনি ৰাম শোকাৱিষ্ট ভৈলা ॥
জন্টাউৰ প্ৰেতকাৰ্য্য কৰি ।
ঋষ্যমূক পাইলা দেৱহৰি ॥
হেন ৰাম পদে মোৰ গতি ।
ডাকি ৰাম ঘুষিও সম্প্ৰতি ॥ (১)

সূত্ৰ—নান্দান্তে সূত্ৰধাৰঃ । অলমতি বিস্তৰেণ । প্ৰথমে মাধৱ মাধৱ ইত্যুক্ত্বা শ্ৰীসীতাহৰণনামনাটকং মুক্তিসাধকং পশ্যত ।

ভো ভো সভাসদা যূয়ং শৃণুধ্বমধুনা বচঃ
শ্ৰীসীতাহৰণনামনাটকং সম্প্ৰতি পশ্যত ॥

## ভটিমা

জয় জয় জগত জনক ৰঘুনন্দন
বন্দন শিৱ বিৰিঞ্চি ।
জয় জয় দুষ্ট নৃপসৱ জিনিএ
উদ্ধাৰ কয়লি স্থিতি ॥
পদ—ভৃগুপতি ৰাম কৰি মন্দ কাম
আগবাঢ়ি যুদ্ধ দিলা ।
দৰ্পচূৰ তাৰ কৰিয়া বিহাৰ
সীতা সঙ্গে ৰঙ্গে আইলা ॥
অযোধ্যাত পাছে কতো কাল আছে
বাপে ৰাজ্য দিতে চাইলা ।
শুনি কৈকেয়ীৰ চিত বিহৰিল
ৰাজাত মাগি ৰাজ্য লৈলা ॥
ভৰতক ৰাজ অভিষেক কাৰ্য্য



ৰামক বনে পঠাইলা ।
পিতৃবাক্য পাই পাছে ৰঘুৰাই
বাকলি বসন লৈলা ॥
শিৰে জন্টাভাৰ তপসি আকাৰ
দণ্ডকা বনক পাইলা ।
ঋষিথান পুৰি বাক্য মৃত্যু তৰি
বিৰাধক প্ৰাণ লৈলা ॥
শূৰ্পণখা তান কাটি নাক কাণ
দেশৰ ডাকি পঠাইলা ।
মহাপীড়া পাই শোকাকুলে তাই
খৰ আগে জান দিলা ॥
শুনি খৰ বীৰ চিত নোহে থিৰ
সমদলে যুদ্ধ দিলা ।
দেখি প্ৰভু ৰাম সাধি দেৱকাম
শৰ হানি প্ৰাণ লৈলা ॥
মাৰীচক পাছে লঙ্কেশ্বৰে আশে
মৃগৰূপে তাক পঠাইলা ।
সীতাৰ বচনে তেতিক্ষণে ৰামে
শৰহানি প্ৰাণ হৰিলা ॥
নিজানত যাই লঙ্কেশ্বৰে পাই
সীতাক হৰি আনিলা ।
মিত্ৰ হিত লাই ক্ৰোধে পক্ষিৰাই
দুৰ্ঘোৰ যুদ্ধ কৰিলা ॥
জন্টাউক মাৰি দেৱবৈৰকাৰী
লঙ্কাত আনন্দে ৰৈলা ।
সীতাক নপাই দেৱ ৰঘুৰাই
শোকাকুল আতি ভৈলা ॥
নানা বন যত বিচাৰিলা তাত
জন্টাউক লাগ পাইলা ।
প্ৰেতকাৰ্য্য কৰি পাছে দেৱ হৰি

করন্ধৰ প্ৰাণ লৈলা ॥
কতোক্ষণে পাছে সুগ্ৰীৱ যে আছে
ঋষ্যমুক পাইলা সীতা হেতু ।
বালীৰাইক ঘালি সুগ্ৰীৱক পালি
সমুদ্ৰে বান্ধল সেতু ॥
ৰাৱণক মাৰি সুৰহিতকাৰী
বিভীষণ থাপিলা পাতে ।
শুনা সৰ্ব্বজন্ সীতাক হৰণ
যাত্ৰা মহোৎসৱ নাট ॥
হে প্ৰভু ৰাম তুমি পূৰ্ণ কাম
মোক কৰি লোৱা দাস ।
তয়ু পদভৃঙ্গ মকৰন্দযুগে
মোৰ নচাৰোক আশ ॥
শুনা সৰ্ব্বজন কেদিন জীৱন
যেবে সিদ্ধি হোক কাম ।
কহয় গোপাল বুলিও সকাল
ডাকি বলহু ৰাম ৰাম ॥ (২)

সূত্ৰ—ভো ভো সভাসদ ! সাধুজন ! যে জগতক ঈশ্বৰ নাৰায়ণ ভূমিক ভাৰ হৰণ নিমিত্তে দশৰথ গৃহে অৱতৰল, সোহি ভগৱন্ত শ্ৰীৰামচন্দ্ৰ ৰাজা দশৰথৰ আদেশে ৰাজ্যভোগ ত্যজি বাকলি বসন পৰিধান কৰি লক্ষ্মণ সীতা সহিতে ওহি সভামধ্যে প্ৰৱেশ কয়ে আৱত । তাহাক সাৱধান হুয়া দেখহ শুনহ । পুনঃ সূত্ৰ পুছত—

সূত্ৰ—আহে সঙ্গী সখি, কি বাদ্য শুনিয়ে ।

সঙ্গী বোল—আহে সঙ্গী সখি, দেৱ দুমদুমি বাজত ।

সূত্ৰ—আহে, দেৱ বাজনা বাজত । অঃ শ্ৰীৰামচন্দ্ৰ লক্ষ্মণ সহিতে মিলল মিলল ।

শ্লোক

প্ৰৱেশমকৰোৎ বীৰো ৰামো ৰাজীৱলোচনঃ
সসহোদৰঃ ধনুষ্পাণি ৰূপেণাপ্ৰতিমো ভুৱি ॥ ২ ॥



সূত্ৰ—আহে সভাসদ লোক । হামু যাকৰ কথা কহৈছি সোহি শ্ৰীৰাম-লক্ষ্মণ সীতা সহিতে এ আৱত ॥ ইতি সূত্ৰঃ নিষ্ক্ৰান্তঃ ॥

## গীত

ৰাগ সিন্ধুৰা, একতালি

ধ্ৰুং—আৰে অযোধ্যানাথ কয়ো পৰসাৰ
সঙ্গে লক্ষ্মণ সীতা কৰত বিহাৰ ॥
পদ—দুৰ্ব্বাদল শ্যামতনু মাথে জণ্টাভাৰ ।
বাকলিবসন গাৱে তপস্বী আকাৰ ॥
ছত্ৰাকৃত মাথা শোভে কেশ কুল ।
দন্ত মুকুতাৰ পান্তি অধৰ ৰাতুল ॥
পদ্ম সম বয়ন নয়ন পদ দুই ।
কহয়ে গোপাল গতি ৰামপদে মুই ॥ (৩)

সূত্ৰ—ঐচন প্ৰৱেশ কৰি শ্ৰীৰাম লক্ষ্মণ সীতা সহিতে অৰণ্যে প্ৰৱেশি তথা ৰহল ।

শ্লোক

প্ৰৱেশমকৰোৎ খৰঃ কালমূৰ্ত্তিভয়ানকঃ ।
শৰশ্চাপং কৰে ধৃত্বা দণ্ডচ্ছত্ৰসুশোভিতঃ ॥ ৩ ॥

সূত্ৰ—আহে লোক হামু যাকৰ কথা কহৈছি সে ৰাৱণক ভাই খৰদূষণ দোহো ৰাক্ষসসব সঙ্গে লৈয়া যৈছে প্ৰৱেশ কৰি আৱত, তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্রুং—আৰত খৰদূষণ বীৰ।
পাৰব প্ৰহাৰে ভূমি নোহে থিৰ ॥
পদ—দুৰ্জ্জয় বীৰ ধৰিয়ে শৰ চাপ।
ইন্দ্ৰাদি দেৱে যাক নসহে প্ৰতাপ ॥
খাঙ্গখিঙ্গ আতি সৈন্যৰ ৰোল।
বাৱে ঢাক ঢোল ভেৰি লঙ্ঘে স্বৰ্গকোল ॥
আৰকত নয়ন চৌদিশে চাই।
দীনহীন মতি গোপালে গাই ॥ (৪)

সূত্ৰ—ঐচন প্ৰৱেশকয়ে ৰাজা খৰ পৰম দুষ্ট ৰাক্ষসসব সহিতে পৰম আড়ম্বৰে সভা মধ্যে বৈঠি ৰহল। ইকথা ৰহোক।
সোহি অৰণ্যত বিৰাধক নামে এক নিশাচৰ আছয়। সে বিৰাধ যৈছে আৱত।

শ্লোক

প্ৰৱেশমকৰোৎ যক্ষঃ বিৰাধনামৰাক্ষসঃ।
কৰেণ শূলমাদায় জহাৰ জনকাত্মজাম্ ॥ ৪ ॥

সূত্ৰ—বিৰাধে ৰাম-লক্ষ্মণক সঙ্গে সীতাক দেখিয়ে, কামে ভোল হুয়া, যেন গৰ্জ্জিয়ে মহামত্ত হুয়া হাতে শূল ধৰি সীতাক হৰিবাক প্ৰতি আতিশীঘ্ৰে আৱল। তা দেখহ। বিৰাধে সীতাক দেখি, কাম মোহিত হৈয়া খেদি গৈয়া সীতাক কোলে তুলি লৈয়া, লৱৰ দেলহ। যৈছে মৎস্যক চিলে থাম্প দেই তদ্বৎ, সোহি প্ৰকাৰে বিৰাধে সীতাক নিয়া পূৰ্ব্বক থানে ৰহল। হেন দেখিয়ে ৰামক ধাতু অন্তৰীক্ষ ভেল।



শ্লোক

পত্নীপ্ৰেমাকুলো ৰামো বাৰিপূৰিতলোচনঃ
পপাত সহসাভূমৌ বাতাহতো যথা দ্ৰুমঃ ৫ ॥

সূত্ৰ—বিৰাধে সীতাক হৰি নিবাৰ দেখিয়ে শ্ৰীৰামচন্দ্ৰ মূৰ্চ্ছিত হুয়া পৰল, যৈছে কন্দলিক বাত উৎপাৰল তদ্বৎ। মুখে বচন হৰল। জ্ঞান বিৰহিত হুয়া বিলাপ কৰল।

শ্ৰীৰামচন্দ্ৰ বোল—

## (মুক্তাৱলী)

হা প্ৰাণ সিতা, গৈলি কোন ভীতা, নাসা কেনে সীতা এ
তোহাৰ সন্তাপ কেনে প্ৰাণ ধৰি আছোঁ।
বাপে ৰাজ্য দিলে, কৈকেয়ী নিয়েধিলে, বনক আসিলো এ
মৰো মই আত কৈকেয়ীৰ ৰঙ্গ হোক।
হৃদিযুক্তা সীতা, গৈলি কোন ভিতা, ভৈলোহো বঞ্চিত এ
সীতাক ত্যজিয়া আগে মোক মাৰি খাস।
শুনৰে ৰাক্ষস, মোক মাৰি খাস, তেজস সীতাক এ
আৰে অবিলম্বে ভৰতে ভুঞ্জোক ৰাজ্য।
তিনিহন্তে আইলো, অৰণ্যক পাইলো, সীতাক হৰুৱাইলো এ
ভৈয়াই লখাই প্ৰাণ ৰাখি দেশে চল (৫)

সূত্ৰ—ৰামক ঐচন বিলাপ পেখিয়ে লক্ষ্মণে প্ৰবোধ কয়ে বোলল।

লক্ষ্মণ বোল—আহে প্ৰভো, তোহো কি নিমিত্তে বিলাপ কৰহ, হামু একলশ্বৰে ত্ৰিভুবন জিনিতে পাৰোঁ। ইহা জানি হামাক আজ্ঞা কৰহ। অসুৰক বধ কৰোঁহো।

সূত্ৰ—লক্ষ্মণক ঐচন বচন শুনি শ্ৰীৰামচন্দ্ৰ কিঞ্চিত স্বস্থ হৈয়া লক্ষ্মণক বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—আহে ভায়া লক্ষ্মণ! ৰহ ৰহ। তোহো বীৰ হামো জানো। সম্প্ৰতি ওহি হামাৰি স্ত্ৰীবৈৰী, হামু অপোনহাতে বধ কৰে̐া।

সূত্ৰ—ওহি বুলি খেদি গৈয়া বিৰাধক সমুখ হই বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—ঐঅ বিৰাধ! ঋষিসৱক মাৰি খাই, বৰ বীৰ বোলাৱ, সোহি গৰ্ব্বে হামাৰ সীতাক হৰি নেস। আজু তোহাক যমপুৰে খেদাৱব।

সূত্ৰ—ওহি বুলি শ্ৰীৰামচন্দ্ৰ বিৰাধক খেদি গৈয়া ধনু টঙ্কাৰ কৰি শৰ প্ৰহাৰল। বিজুলী চটকে যৈছে হৃদয় বিদাৰল। ঐচন শৰ ঘাৱ পাই বিৰোধে ক্ৰোধে যম সম হৈয়া হাতে শূল ধৰি খেদি আসি ৰামক শূল প্ৰহাৰল। হেন দেখি শ্ৰীৰামচন্দ্ৰ সুৱৰ্ণৰচিত শৰ হানি যৈছে বিৰাধক বধ কৰল তা দেখহ। বিৰাধে ৰামক হাতে মৰি অসুৰ শৰীৰ ত্যজি পূৰ্ব্বক শৰীৰ পাৱল। ই কথা ৰহোক। তদনন্তৰে শ্ৰীৰামচন্দ্ৰ সীতাক লভিয়ে গলে বান্ধি বহুত খেদ কয়ল। ওহি প্ৰকাৰে শ্ৰীৰামচন্দ্ৰ লক্ষ্মণ সীতা সহিতে তথা ৰহল। সোহিবনে ৰাৱণক বহিনী শূৰ্পণখা নামে এক বৃদ্ধা ৰাক্ষসী আছয়। ফুৰন্তে ভ্ৰমন্তে শ্ৰীৰামক দেখল। দূৰহন্তে জুম্পি জুম্পি নিহালি চাই পৰমসুন্দৰ ৰূপ দেখি কামে জৰ্জ্জৰিত ভেল। সৰ্ব্বশৰীৰ কম্পয়। ৰামক স্বামী ইচ্ছাকয়ে মনে বোলল।

শূৰ্পণখা বোল—অঃ! ওহি কি সুন্দৰ পুৰুষ! ইহাক মঞি স্বামী লভো তবে হামাৰ যৌৱন সাফল্য ভেল। ইহা জানি ত্ৰৈলোক্যমোহিনী ৰূপ ধৰি ৰামক পাশে যাওঁ। অৱশ্যে সীতাক ত্যজি হামাক ভজব।

সূত্ৰ—ওহি বুলি সে শূৰ্পণখী পৰমসুন্দৰ ৰূপ ধৰি যৈচে ৰামক পাশে চলল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ সাৰঙ্গ, পৰিতাল**

ধ্ৰুং—ৰাক্ষসী ৰাম পাশে চলি যাই মহা মনোহৰ।
ৰতুৰ নূপুৰ ৰুণুজুণু কৰে পাই॥

পদ—ৰামক মুহিতে দিব্যৰূপ কাচি
দৰশন্ত কামভাৱ।
সেন্দূৰ মণ্ডিত কপালে শোভিত
দিব্যনেত শোভে গাই॥
উচ্চ কুঁচ দুই দেখাই খণো চলে
কৰে কামকেলি ৰঙ্গে।
বান্ধি উচ্চ খোপা মালতীৰ থোপা
ৰূপ মদনৰ ভঙ্গ॥
কটাক্ষ নয়নী ভ্ৰুৱ চলাই ঘনে
কঙ্কালে কিঙ্কিণী বাজে।
অঙ্গীভঙ্গী কৰি থমকে চলই
যেন কামদেৱ সাজে॥
ত্ৰৈলোক্যমোহিনী মুনি মোহ যাই
দেখিতে আতি যুৱতা।
কৃশ মধ্য দেহা বতাহত হালে
যেন সুৱৰ্ণৰ লতা॥ (৬)

সূত্ৰ—সে সুন্দৰী ৰামক সমীপ পাই কৰযুৰি জানুপাৰি ৰামক অল্প হাস্যকয়ে বোলল।

শূৰ্পনখা—হে শ্ৰীৰাম, তপসীৰ বেশ ধৰি কি নিমিত্তে বনে আৱল। তোহাৰ বা কোন বাপ হামাত সত্বৰে কহ।

সূত্ৰ—সে মোহিনীক ঐচন বাণী শুনি শ্ৰীৰাম বিহসি বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—আহে সংসাৰমোহিনী, হামাৰ পিতা দশৰথ, কৌশল্যাত হন্তে জাত ভৈলোঁ। ওহি জনকৰ জিউ সীতা, ওহি ভাই লক্ষ্মণ, পিতৃৰ আদেশে ৰাজ্যভোগ ত্যজি আৱলো। হে জগতমোহিনী, তোহাৰ কোন নাম, কোন মাৰ বাপ, হামাত সত্বৰে কহ।

সূত্ৰ—তা শুনি শূৰ্পণখী বোল।

শূৰ্পনণখা বোল—শুনিয়োক ৰাম মই কহোঁও কাহিনী।
শূৰ্পণখা নামে লঙ্কেশ্বৰৰ ভগিনী ॥
মনুষ্যৰ বৰ নাৰী পৰিহৰিয়োক।
তোমাৰ আমাৰ দৃঢ় আলিঙ্গন হোক ॥
সীতাক এৰিয়া ৰাম মোক কৰা সাৰ।
আপুনি বৰিলো আসি সুলক্ষী তোমাৰ ॥
প্ৰভুৰ মুখৰ যেবে অনুমতি পাওঁ।
মানুষী সীতাক ধৰি এতিক্ষণে খাওঁ ॥ (৭)

সূত্ৰ—মোহিনীক বোলে শ্ৰীৰামচন্দ্ৰে বিস্ময় হুয়া লক্ষ্মণক চাই পৰিহাস কৰি বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—অঃ ধন্যতো তোহাৰ শূৰ্পণখা নাম ভেল। ওহি ভাৰ্য্যা যাহাৰ হয় তাহাৰ ভাগ্যক কি কহব! সম্প্ৰতি হামাৰ পতিব্ৰতা ভাৰ্য্যা আছয়, তোহাত হামাৰ সকাম নাহিকয়। ইহা জানি লক্ষ্মণক পাশে গই স্বামী বৰহ।

সূত্ৰ—ৰামক ঐচন বাণী শুনি সে শূৰ্পণখী ৰামক নৈৰাশ শুনি লক্ষ্মণক পৰমসুন্দৰ ৰূপ দেখিয়ে পৰম আনন্দে কৰযোৰ বোলল।

শূৰ্পণখা বোল—হে লক্ষ্মণ! কামদেৱ সদৃশ তোমাৰ ৰূপ দেখি কথাহন্তে এথা আৱলো। ইহা জানি দণ্ডকাবনত তোমাৰ আমাৰ ক্ৰীড়া হোক। হে লক্ষ্মণ, নদীৰ জল যেন বহি যায়, সোহি মতে তোমাৰ আমাৰ যৌৱন টুটি যায়। ইহা জানি বিলম্ব চোৰি আলিঙ্গন দেহ।

সূত্ৰ—তা শুনি লক্ষ্মণে হাস্যকয়ে বোলল।



লক্ষ্মণ বোল—হে শূৰ্পণখী, তোৰ ৰূপ পেখি কমন মুগুধে প্ৰাণ ধৰব! সম্প্ৰতি হামু পৰাধীন প্ৰাণী, কি নিমিত্তে নিস্ফল প্ৰাৰ্থনা কয়লি? হামু ৰাঘৱৰ ভৃত্য, তোহো উত্তমকুলে জাত হুয়া দাসত কি নিমিত্তে আশা কৰহ? মোৰ ভাৰ্য্যা ভৈলে জানকীৰ দাসী হইয়া আনন্দে থাকিতে বহুত দুখ পাৱব। শোকে দুখে তোহাৰ যৌৱন বহি যাৱব। হামু ৰাঘৱৰ কৃত্য কৰিতে, তোহো সহিতে দেখাদেখি নাহি পাৱব। যব তোহাৰ জীৱন সাফল হই, তবে দুনাই ৰামক পাশে চলহ।

সূত্ৰ—লক্ষ্মণক পৰিহাস নাহি বুজিয়ে সে শূৰ্পণখী দুনাই ৰামক পাশে চলল। মদনে প্ৰাণ ফুটি যাই দুনাই কৰযোৰি ৰামক বোলল।

শূৰ্পণখী বোল—হে শ্ৰীৰামচন্দ্ৰ, হামাক লক্ষ্মণে চাৱল, স্বৰূপত তোমাৰ নিমিত্তে এথা আৱলো, পাপিষ্ঠী সীতাক সুন্দৰী মানিয়ে হামাক অৱহেলা কৰহ। স্বৰূপত হামাৰ সতিনীক দেখিবাক যোগ্য নাহি। ইহা জানি আগু সীতাক মাৰি খাওঁ, পাছু তুমি সমে কৌতুকে ক্ৰীড়া কৰবো।

সূত্ৰ—ওহি বুলি শূৰ্পণখী সীতাক ভুঞ্জিবাক মনে ভয়ঙ্কৰ ৰূপ ধৰিয়ে যৈছে খেদি আৱল তা দেখহ শুনহ নিৰন্তৰে বোল হৰি বোল।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্ৰুং—ৰামৰ ভাৰ্য্যাক তাই ভুঞ্জিবাক মনে।
ৰাক্ষসী ৰূপক ধৰিলন্ত তেতিক্ষণে ॥
পদ—ভয়ঙ্কৰ ৰূপ ভৈল পেটগোট খাল।
লহলহ জিহ্বাখান দেখিতে বিশাল ॥
আকট পিঙ্গট দান্ত উছলাক গোট।

কেশ বেশ বিকৃত লেৰুয়া দুই ওঁঠ ॥
ডম্বৰুৰ পাত যেন খচ্‌মচ্‌ গাৱ ।
লোমছয় ওভোটা ভেঙ্‌ৰা দুই পাৱ ॥
দুইগোটা যেন চক্ষু অগনি পৰাই ।
ভয়ঙ্কৰ ৰূপে জানকীক খেদি যাই ॥ (৮)

সূত্ৰ—ঐচন ৰূপে সে ৰাক্ষসী আটাস দিয়া সীতাক ভুঞ্জিবাক খেদি যায়, হেন দেখি ৰামচন্দ্ৰ আথবেথে কৰি লক্ষ্মণক ডাকি বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—হে প্ৰাণ ভাই লক্ষ্মণ, আপদ কালত জানকীক ৰক্ষা কৰহ। সত্বৰে আসি হাতে খাণ্ডা ধৰি ৰাক্ষসীৰ নাক-কাণ কাটহ।

সূত্ৰ—ৰামক ঐচন বাণী শুনি লক্ষ্মণ বীৰে হাতে খাণ্ডা ধৰি শিয়ালীক লাগি যৈচে কেশৰী ধাৱল সোহি পৰকাৰে খেদি গৈয়া ৰাক্ষসীৰ নাক-কাণ দোহো কাটি পেলাৱল। তাহেৰ ৰুধিৰ সব পান কৰিয়ে আৰ্ত্তৰাৱে কান্দিতে লাগল।

শূৰ্পণখী বোল— কি কাম কৰিলো
পৈ বিচাৰি মই
সমূলি মৰিলো এ ।
সীতাক খাই ৰামক
স্বামী বৰিবলৈ গলো,
নাককাণ গুচি ভুচংচুঙ্গা হলো এ ॥
খঁৰা দাৰে ৰেপি ৰেপি
লক্ষ্মণে নাক কাণ খালে,
মৰি যাওঁ মই বিষৰ জালে এ ।
নাককাণ গুচি মোৰ বিভজ্য হলো ।
কটা নাকৰ তেজবোৰ পেটলৈ গল ।
কটা নাকৰ বেদনা আজিহে পালো ।
পৈ বিচাৰি মই লুথুংথুঙ্গা হলো এ ॥
কামৰ বেদনাতকৈ এইটোহে টান পালো ।



আগপাছ নেচাই মই দিনতে দুই চক্ষু খালো ॥
আকৌ জোনো মোক লক্ষ্মণে পাই ।
খৰ দাদাৰ আগত কওঁগৈ যাই এ ॥ (৯)

সূত্ৰ—ঐচন বিলাপকয়ে সে শূৰ্পণখী কটা নাক কাণ হাতে লৈয়া খৰক পাশে লৰৰ দেলহ। কতোক্ষণে গৈয়া খৰক আগে গিৰিসাই পৰি কান্দি সব বৃত্তান্ত জনাৱল।

শূৰ্পণখা বোল—হে খৰদূষণ ভাই, মানুষে নাক কাণ কাটি হামাৰ ঐচন অৱস্থা কয়ল। তোহোৰ ভগিনীৰ ঐচন অৱস্থা কয়ল। তোহাৰ ভগিনীৰ ঐচন অৱস্থা দেখি কৈছে প্ৰাণ ধৰহ ?

সূত্ৰ—শূৰ্পণখাক ঐচন অৱস্থা দেখি খৰে কালান্তক যম সম হৈয়া তাইত পুছত।

খৰ বোল—আঃ ৰাৱণৰ ভগিনীৰ কমন মুণ্ডধে ঐচন অৱস্থা কয়ল। মৰিবাক লাগি নাক কাণ কাটি যমক পাশে চলল। মৃগ হৈয়া বাঘক জঙ্কায়, শৃগাল হৈয়া সিংহক আগ হয়। খণ্ডাল সৰ্প কঙ্কালত লাঠি দেয়, সাগৰ কাঠিয়ে জোখয়। স্বভাৱে মানুষ জাতি আমা-সাৰ ভক্ষ। অসুৰেও বিপক্ষ নাহি আচৰয়। ঐ এ দূত, সত্বৰে মুখ্য মুখ্য বাছি ৰাক্ষস সব আনহ। ৰামক বধিতে পঠাওঁ।

সূত্ৰ—শুনি দূতে মুখ্য মুখ্য বাছি সব ৰাক্ষস খৰক আগে দেলহ। তাহে দেখি খৰ বোল।

খৰ বোল— ঐ এ ৰাক্ষস সব, তোহোসব সত্বৰে গৈয়া ৰাম লক্ষ্মণক মাৰহ, শূৰ্পণখা ৰুধিৰ পান কৰোক।

সূত্ৰ—খৰক ঐচন আদেশ শুনি ৰাক্ষসসব ৰামক বধিতে শূৰ্পণখা সহিতে যৈছে পঞ্চৱতী বনে চলল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ আশোৱাৰী, পৰিতাল**

ধ্রুং— খৰক আদেশে ৰাক্ষসগণ ।
খাঙখিঙ্গ কৰি ধাইল তেতিক্ষণ ॥
পদ—মহাদৰ্পে গৰ্জ্জিয়া ৰামক খেদি যায় ।
খালৈপেটা বেঙ্কামুৱা কাল বর্ণকায় ॥
বিকটা পিঙ্গটা কেশ বিকটা দশন ।
সঙ্গে শূৰ্পণখা ৰঙ্গে কৰিলা গমন ॥
এহিমতে খেদি গৈয়া ৰামক যে পাইলা ।
ৰহ ৰহ বুলি ক্রোধে বাঘে যেন ধাইল ॥ (১০)

সূত্র—ঐচন প্রকাৰে ৰাক্ষসসব ধৰমাৰ কৰি চৌপাশে বেধল । হেন দেখি ৰামচন্দ্রে আগবাঢ়ি ৰাক্ষসসবক যে বোলল ।

শ্রীৰামচন্দ্র বোল—ঐ এ ৰাক্ষসসব কি নিমিত্তে হামাক খেদি আৱল । যাৱে কন্ধছেদ নাহি হই, তাৱে পৰিৱৰ্ত্তি আপোন থানে চলহ ।

সূত্র—তাহে শুনি ৰাক্ষসসব বোল ।

ৰাক্ষস বোল—ঐ এ ৰাম, খৰ প্রভু সমে বিৰোধ কৰি নাশ ভেলি । যব ইন্দ্রত শৰণ পশহ, তথাপি এৰণ নাহি । তোহো একলশ্বৰে আছহ, হামু অনেকে ধৰি মাৰবো ।

সূত্র—ওহি বুলি ৰাক্ষসসব শস্ত্র-শস্ত্র ধৰি যুদ্ধ কয়ল । শ্রীৰামে শৰ হানি সব অস্ত্র ছেদল । অস্ত্র ছেদ দেখি ৰাক্ষস সব বাঘে যেন গৰ্জ্জি হাতে শূল ধৰি ৰামক শৰ প্রহাৰল । হেন দেখি শ্রীৰামচন্দ্র শিলিমুখ শৰ প্রহাৰি ৰাক্ষসসবক খেদি খেদি মাৰল । হেন দেখি শূৰ্পণখী মহাভয় হৈয়া লৰৰি গৈয়া খৰক আগে পৰি কান্দিতে লাগল । তা শুনি খৰে তাইত পুছত ।



খৰ বোল—হে বহিনী, বৈৰ মাৰিবাক ৰাক্ষস পঠাৱলো । আৰ কিমান সাধিতে ৰহল । জান্তে কহ প্রতিকাৰ কৰোহো

সূত্র—তা শুনি শূৰ্পণখা বোল ।

শূৰ্পণখা বোল—হে ভায়া কি কহব ! তোহো যত ৰাক্ষস পঠাৱল, তাহেক ৰামে বধ কয়ল । হে দাদা দণ্ডকা বনত ঋষিসৱ মাৰি খাই বৰ বীৰ বোলাৱস । হা হা হামাক দুখ সাগৰত কমনে উদ্ধাৰ কৰব । ঐ এ কুলাঙ্গাৰ ! ওহি মুখে প্রতিকাৰ কৰিতে বোললি । যাৱে নাহি দেখো তাৱে প্রাণ চাৰবো ।

সূত্র—হেন শুনি খৰে বোলল ।

খৰ বোল—হে মাৱ, কি নিমিত্তে হামাক গৰিহা বচন বোলহ ! তোৰ দুখ দেখি মোৰ হৃদি সহয়ে নাহি । কৌটি এক ৰামে হামাক সম নুহি । তাহেক মাৰি তোহাক ৰুধিৰ পান কৰাৱবো । হে বহিনী, তোহো মনে ৰঙ্গ কৰহ ।

সূত্র—খৰক ঐচন বাণী শুনি সে শূৰ্পণখী উল্লাস মনে কৰি খৰক প্রশংসা বচন বোলল ।

শূৰ্পণখা বোল—অঃ ধন্য ধন্য ৰাৱণক ভ্রাতৃ ভৈলা । তোমাৰ বচন শুনি পৰম সন্তোষ ভেলো ।

সূত্র—তদনন্তৰে খৰে দূষণক বোলল ।

খৰ বোল—ঐ এ দূষণ, সত্বৰে সৈন্যসব আনহ । ৰামক বধিতে পঠাওঁ ।

সূত্র—দূষণে ঐচন আদেশ পাই তেতিক্ষণে ৰাক্ষসসব আনি দেলহ । খৰে হাতে ধনুশৰ ধৰি ৰামক বধিতে পয়ান কয়ল ।

**শ্লোক**

প্রয়াণমকৰোৎ ৰক্ষঃ যুদ্ধায় কৃতনিশ্চয়ঃ ।
ধনুষ্টঙ্কাৰ ঘোষেণ দশদিশঃ প্রকম্পয়ন্ ॥ ৬ ॥

সূত্ৰ—ঐচন প্ৰকাৰে ধনুটঙ্কাৰ কৰি ৰাক্ষসসৱ সহিতে ৰামক বধিতে পয়ান কয়ল। তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্ৰুং—ৰাক্ষস সঙ্গে চলে খৰৰাই।
পদ নখ প্ৰহাৰে পৃথিবী কম্পি যায় ॥
পদ—ৰামক বিধ্বংসি যাই যুজিবাক মনে।
নানাবিধ বিমঙ্গল মিলিল তেখনে ॥ (১১)

সূত্ৰ—তদনন্তৰে খৰক আগে নানা বিমঙ্গল মিলল। ৰথৰ আগে শগুণ পৰে। মাংস শোণিত মেঘে বৰিষয়। বিনাপৰ্ব্বে ৰাহুৱে সূৰ্য্যক গ্ৰহয়। ৰাক্ষসৰ মাংস ভুঞ্জিবাক মনে গৃদ্ধ শৃগালে নাদয়। মুখ চাই ধোন্দাকাকে ৰতয়, ৰথৰ ওপৰে পৰয়। পাতাল পৃথিবী কঁপি নিৰ্ঘাত পৰয়। বাম হাতপাৱ চক্ষু ফন্দয়। ঐচন অমঙ্গল দেখি খৰ বোল।

খৰ বোল—ঐ এ ৰাক্ষসসৱ, হেন লক্ষকোটি যদি উৎপাত হই তথাপি হামাৰ কটাক্ষ নাহি। অজয় বিজয় দুৰ্জ্জয় খৰ নাম ত্ৰিজগত জানয়। ত্ৰিভুবন জিনিতে অকলে শকতি আছয়। ইহা জানি শঙ্কা নাহি কৰবি। শীঘ্ৰে চলহ।

## গীত তথা

বাধাকো নগনি যাই মৃত্যুৰ পাইলে পাছ।
ৰাম অগনিত যেন পতঙ্গৰ জাস ॥



এইমতে খেদি গই পঞ্চৱতী পাইলা।
ৰামক দেখিয়া সবে বাঘে যেন ধাইল ॥৵(১২)

সূত্ৰ—ৰামক দেখি ৰাক্ষসসব ক্ৰোধে বোলল।

ৰাক্ষসসব বোল—ঐ এ ৰাম, খৰ প্ৰভু সমে বিৰুদ্ধ কৰি নাশ ভেলি। তোহাক আজু যমপুৰ দেখাৱবো।

শ্লোক

পীড়িতঃ ৰঘুনাথস্তু ৰক্ষসঃ ৰাক্যশায়কৈঃ
ক্ৰোধেন ধনুৰাদায় যুদ্ধায় সম্মুখোঽভৱৎ ॥ ৭ ॥

সূত্ৰ—ৰাক্ষসসৱক ঐচন বাণী শুনি শ্ৰীৰামচন্দ্ৰে হাতে ধনুশৰ ধৰি যৈছে যুদ্ধ কয়ল তাহে দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোহ।

## গীত

**ৰাগ মল্লাৰ, পৰিতাল**

ধ্ৰুং—যুদ্ধ দেহু ৰাঘৱ ৰঘুৰায়া।
গৰজে ৰাক্ষসসৱ আয়াৰে ॥
ধৰি হৰি শাৰঙ্গ বৰিষণ বাণ।
শ্ৰাৱণ মেঘৰ প্ৰহাৰ ॥
পদ—ৰাক্ষস সবৰ বাহুকন্ধ ছেদল
পলাৱল ত্ৰাসে লৰৰি।
দেখিয়া খৰদূষণ ধাইলেক
ৰহৰহ বুলি পাশে গেৰি ॥
হেন দেখি ৰামে পৰিঘ হানিয়া
দুই হান্তৰো প্ৰাণ ছেদাইলা।

সব বৈৰ জিনি বিজয় ৰাঘৱ
ভক্তক কৰিলা ত্ৰাণ ॥ (৩)

সূত্ৰ—ঐচন প্ৰকাৰে শ্ৰীৰামচন্দ্ৰ অসুৰসবক মাৰি লক্ষ্মণ সীতা সহিতে পৰম আনন্দে ৰহল। সোহি সময় ব্ৰহ্মা মহেশ ইন্দ্ৰাদি দেৱতাসবে ৰামক শিৰে পুষ্প বৰষিল। ৰাক্ষসসবৰ বধ দেখি সে শূৰ্পণখী মহাভয় হুয়া লঙ্কাক লাগি লৰৰ দেলহ। ই কথা ৰহোক। তদনন্তৰে লঙ্কাৰ ঈশ্বৰ ৰাৱণ ত্ৰিভুবন জিনিয়ে একছত্ৰে ৰাজ্য ভুঞ্জিয়ে ঠিক। সোহি ৰাৱণ ওহি সভামধ্যে প্ৰৱেশকয়ে আৱত! তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

### ৰাগ কানাড়, তালচুটা

ধ্ৰুং—আৱত ৰাৱণ পৃথিবী নাথ।
ঢোল চামৰ ছত্ৰ ধৰু মাথ ॥
পদ—দশ বক্ত্ৰ কুৰি নেত্ৰ দশনৰ পান্তি।
কুৰি কৰ্ণে জ্বলে আতি কুণ্ডলৰ কান্তি ॥
কুৰিখান বাহু জ্বলে বাসুকিৰ মত।
কাল মুখ মেঘ সম যেন সচল পৰ্ব্বত ॥
ত্ৰিদশ দেৱ ত্ৰাসে লৰৰ দেৱত।
ত্ৰিভুবন জিনিয়ে সঘনে কৰে হাস ॥
ঐৰাৱত দান্ত যাৰ হৃদয়ে প্ৰকাশ ॥
খাঙ্গখিঙ্গ আদি সৈন্যৰ ৰোল।
নাগেৰা দামৰা দামা বজাৱয় ঢোল ॥ (১৪)

সূত্ৰ—ঐচন প্ৰৱেশকয়ে ৰাজা ৰাৱণ ৰাক্ষস সহিতে পৰম আড়ম্বৰে সভামধ্যে বৈঠি ৰহল। তদনন্তৰে সে শূৰ্পণখী কতোক্ষণে গৈয়া ৰাৱণক দেখল, সিংহাসনে বৈঠি আছয়। কাল মেঘ যেন শৰীৰ



প্ৰকাশয় দশগোটা শিৰ তাতে কুৰি চক্ষু জলয়, কুৰিখান কৰ্ণত কুণ্ডল জলয়, তাত কুৰি বাহু প্ৰকাশ কৰয়। ঐচন ৰূপ দেখি সে শূৰ্পণখী কান্দি কান্দি সব বৃত্তান্ত জনাৱল।

শূৰ্পণখা বোল—হে দাদা তোহো লঙ্কা মাজে সুখে আছহ। তোহো ভুবনপতি, মাথা তুলি হামাৰ অৱস্থা দেখহ। তোহো লঙ্কাৰাজ্য ফুতে হৰুৱাৱ। তোহাৰি ভাই খৰদূষণক মানুষে মাৰল।

সূত্ৰ—শূৰ্পণখাক ঐচন বাণী শুনি ৰাৱণ ক্ৰোধে যম সম ভেল। ঘৃত পাই যৈছে বহ্নি উথলল তদ্বৎ। ৰাৱণ বোল।

ৰাৱণ বোল—হে বহিনী! কহিৰ মানুষে তোহাৰ নাক-কাণ কাটি খৰ-দূষণক মাৰল। হামাত সত্বৰে কহ।

সূত্ৰ—তা শুনি শূৰ্পণখা বোল।

## (পদ)

শূৰ্পণখা বোল— দশৰথ সুত সিটো আসি ভৈলা বনে।
জ্যেষ্ঠগোট ৰামচন্দ্ৰ কনিষ্ঠ লক্ষ্মণে ॥
তাহাৰ সঙ্গত আছে সীতা বৰ নাৰী।
পৰমসুন্দৰ ৰূপ বৰ্ণাইতে নাপাৰি ॥
সোহি বৰ ৰমণী গৃহত নাহি যাৰ।
নিষ্ফল জীৱন তাৰ সবে ৰাজ্যভাৰ ॥
কোল চাপিলোহো মই ভুঞ্জিবাক মনে।
অকাৰণে নাক-কাণ কাটিলে লক্ষ্মণে ॥
খৰ সমে মই পাছে সমৰ কৰাইলো।
ৰামৰ হাতত খৰ ভয়াইক মৰাইলো ॥ (১৫)

### শ্লোক

নিকষানন্দনঃ শ্ৰুত্বা ৰামস্য শৌৰ্যবিক্ৰমম্
যযৌ তপোবনং শীঘ্ৰং সীতাহৰণকাম্যয়া ॥ ৮ ॥

সূত্র—ৰামক বীৰত্ব শুনি ৰাৱণক হৃদয় কম্পয়। সীতাৰ কথা শুনি মহাহৰ্ষে হৰিবাক প্রতি উপায় চিন্তিয়ে মাৰীচক পাশে চলল। কতোক্ষণে গৈয়া মাৰীচক দেখল শিৰে জটা কৃষ্ণসাৰ ছাল গাৱে পৰিধান কৰি তপোবনে তপ কৰি আছয়। সোহি থানে মাৰুচে ৰাৱণক দেখি বহুত সংকাৰ কয়ল। তাহে পেখি ৰাৱণ বোলল।

ৰাৱণ বোল—হে মামা মাৰুচ! তোহো সম হিতকাৰী লঙ্কাৰ মাজে আৱৰি নাহি। বলে বীৰ্যে কালান্তক প্রাণী। সম্প্রতি হামাৰ প্রয়োজন শুনহ। দশৰথ পুত্র ৰামলক্ষ্মণ, সে হামাৰ বহিনী শূৰ্প-ণখাৰ নাক-কাণ কাটি খৰদূষণক মাৰল। সোহি ৰামক সঙ্গে পৰমসুন্দৰী সীতা আছয়। হামাৰ মন্দোদৰী এক অঙ্গ যোগ্য নুহি। ইহা জানি তোহো হামাৰ এক কাৰ্য্য সাধহ। সুবৰ্ণৰ মৃগ হৈয়া সীতাৰ আগে চলহ। সীতাৰ বচনে ৰামলক্ষ্মণে মৃগ মাৰিতে চলব। পাছে শূন্য অৰণ্যত পাই সীতাক হৰি আনবো। যব হামাৰ উহি কাৰ্য্য সাধহ, তবে হামাক প্রাণদান দেবহ।

সূত্র—ৰাৱণক ঐচন বাণী শুনিয়ে সে মাৰুচ ৰামক নাম শুনি সৰ্ব্ব-শৰীৰ কম্পয়। কৰযোৰকয়ে ৰাৱণক বোলল।

মাৰুচ বোল—হে ভাগিন! শমন কালত তোহাৰ বিনাশ বুদ্ধি ভেল। অগনিৰ শিখা সম সীতাক হৰিতে চাৱ। আঃ মৰিবাক ইচ্ছা কয়লি। ৰাম যেন বীৰ তোহো নাহি জানহ। যিটো পাত্রমন্ত্রী তোহাক ঐচন বুদ্ধি দেলহ তাহেৰ চক্ষু ফুটল। ঐ এ ৰাৱণ কাৰ বোলে মাৰিবাক যাৱস? হৰি হৰি মাণিক পুতলী লঙ্কা ছন্ন ভেল, সব ৰাক্ষসৰ ক্ষয়ঙ্কাৰ মিলল।

সূত্র—মাৰুচক বাণী শুনি ৰাৱণ বোল।

ৰাৱণ বোল—হে মামা, মানুষ ৰামে হামাক কি কৰব? সোহি ৰাম ধৰ্ম্মহীন। যব ধৰ্ম্ম জানয় তব স্ত্রীৰ বচনে কৈছে বনে আৱল। সোহি ৰামক মহাবীৰ বুলিয়ে হামাক কৈছে বিষ বৰিষহ। হে



মামা, ত্রৈলক্যবিজয় ৰাৱণক বীৰ নাহি দেখহ। তেত্রিশকোটি ৰাম হামাক সম নুহি। যদি ত্রিদশে ৰামক সখা হয় তথাপি সীতাক হৰি আনবো।

সূত্র—ৰাৱণক ঐচন বাণী শুনি মাৰুচ বোলল।

মাৰুচ বোল—হা হা তোহাৰ ক্ষয় কাৰণে কমন বিধিয়ে সীতাক এথা মিলাৱল। হৰি হৰি কমন মুণ্ডে তোহাক নসহিয়ে হেনয় বুদ্ধি দেলহ। ৰাৱণ ৰাজাৰ শ্রীসম্পত্তি দেখিতে নাহি পাৰি উপায়কয়ে ৰামক হাতে মৰাৱে। হে ৰাৱণ, মোৰ বচনে উলটি লঙ্কা চলহ

সূত্র—মাৰুচক ঐচন বাণী শুনি লঙ্কেশ্বৰ ক্রোধে বোলল।

ৰাৱণ বোল—ঐএ পাপিষ্ঠ, তোহাক হামু কি কয়লো, তোহো কি কাৰণে হামাক বাক্য বিষ বৰিষহ। অঃ জানলো! তোহো ৰামৰ ভাৰি খাই হামাক ঐচন অপমান দেহ। খাণ্ডা হানি আজু তোহাক কাটি পেলাৱবো। যাৱ কি নাযাৱ শীঘ্রে কহ।

সূত্র—ওহি বুলি হাতে খাণ্ডা হানি কাটিতে খোজয়, হেন দেখি মাৰুচে সক্রোধ নয়নে বোলল।

মাৰুচ বোল—আঃ মৰিবাৰ কালে সুহৃদৰ বচন বিষ হেন দেখহ। সীতাক হৰণে তোহাৰ বিনাশ হইবেক। ইহা জানি ৰাৱণক হাতে নমৰি ৰামক হাতে মৰি স্বৰ্গে যাওঁ। হে ৰাৱণ, শীঘ্রে যাওঁ, চলহ।

সূত্র—মাৰুচক ঐচন বাণী শুনি ৰাৱণে বহুত প্রশংসা কয়ল। ৰামক পাশে মাৰুচে শীঘ্রে চলল। ৰামক পাশ পাই ৰাৱণে মাৰুচক বোলল।

ৰাৱণ বোল—হে মামা, ওহি কদলি বনে ৰাঘৱৰ স্থান। ইহা জানি তোহো মৃগৰূপ ধৰি হামাৰ প্রয়োজন সাধহ।

সূত্র—ওহি বুলি ৰাৱণে বনে আৰ ছুয়া ৰহল। মাৰুচে ৰামক নাম শুনি সর্ব্বশৰীৰ কম্পয়। হা হা ওহি থানে হামাৰ শৰীৰ পৰব বুলি ৰাৱণক হিত চিন্তিয়ে সীতা আগে চলল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

### ৰাগ আশোৱাৰী, পৰিতাল

ধ্রুং—ধৰিলা মাৰুচ মনোহৰ মৃগ মায়া।
জ্বলে আতিশয় শুদ্ধ সুবর্ণৰ কায়া॥
পদ—ৰজতৰ অর্ধচন্দ্র দুপাশে শোভয়।
তাৰাসব থানে থানে মাণিক জ্বলয়॥
জাজ্বল্য সমান ৰজতৰ বুক।
থানে থানে প্রকাশয় সুবর্ণ ভুমুক॥
তৰঙ্গ ববঙ্গ কৰি চতুষ্পাশে চায়।
সীতাদেৱী দেখন্তে কোমল ঘাস খায়॥ (১৬)

সূত্র—তদনন্তৰে সীতা মৃগ এক দেখল। সুবর্ণসদৃশ শৰীৰ। তাৰাগণে যেন থানে থানে মাণিক প্রকাশয়। তৰঙ্গ ববঙ্গ কৰি চতুষ্পাশে চাই সীতাক পাশে চলইছে। তাহে দেখি সীতা ৰামত পুছত।

সীতা বোল—হে প্রভু! ওহি কি আশ্চর্য্য মৃগ দেখলো। ইহাক মাৰি ছালখান হামাক দেহ, অযোধ্যাত নিয়া তুমি আমি বহি থাকবো। হে টিকৰ স্বামী, সুবর্ণ মৃগৰ ওহি ছাল মাগো।

সূত্র—ওহি বুলি যৈছে পহুছাল মাগল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

### ৰাগ চালেঙ্গি, জ্যোতিমান পৰিতাল

ধ্রুং—কৌতুকে জানকী মাগে আঞোৰ কৰি হাত।
ওহি স্বর্ণমৃগ মাণিকে ৰচিত
দেহু মোহে ৰঘুনাথ॥
পদ—অযোধ্যা নগৰে ওহি চর্ম্ম পাৰি
বসিবাক ভৈল মন।
নমাগোহো আন দিউ ওহি দান
কৰিও কৃপা চৰণ॥
অতিশয় ইচ্ছা ভৈল অঙ্গ মোৰ
বধিবাক নুযুৱাই।
ৰামৰ চৰণে হৃদয়ে ধৰিয়া
গোপাল চৰণে এহু ভাগ॥ (১৭)

সূত্র—সীতাৰ ঐচন বাণী শুনি শ্রীৰামচন্দ্র বোল।

শ্রীৰাম বোল—হে সীতা! তোহো পৰম আজলী। সুবর্ণৰ মৃগ কৈত আছয়? ইটো মৃগ নোহে ৰাক্ষসৰ মায়া।

সূত্র—তা শুনি সীতা বোল।

সীতা বোল—হে প্রভু পতিব্রতা ধর্ম্ম ৰাখি ঘোৰ অৰণ্যে আৱলো। কোনচাৰ বস্তু খুজলো। পহুছাল খান নাহি দিয়ে হামাক ভাণ্ডহ। যদি অসুৰ হই তাহেক মাৰি ছালখান হামাক দেহ।

সূত্র—ঐচন সীতাক কাৰুণ্য বাণী শুনি শ্রীৰামচন্দ্র লক্ষ্মণক বোলল।

শ্রীৰামচন্দ্র বোল—আহে ভায়া লক্ষ্মণ। ওহি মৃগ চৰৰিত সীতাৰ বসিবাক মন ভেল। ইহা জানি সীতাক মনপূৰি হামু মৃগ মাৰিতে যাওঁ। তোহো সীতাক ৰক্ষা কৰহ।

সূত্ৰ—ওহি বুলি শ্ৰীৰামচন্দ্ৰ হাতে ধনুশৰ ধৰি যৈছে মৃগ মাৰিতে চলল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

**ৰাগ মাহুৰ, পৰিতাল**

ধ্ৰুং—চলে ৰামচন্দ্ৰ মৃগ মাৰিবাক লাই ।
হাতে ধনুশৰ ধৰি সিংহে যেন ধাই ॥
পদ—ৰামক দেখিয়া তাৰ হৃদয় কম্পিলা ।
গহন বনক লাগি গমন কৰিলা ॥
যেতিক্ষণে দেখে তেতিক্ষণে দেই লুকি ।
জুই আঙ্গনিৰ যেন পাৰয় ভুমুকি ॥
এহিমতে ৰামক দূৰক লাগি নিলা ।
ৰাম পাৱে হৃদি ধৰি গোপালে ভণিলা ॥ (১৮)

সূত্ৰ—ঐচন প্ৰকাৰে সে মায়ামৃগ দণ্ড দুই পথ দেখা দিয়া পুনু আৰ হুয়া যায় । শ্ৰীৰামে তাহেক লক্ষ্য কৰি শৰ প্ৰহাৰল । সে মৃগক গাৱে পৰি প্ৰাণ চাৰল । মৰন্তে মাৰুচে ৰাৱণক হিত চিন্তি লক্ষ্মণক ডাকল ।

মায়ামৃগ বোল—আহে ভাই লখাই ! মোৰ সুৱলিত ভাই । জান্তে লাগ লহ, লখাই মোৰ প্ৰাণখানি যায় ।

সূত্ৰ—সীতা ৰামক থানে ৰাৱ শুনি হৃদয় কম্পয় । তৰঙ্গ বৰঙ্গ কৰি চতুষ্পাশে চাই লক্ষ্মণক বোলল ।

সীতা বোল—শুনিলা কি লখাই তুমি ৰাঘৱৰ বাণী ।
কমন বিধিয়ে মৃগ মিলাইলেক আনি ॥



হা প্ৰভু মই কিনো অকাৰ্য্য কৰিলো ।
দণ্ডকাবনত আনি স্বামীক মৰাইলো ॥
জান্ত কৰি চল লখাই শুন মোৰ বাক্য ।
সত্বৰে ৰামৰ গৈয়া প্ৰাণখানি ৰাখ ।
তুমি সখা ভৈলে স্বামী নযায় যমপুৰ ।
সত্বৰে ৰাখিও মোৰ শিখৰ সেন্দূৰ ॥
আপদ কালত বাপু হিত চিন্তা জানি ।
স্বামীদান মাগো বাপু মোক দিয়া আনি ॥ (১৯)

শ্লোক

ততো সীতা ভয়াভীতা শোকাগ্নিপ্ৰাণশোষিতা ।
হা হা স্বামী ক ৱানীতঃ বিললাপ শোকাকুলা ॥ ৯ ॥

সূত্ৰ—ওহি বুলি সীতা যৈছে বিলাপ কয়ল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

**ৰাগ সুহাই, ধৰম জোতিমান, চুটকলা**

ধ্ৰুং—জনক নন্দনী মাই
ৰাম লাগি প্ৰাণ যায় ।
ঘনে ঘনে ৰাম সুমৰত
তনু চেতন নাই ॥
পদ—স্বামীক বিৰহে দেহা দহে
দিশ দশ দেখো অন্ধিয়াৰি
ৰময়া বিনে প্ৰাণ ধৰবো নাহি
হে লখাই ৰাম পাশে যাস

স্বামীদান মাগো মই
ৰামচৰণে মতি লাগো
গতি আৰৰি নাই । (২০)

সূত্র—সীতা ঐচন বিলাপকয়ে ৰামক গুণ বর্ণাই ক্রন্দনকয়ে লাগল।

## মুক্তাৱলী

সীতা বোল—হা ৰাম স্বামী, কুলক্ষণী আমি, হৰাইলো সু স্বামী এ
পাপিষ্ঠীৰ কার্য্যে মৃগ মাৰিবাক গৈলা ।
দুর্ব্বাদল শ্যাম, তনু অনুপাম, সর্ব্বাঙ্গ সুঠাম এ
সুচান্দ বদন নেদেখি কিমতে জীউ ।
কৈৰ মৃগ আইল, প্রভু মাৰি খাইল, এ দেখিতে নাপাইলো এ
শিখৰ সেন্দুৰ আজিসে মই গুচাওঁ ।
শুনৰে ৰাক্ষস, মোক মাৰি খাস, প্রভুক তেজস এ
দুখুনী সীতাৰ হেন সে আজু বিলাই ।
স্বামীৰ বিহনে মৰিবোহো বনে, খাউক গৃধ্র শেনে এ
ৰামৰ ভার্য্যাৰ জীৱনত কার্য্য নাই ॥ (২১)

সূত্র—সীতাৰ ঐচন বিলাপ পেখিয়ে লক্ষ্মণ প্রবোধকয়ে বোলল ।

লক্ষ্মণ বোল—হে মাৱ, তোহো ভয় পৰিহৰি নিচিন্তে ৰহ । ইটো ৰবিতলে ৰামৰ ভঙ্গ নাহি । মৃগ মাৰি শ্রীৰামচন্দ্র এখনে আৱব তোহো কৌতুকে ৰহ ।

সূত্র—লক্ষ্মণক ঐচন বাণী শুনি সীতা কোপে বোলল ।

সীতা বোল—ঐ এ পাপী দুৰাচাৰ ! তোহাৰ ৰাঘৱত ঐচন চিত হামু আজু সে জানলো । যৈছে মুখত অমৃত, হৃদয়ত বিষঘট । কার্য্য দেখি তোহো কপট পাতস । মোক ভাণ্ডি ৰামৰ হিত নাহি



বোলহ । হামু ৰাঘৱৰ সঙ্গে আজুসে আছো । ঐ এ চাণ্ডাল ! ভৰতক ভাণ্ডি খাই চাটু নাটু কয়ে ৰামৰ সঙ্গে আৱলি । অঃ সতিনীক পুত্র কদাপি হিত নোহে । ইহা নাহি জানি ৰামে তোহাক সঙ্গে আনল । ঐ এ পাপিষ্ঠ ! তোহাৰ চিত হামু আজুসে জানলো । ৰামৰ মৰণে মোক ভুঞ্জিবাক চাস ! স্বামীৰ অৱিহনে অগনিত জাস দিয়া গলে কটাৰি হানি মৰবো, পৰ-পুৰুষকে চৰণে ছুইবো নাহি ।

সূত্র—ওহি বুলি সীতা হৃদয়ে মুষ্টি হানি কান্দি কান্দি বিলাপ কয়ল ! সীতাক ঐচন দুর্ব্বাৰ বচন শুনি লক্ষ্মণ ভূমি কর্ণ পৰশি বোলল।

লক্ষ্মণ বোল—তুমি মোৰ দেৱী ৰামচন্দ্র আদি দেউ ।
দুইতো পৰে আমাৰ আৱৰি নাহি কেউ ॥
অযুগুত বাক্য কেনে বোলাহা আমাক ।
আজিসে জানিলো মই দাৰুণী তোমাক ॥
স্বভাৱত স্ত্রীজাতি নিদাৰুণ হিয়া ।
ভাই ভাই বেলেগাই মাজে কাটি দিয়া ॥
চন্দ্র সূর্য্য বায়ু বহ্নি জলে বসুমতী ।
সবে সাক্ষী হৈবা দোষ নাহিকে সম্প্রতি ॥
সীতাক এৰিয়া ৰাম লগ লউ যাই ।
একেশ্বৰী হৈয়া বনে থাকিবাহা আই ॥
বিমঙ্গল অনেক দেখি মই হওঁ ত্রাস ।
ভাগ্যে কতকালে পাইবা ৰামচন্দ্র পাশ ॥ (২২)

সূত্র—ওহি বুলি লক্ষ্মণে সীতাক প্রণামকয়ে হাতে ধনুশৰ ধৰি যৈছে ৰামক পাশে চলল তা দেখহ শুনহ ।

### শ্লোক

প্রৱেশমকৰোৎ ৰাজা ৰাক্ষসানাং মহাবীৰঃ
দধাৰ ব্রাহ্মণং ৰূপং সীতাহৰণমিচ্ছয়া ॥ ১০ ॥

সূত্ৰ—ঘোৰ অৰণ্যত সীতা ৰামক সন্তাপে কান্দি কান্দি আছয়। হেন সময়ে ৰাৱণে ভিক্ষুক বেশ ধৰিয়ে সীতাক পাশে চলইছি। কটিত কপীঙ্গ গাৱে কঠা কান্ধে যুলি......গলে ৰুদ্ৰাক্ষৰ মালা আউৰ হাতে ছত্ৰ ধৰিয়ে সীতাক আশংসা কয়ল।

শ্লোক

চিৰঞ্জীৱ চিৰঞ্জীৱ পতিপুত্ৰসমন্বিতা।
কল্যাণগুণসংযুক্তা ভজস্ব মধুসূদনম॥ ১১॥

সূত্ৰ—ওহি আশীৰ্ব্বাদকয়ে তথা বৈথি সীতাক যে বোলল।

বৃদ্ধ ব্ৰহ্মণ বোল—হে সুন্দৰী, তোহো কাহেৰ ৰমণী? কি কাৰণে ঘোৰ অৰণ্যে আছহ? তোহাৰ বা নাম কি? কোন বাপ মাৱ হামাত স্বৰূপ বাত কহ। হে চান্দবদনী, ত্ৰৈলোক্যৰ ৰূপ একঠাম কৰি কোন বিধি তোহাক নিৰ্ম্মাণ কয়ল। ৰূপ দেখি কমন মুগুধে প্ৰাণ ধৰব। অঃ ৰাজপটেশ্বৰীত উচিত কিবা লক্ষী কিবা পাৰ্ব্বতী কি ৰম্ভা আসি আছহ। হামাত সত্বৰে কহ।

সূত্ৰ—ঐচন বাণী শুনি সীতা পৰম বিস্ময় হুয়া যে বোলল।

সীতা বোল—জনেকৰ জীউ মই নাম মোৰ সীতা।
দশৰথ শহুৰ ৰামৰ বিবাহিতা॥
বাপৰ আদেশে ৰাম আসি ভৈলা বনে।
তুলতে আসিল মোৰ দেওৰ লক্ষ্মণে॥
মোহোৰ বচন শুনিয়োক তপোধন।
মৃগ মাৰিবাক গৈলা শ্ৰীৰাম লক্ষ্মণ॥
খানিতেক ঋষিৰাজ কৰিয়ো বিশ্ৰাম।
এতিক্ষণে আসিৱন্ত লক্ষ্মণ শ্ৰীৰাম॥
তুমি হেন ঋষিক দেখিব কৌতুহলে।
পূজিৱন্ত আনি যথাযোগ্য বনফলে॥ (২৩)

সূত্ৰ—সীতাক ঐচন বাণী শুনি ৰাৱণে যে বোলল।



ৰাৱণ বোল—হে সীতা! তোহো হামাৰ বচন শুনহ। হামু লঙ্কাৰ ৰাৱণ। তোহাৰ ৰূপগুণ শুনি এথা আৱলো। অঃ ৰাজপটেশ্বৰীত উচিত। ইহা জানি মানুষ ৰামক তেজি হামাক স্বামী বৰহ। হে সীতা! তোহাক দেখি কামবাণে ফুটি প্ৰাণ ছুটি যায়। ইহা জানি শীঘ্ৰে যাওঁ, উঠহ।

সূত্ৰ—সীতা ৰাক্ষস হেন জানি শৰীৰ কম্পয়। দাৰুণ বচন শুনি তাহেক নিষ্ঠুৰ বচন বোলল।

সীতা বোল—ঐ এ ৰাৱণ, ৰামৰ ঘৰিণী মোক হৰিবাক চাৱ। মৰিবাক লাগি কালকুট খাৱলি। ঐ এ ৰাৱণ, মহাপাপী হৈয়া স্বৰ্গক বাঞ্চহ। ঐ এ নিলাজ, কৈছে মৰি নযাৱ? শৃগাল হুয়া সিংহৰ ভাৰ্য্যাক হৰস। চৰণেও পৰপুৰুষক ছায়া পৰশো নাহি। ৰামৰ আপচু তোহাৰি মাথে দিওঁ।

সূত্ৰ—ঐচন নিষ্ঠুৰ বাণী শুনি ৰাৱণে ঘৃত পাই যৈছে বহ্নি উঠলন্ত তদ্বৎ। ৰাৱণ বোল।

ৰাৱণ বোল—ঐএ সীতা! তোহো হামাৰ বীৰত্ব নাহি জানহ। সি কাৰণে ৰামক মুনিষ বখানস। সিটো ৰাম ধনুৰ্দ্ধৰ নুহি। শাস্ত্ৰতোবিহীন। এতেকেসে বাপে গুণৱন্ত চাই ভৰতক ৰাজ্য দেলহ। তোৰ ৰাম যদি মুনিষ হুই ভৰতক মাৰি কৈছে ৰাজ্য নাহি লেলহ। ত্ৰিভুবনপতি আসি তোহাৰ দাস ভেলো। মানুষ ৰাম অল্পতে মৰব। হামু সমে যুগে যুগে ৰাজ্যভোগ কৰবো। মোহোৰ বচন যদি নৈৰাশ কৰহ তবে বলে ধৰি নেৱবো।

সূত্ৰ—ৰাৱণৰ ঐচন খৰ্ব্ব বাণী শুনি সীতা কোপে কম্পল।

সীতা বোল—ঐএ ৰাৱণ, মোক হৰি যদি পাতালে পশহ তাহাতো ৰাঘৱে তোহাৰ প্ৰাণ চোৰাৱব। হাৰী হৈয়া বেদ পঢ়িবে আশা কৰহ। লঙ্কাৰ অগনিকুণ্ডে মোক নিতে চায়। ঐএ ৰাৱণ, যদি মুনিষ হোৱস তবে খেনেক বিশ্ৰাম কৰহ। প্ৰভুৰ একেবাণে তোহাৰ প্ৰাণ চোৰাৱবো।

সূত্র—সীতাক ঐচন বাণী শুনি ৰাৱণে ব্ৰাহ্মণ ৰূপ তেজি নিজৰূপ ধৰল, কৰ কৰ দশন চৰ্ব্বয় ।

ৰাৱণ বোল—ঐএ পাপিষ্ঠী ! হামাক ঐচন সিদ্ধান্ত কয়লি । চৰৰক চোটে তোহাৰ দান্ত সৰাৱবো । সহস্ৰেক ৰামে হামাক কি কৰব ।

সূত্র—ওহি বুলি খেদি গৈয়া বামহাতে কেশে ধৰি সীতাক হৰি নিয়া আপোনাৰ ৰথে তুলি আকাশৰ পথে চলল । তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল, হৰি বোল ।

# গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্রুং—ৰাৱণে সীতাক ধৰি ৰথত তুলিলা ।
আকাশৰ পথে শীঘ্রে বেগে চলি গৈলা ॥
পদ—হা স্বামী বুলি সীতা কান্দে গেৰিয়াই ।
হাকুল ব্যাকুল আতি চেতন নাই ॥ (২৪)

সূত্র—আহে লোক ! জগত জননী সীতা গোসাঁনীক ৰাৱণে হৰি লৈয়া যায় ।মহাত্ৰাসে গোসাঁনী হা স্বামী বুলি ক্রন্দন কৰি চলইছে ।

# (মুক্তাৱলী)

সীতা বোল—হা স্বামী ৰাম ভৈলোহো অনাথ, হৰাইলো তোমাক এ
তোমাৰ ভাৰ্য্যাক ৰাৱণে হৰিয়া নেই ॥
মৃগ মাৰিবাক, পাঠাইলোহো মই, নখণ্ডিবা মোক এ
সিহেতু দোষত মোক নচাৰিবা স্বামী ॥



বনক আসিলো, সঙ্গ নচাৰিলো স্বামী এ
টিকৰ স্বামীনো কিয় মোক নাৰাখাহা ॥
হা প্ৰাণপতি, নভৈল সঙ্গতি, মৰোঁ মই ঐত এ
ৰাৱণক মাৰি কিয় নৰাখাহা মোক ॥
বাত্ৰাক নপাইবে, প্ৰাণক সুজাইব, ৰাম নাম নুমাইবেক এ
কৈকেয়ী শাহুৰ মনোৰথ সিদ্ধি ভৈল ॥
হে বনদেৱ, কৰোঁ মই সেৱ, অনাথৰ দেৱ এ
মোহোৰ বিপত্তি ৰামক তুমি জনাইবা ॥ (২৫)

সূত্র—সীতা বোল ।

সীতা বোল—হে বনদেৱতাসব ! মোহোৰ বিপত্তি ৰামত তোৰাসবে জনাৱব । বুলিবা তোমাৰ ভাৰ্য্যাক ৰাৱণে হৰি লৈয়া গেল ।

সূত্র—ঐচন ক্রন্দন কৰি সীতা গোসাঁনী চলইছে । সোহি থানে গৰুড়ক পুত্ৰ জটাউ পৰ্ব্বতে পৰি ৰ'দ লৈয়া আছয় । সীতাৰ ক্রন্দন শুনি চতুৰ্পাশে চাই দেখল, ৰামৰ ভাৰ্য্যাক ৰাৱণে হৰি লৈয়া যায় । তাহে পেখি পৰমক্রোধে সে জটাউ ৰহ ৰহ বুলি আগ ভেন্তল । তা দেখহ শুনহ নিৰন্তৰে হৰি বোল, হৰি বোল । গীত তথা ।

ৰহ ৰহ বুলি পখি জটাউ আসিলা ।
পখা চাত দিয়া পখী আগভেটি ৰৈলা ॥ ॥

জটাউ বোল—ঐএ নিলাজ ৰাৱণ, এতমান ৰাজা হুয়া পৰদাৰা হৰস । দশৰথ ৰাজা হামাৰ পৰম সুহৃদ । প্ৰাণ যেবে জীবি মোৰ বধূ পৰিহৰ । যব নাহি ছোৰহ তবে সীতাক ৰাখি তোহাক ৰথ সমে গিলবো ।

সূত্র—জটাউৰ ঐচন গৰ্ব্ব বাণী শুনি ৰাৱণে ক্রোধে বোলল ।

ৰাৱণ বোল—ঐএ লটক চটক ! তোহো হামাক ঐচন বোলমাত কৰহ । মোহোৰ শৰে তোহোৰ প্ৰাণ যাৱব ।

সূত্ৰ—ওহি বুলি ৰাৱণে সহস্ৰ সহস্ৰ শৰ প্ৰহাৰল। জন্টাউ শৰ আসে দেখি গিলি পেলাৱল। ঐচন প্ৰকাৰে ভুকুতা-ভুকুতি লাঠি চৰৱা-চৰৰি ধুমাজয় যুদ্ধ ভৈল। তা দেখহ। গীত তথা।

এহি বুলি ৰাৱণেও প্ৰহাৰিলা শৰ।
জ্বলি গৈল জন্টাউৰ ক্ৰোধ ভয়ঙ্কৰ॥
বাৰিষাৰ জল যেন শৰ বৰষিল।
পাখাচাত দিয়া তাক জন্টাউ উৰাইল॥
ডেৱ দিয়া গৈয়া তাৰ ৰথত পৰিলা।
ছয়ো পাৱ দিয়া তাৰ ধনুক ভাঙিলা॥
দুৰ্ঘোৰ প্ৰহাৰে পিঠি কৰিলন্ত ঘাৱ।
আঞ্জুৰিয়া মাংস তাৰ কাটে এক নাৱ। (২৬)

সূত্ৰ—তদনন্তৰে পখিৰাজ জন্টাউ ৰাৱণৰ মাংস আঞ্জুৰি এক নাৱমান কাটি পেলাৱল। তাহেৰ মাথে উঠি কেশত ধৰি ঘন্টা লাৰি খেতবিখেত কৰি ৰথধ্বজ ধনু ভাঙ্গল। ঐচন পীড়া পাই ৰাৱণে মনে বোলল।

ৰাৱণ বোল—অঃ আজু জন্টাউৰ হাতে হামাৰ শৰীৰ পৰৱ। ইহাজানি ন্যায়যুদ্ধ এৰি অন্যায় যুদ্ধ কৰি ইহাক মাৰবো।

সূত্ৰ—ওহি বুলি ৰাৱণে অগ্নিশৰ হানি জন্টাউক পাখাছেদ কয়ল। পাখাছেদ জন্টাউ গিৰিসিত কৰি পৃথিবীত পৰল। সাগৰ খলকি যৈছে ভূমি কম্পয়ে লাগল। জন্টাউক মৰণ পেখি সীতা গোঁসানী দূতৰ বন্ধু মৰল বুলি গলে সাৰটি ধৰি যৈছে ক্ৰন্দন কয়ল।

সীতা বোল—(বিলাপ)

হৰি হৰি মোৰ ধান্ধৱ পখীৰাজ।
পাপিষ্ঠীৰ কাৰণে মৰিলা বন মাজ॥
মোক এৰি চলিলা জনক যেন বাপ।
সব কুটুম্বত কৰি তোমাত সন্তাপ॥
দুৰ্গতি কালত তুমি ভৈলাহা সহায়।



জনকৰ জীউ মই মাথা তুলি চাই॥
দশৰথ যেন তুমি মোহোৰ শশুৰ।
বহাৰী অনাথ কৰি যাহা কতো দূৰ॥
শান্তি সীতা হওঁ যেবে সত্য পৰমাণ।
ৰাঘৱত কহিলে তোমাৰ যাওক প্ৰাণ॥ (২৭)

সূত্ৰ—ওহি বুলি সীতা জন্টাউক গলে বান্ধি কান্দি কান্দি আছয়। হেন দেখি ক্ৰোধে ৰাৱণে খেদি খেদি গৈয়া এৰ এৰ বুলি সীতাক নিয়া আপোন ৰথে তুলি যৈছে আপোন থানে চলল। তদনন্তৰে সীতা পথত বানৰক পাই গাৱৰ অলঙ্কাৰ খসাই হেপিলা।

সীতা বোল—যেবে শান্তি সীতা হওঁ ওহি অলঙ্কাৰ ৰামৰ হাতে পৰোক।

সূত্ৰ—ঐচন প্ৰকাৰে কতোক্ষণে গৈয়া লঙ্কা পাৱল। সোহি সময়ে ৰাৱণে ৰাক্ষসীসৱক আনিয়ে সীতাক সমৰ্পল। ইকথা ৰহোক। তদনন্তৰে শ্ৰীৰামৰ বৃত্তান্ত শুনহ। মৃগ মাৰি শ্ৰীৰামচন্দ্ৰে আপোন গৃহে চলইছে। সোহি সময়ে পথে শৃগালক ৰাৱ শুনি হৃদৰ কম্পয়, যোনো লক্ষ্মণে এৰি আসয় বুলি শীঘ্ৰে চলইছে, কতোক্ষণে গৈয়া লক্ষ্মণক দেখি শ্ৰীৰামচন্দ্ৰ খেদকয়ে বোল।

শ্ৰীৰামচন্দ্ৰ বোল—হা হা লখাই, তোহো বৰ অকাৰ্য্য কয়লি। কি নিমিত্তে ঘোৰ অৰণ্যত সীতাক এৰি আৱলি।

সূত্ৰ—ওহি বুলি খেদকয়ে আপোন স্থানে চলইছে।

শ্লোক

সীতায়াঃ হৰণস্থানং পশ্যন্ স ৰঘুনন্দনঃ
শোকাগ্নিপীড়িতোঽৰোদীত্ যথাবাতাহতোদ্ৰুমঃ॥ ১২॥

সূত্ৰ—স্থান পাই সীতাক নাহি দেখিয়ে শ্ৰীৰামচন্দ্ৰ হা বান্ধৈ সীতা মোহোক ছেজি কাহে গেলি বুলি বিলাপ কয়ল।

শ্ৰীৰামচন্দ্ৰ বোল—হৰি হৰি বিধি মোক কতনো দুখ দেহ। জনকৰ জীৱে আজি সপোনৰ নিধি ভেলি। ঐ প্ৰাণেশ্বৰী, মোহোক তেজি তোহো কাহে গেলি? কৈছে নামাতহ? তোহাৰ সন্তপে হামু প্ৰাণ চাৰবো। ওহি বনে হামাক শৃগালে বেড়ি খাউক। হে সুন্দৰী, যক্ষ কি ৰাক্ষসে তোক লৈয়া গেল। হামু কাহেৰ সংগে থাকবো?

সূত্ৰ—ওহি বুলি যৈছে বিলাপ কয়ল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ কৌ, জোতিমান**

ধ্ৰু—ঐ প্ৰাণ বান্ধৈ হে
হৰি হৰি কি মেৰি কপাল।
কহিব দাৰুণ ৰক্ষ তেৰি ভৈল কাল॥
পদ—বন্ধুজন তেজিয়া বনক আইলো তিনি।
হৰাইলো সীতাক ঐত মিলিল বিঘিনি॥
জানকীৰ শোকে মোৰ প্ৰাণখানি যাউক।
দণ্ডকাবনত শৃগালে বেড়ি খাউক॥
কাহে গেলি সীতা মোৰ দুখৰ সইতাৰী।
জান্তে মাত মোক হেৰ প্ৰাণ জাউক মৰি॥
কৈক গলি সীতা মোৰ দুখৰ সইতাৰী।
আমাক অনাথ কৰি গইলি পৰিহৰি॥ (২৮)

সূত্ৰ—ঐচন প্ৰকাৰে ৰাম লক্ষ্মণক বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—আহে লক্ষ্মণ, তোহো কি নিমিত্তে সীতাক এৰি আৱলি। আমাক গাৱে অগনি লগাৱলি, সোহি শোকে হামু খাণ্ডা হানি মৰবো। তোহাৰ ৰংগ হৌক।



সূত্ৰ—ঐচন বাণী শুনি লক্ষ্মণক হৃদয় সহয়ে নাহি। মহামৰ্ম্মে প্ৰবোধ-কয়ে বোলল।

লক্ষ্মণ বোল—হে দাদা, আপোন কাৰণে সীতা অধোগতি গেল। হামাত দোষ নাহি। মৃগ মাৰিতে তোহাৰ ৰাৱ শুনি অনেক নিঠুৰ বাক্য বুলি হামাক বনে পঠাৱল। হে দাদা, ইহা জানি তোহো সন্তাপ চাৰহ। ওহি অৰণ্যত সীতাক বিচাৰ কৰোহো।

সূত্ৰ—লক্ষ্মণৰ ঐচন বাণী শুনি শ্ৰীৰামচন্দ্ৰ হাতে ধনুশৰ ধৰি দুইভাই সীতাক বিচাৰ কয়ল। তাহে দেখহ শুনহ নিৰন্তৰে হৰি বোল।

## গীত

**ৰাগ কল্যাণ, জোতিমান**

ধ্ৰুং—শ্ৰীৰামচন্দ্ৰ সীতাক সন্তাপে ঝুৰে বাৰি।
ফোঁকাৰয়ে শ্বাস ত্ৰাস ভেলি দেহা
শোকাকুলে দেখোঁ অন্ধিয়াৰি॥
পদ—অনুজ সহিতে ৰাম ধনু শৰ ধৰি
সীতাক বিচাৰে নানা থানে।
গিৰিবন গহ্বৰত নানা দিশ দ্বীপান্তৰ
বিচাৰি ফুৰত নানা বনে॥
নদীনদ সৰোবৰ বৃক্ষলতা নিৰন্তৰ
বিচাৰিলা বিত্ বিত্ কৰি।
খুজিয়া নপাই সীতা ৰামদেৱ ভৈল ভীত
শোকাকুলে প্ৰাণ যায় মৰি॥ (২৯)

সূত্ৰ—শ্ৰীৰামচন্দ্ৰ শোকে আকুল হুই বৃক্ষলতা পৰ্ব্বতত পুছত। শঙ্কটবনে বিচাৰি ফুৰন্তে জটাউক দেখা পাইলা, গৃধ্ৰ মৃতপ্ৰায় হৈয়া আছয়। হেন দেখি শ্ৰীৰামচন্দ্ৰ এহিগোট খাইলেক বুলি হাতে ধনুশৰ

ধৰি মাৰিতে যায়। তাহে পেখি জন্টাউ চক্ষু মেলি শ্ৰীৰামক দেখি আথবেথ কৰি যে বোলল।

জন্টাউ বোল—হে প্ৰভু, দুৰ্ব্বাৰ কোপ উপশম কৰহ। গৰুড়ক পুত্ৰ হামাৰ নাম জন্টাউ। ৰাৱণ ৰাক্ষসে সীতাক হৰন্তে হামু আগবাঢ়ি যুদ্ধ কয়লো। সমুখে নাহি পাৰি অন্যায়ে অগ্নিবান হানি পখা ছেদি হামাক মাৰল। সীতাৰ কাৰণে প্ৰাণখানি ৰহি আছয়।

সূত্ৰ—জন্টাউক বাণী শুনি শ্ৰীৰামচন্দ্ৰ শোকে আকুল হৈ জন্টাউক গলে চাপি ধৰি বহুত খেদ কয়ল।

শ্ৰীৰামচন্দ্ৰ বোল—হা হা পখীৰাজ কি অৱস্থা ভেল। হা হা দশৰথ পিতৃ আজ্ঞুসে হৰায়। হে পখীৰাজ কহিব ৰাৱণে সীতাক হৰি লৈয়া গৈল হামাত সত্বৰে কহ। তাহেক মাৰি তোহোক জীয়াওঁ

সূত্ৰ—ৰামক ঐচন বাণী শুনি জন্টাউ বোল।

জন্টাউ বোল—হে প্ৰভু! হামাক যদি অনুগ্ৰহ আছয় জীবাক নাহি বোলবি। চটক যোনিত উপজি তোহাক দৰশন ভেলো। আগে মৰি সদগতি পাৱবো। আৰ কি হৈতে ৰহল! হে প্ৰভু, আৱৰ এক কথা শুনহ। বিশ্বশ্ৰবাৰ তনয়ে ৰাৱণ দুৰাচাৰে সীতাক হৰি লৈয়া গেল। তাহুক মাৰি তোহো অল্পতে সীতাক পাৱব। হামু মঙ্গলতে পাৱলো।

সূত্ৰ—ওহি বুলি জন্টাউ ৰাম ৰাম স্মৰি চক্ষু ওলোটাই মাটিত খোট দিয়ে প্ৰাণ চাৰল। জন্টাউক মৰণ পেখি হাহা দুতৰ বন্ধু মৰল বুলি শ্ৰীৰাম লক্ষ্মণ চিতা সাজি দহন কয়ল। ৰৌমাছে কাক বলি দিয়ে প্ৰেত গুচাৱল। পুনু সীতাক বিচাৰি চলল।

শ্লোক

ততঃ কৱন্ধ আয়াতি দীৰ্ঘবাহু-মহাবলঃ।
হৃদয়ে অক্ষিসংযুক্তঃ প্ৰষযৌ ৰামসন্নিধৌ ॥ ১৩ ॥



সূত্ৰ—সোহি অৰণ্যত কৱন্ধ ৰামলক্ষ্মণক দেখি যৈছে খেদি আৱল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

ৰাগ কানাৰা, পৰিতাল

ধ্ৰুং—আৱত কৱন্ধ দীৰ্ঘ মহাবাহু।
চান্দক গ্ৰসিতে যৈছে মিলল ৰাহু ॥
পদ—কাল পৰ্ব্বতক যেন মহা ভয়ঙ্কৰ।
খালৈপেট গোট তাৰ দৃঢ় কলেৱৰ ॥
হৃদয় মধ্যত মুখদান্ত নিকটাই।
কোৰকটা চক্ষুৰক্ত সঘনে ফুৰাই ॥
ৰাঘৱৰ সন্নিকটে শীঘ্ৰবেগে যাই।
ৰাম লক্ষ্মণক ধৰি গিলিবাক চায় ॥ (৩০)

সূত্ৰ—শ্ৰীৰাম লক্ষ্মণে সীতাক বিচাৰি ফুৰন্তে কৱন্ধে পাই প্ৰহৰেক পথ হাত মেলি শ্ৰীৰাম লক্ষ্মণক হাতে ধৰি গিলিবাক লাগি টানি আনি সমীপ চপাৱল। হেন দেখি ৰামচন্দ্ৰ মহাভয় হৈয়া ডাকি বোলল।

শ্ৰীৰামচন্দ্ৰ বোল—হা হা! উহি কৱন্ধে খাই হামাক মাৰব। কেকেয়ী পাপিষ্ঠীৰ মনোবাঞ্চা সাফল ভেল! অৱ ভৰতে ৰাজ্য ভুঞ্জুক। হামাৰ জীৱন ধিক্ ধিক্।

সূত্ৰ—ৰামক ঐচন অট্টৰাৰ পেখি লক্ষ্মণ বোল।

লক্ষ্মণ বোল—হে দাদা! তোহো সন্তাপ চাৰহ। আপদ কালত ধৈৰ্য্যসে ঔষধি। ইহা জানি খাণ্ডা হানি ইহাক মাৰবো।

সূত্ৰ—ওহি বুলি খাণ্ডা হানি কৱন্ধৰ বাহু ছেদ কয়ল। বাহুছেদ কৱন্ধে পুছত।

কৱন্ধ বোল—কৈৰপৰা আসিলা, তোমাৰ কিবা নাম। তোৰা দুইকো টানন্তে হামাৰ বল টুটয়। অস্ত্ৰ ঘাৱে প্ৰাণ সত্বৰে বাজ কৰ।

সূত্ৰ—কৱন্ধক ঐচন বাণী শুনি লক্ষ্মণ বোল।

লক্ষ্মণ বোল—হে কৱন্ধ! দশৰথৰ পুত্ৰ এহেন্তে শ্ৰীৰাম, হামাৰ নাম লক্ষ্মণ। কৈকেয়ীৰ বোলে বাপে বনে পঠাৱল। ৰামৰ ঘৰিণী বনমাজে হৰাৱল। তাহেক বিচাৰি ওহি বনে ফুৰোহো!

কৱন্ধ বোল—অঃ ৰাম অৱতাৰ ভৈল। হামাৰ শাপ অন্ত মিলল। হে প্ৰভু, পূৰ্ব্বে হামু গন্ধৰ্ব্ব আছিলোঁ। ৰাক্ষসক ৰূপ ধৰি বনে আসি ঋষিসবক বহুত অন্যায় কয়লো। ঋষি বিকৃত ৰাক্ষস হৈৰি বুলি অভিশাপ দেৱল। যৈসানি ৰাম অৱতাৰ হৈব তৈসানি আপোন থান পাৱবে। হে প্ৰভু, তোহাক প্ৰসাদে হামু মুক্ত ভৈলো।

সূত্ৰ—ওহি বুলি কৱন্ধ অসুৰ শৰীৰ ধৰি ত্যজি পূৰ্ব্বৰ শৰীৰ ধৰি ৰামক উপদেশ বোলল।

কৱন্ধ বোল—হে প্ৰভু! হামু এক উপদেশ বোলো তা শুনহ! তোহো পূৰ্ব্ব দিশে গৈয়া ঋষ্যমুখ (ক) পৰ্ব্বতত বানৰক পাৱব। সুগ্ৰীৱ সহিতে মিত্ৰ কৰি সীতাক পাৱব। হামু স্বৰূপ কহলো।

সূত্ৰ—কৱন্ধক ঐচন বাণী শুনি শ্ৰীৰাম লক্ষ্মণ যৈছে ঋষ্যমূকে চলল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

ৰাগ পূৰ্ব্বি, খৰমান

ধ্ৰুং—ঋষ্যমূকে চলে ৰঘুৰায়
সীতা বিৰহনল আগি পীড়ে প্ৰাণ
সঙ্গে সোদৰ চলি যাই
শূৰ্পণখাৰ নাককাণ কাটিয়ে
লক্ষ্মণে সাধল মান।
দুখন ত্ৰিশিৰা খৰ মাৰুচৰ
শ্ৰীৰামে লৈলন্ত প্ৰাণ ॥
জটাউ পক্ষীৰ প্ৰেতকাৰ্য্য কৰি
কৱন্ধৰ প্ৰাণ চোৰাইলা।
সীতাক বিচাৰি ৰঘুকুল মুৰাৰি
কতোক্ষণে ঋষ্যমূক পাইল ॥
সোহি মহা হৰি অসুৰ সংহাৰি
ভক্তৰ পূৰা মন।
ৰাম পদকমল মকৰন্দমধুকৰ
গোপালে নাট ভণিলা ॥ (৩১)

সূত্ৰ—আহে লোক শ্ৰীৰাম লক্ষ্মণ সীতাক বিচাৰি ফুৰন্তে ঋষ্যমুখ পাই পঞ্চবানৰক পাৱল। সুগ্ৰীৱ সহিতে মিত্ৰ কৰি তহা ৰহল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল। সীতাহৰণ নাট সম্পূৰ্ণ ভেল।

## নান্দি গীত

**ৰাগ সুহাই, একতালি**

জয় জয় যাদৱ ৰাম ।
তুৱা পাৱে কৰহো প্ৰণাম ॥
অদিতিৰ বাক্য ধৰি ।
বলিৰ পাশক গৈলা চলি ॥
কতোক্ষণে যজ্ঞস্থান পাইল ।
দেখি বলি আদৰে পূজিলা ॥
ভূমিদান পদ মাগিলন্ত ।
মহানন্দে বলিয়ে দিলন্ত ॥
স্বৰ্গত পাৱক অৰ্পিলা ।
কোনে কহিবেক তযু লীলা ॥
হেন ভগৱন্তে মোৰ গতি ।
ডাকি ৰাম ঘোষিও সম্প্ৰতি ॥ (১) ॥

সূপ্ৰ—নান্দ্যন্তে সূত্ৰধাৰঃ । অলমতি বিস্তৰেণ ; প্ৰথমে মাধৱ মাধৱ, ইত্যুক্ত্বা সভাসদান্ সম্বুধ্যাহ

ভো ভো সভাসদ যূয়ং শৃণুধ্বমধুনা বচঃ ।
শ্ৰীবলিছলনামনাটকং মুক্তিসাধকম্ ॥ ১

# অৰ্থ ভটিমা

জয় জয় জগত জনক যদুনন্দন
বন্দন শিৱ বিৰিঞ্চি ।
জয় জয় দুষ্ট নৃপসব জিনিয়ে
উদ্ধাৰ কয়লি ক্ষিতি ॥
অদিতিত হৰি পাছে অৱতৰি
বলিৰ পাশক গৈলা ।
ঋষিগণ সঙ্গে অতি মনৰঙ্গে
হাতে ব্ৰহ্মদণ্ড লৈলা ॥
মাথে জটাভাৰ তপসী আকাৰ
নৱগুণ উত্তৰী জলন্তি ।
গলে কণ্ঠমালা কটিত মেখলা
কটিত যে কৰে কান্তি ॥
শোভে বাস আতি আউৰ হাতে ছাতি
যেনে অগ্নিসম প্ৰায় ।
ধৰি দিব্যবেশ দেখি হৰে ক্লেশ
বলিৰ সমাজ পাইল যাই ॥
সচকিত পাছে সৰ্ব্বলোক আছে
বামনৰ দেখি লীলা ।
দেখি পাছে বলি তিলকুশ তুলি
দেখি পাছে শুক্ৰ নিষেধিলা ॥
তথাপিতো দান কৰি বহু মান
বামন বটুক দিলা ।
ভক্তৰ চিত বুজিয়ো ইঙ্গিত
দুৰ্ঘোৰ ৰূপ ধৰিলা ॥
পদ নখ লাগি ব্ৰহ্মাণ্ড যে ভাগি
সবে জলবাজ ভৈলা ।



ভক্তৰ প্ৰমাণ ভূমি ছিদ্ৰ লৈয়া
বলিক বান্ধিবে লৈলা ॥
দানবক মাৰি সুৰ হিত কৰি
বলিক গৰ্জ্জিবে লৈলা ।
মহাপীড়া পাই তেবে বলিৰাই
তথাপি সত্য নেৰিলা ॥
পিতামহ বাপ কৰিয়া সন্তাপ
নুগুচয় বামনৰ ক্ৰোধ ।
দেখি ব্ৰহ্মা গৈয়া কৃতাঞ্জলি ভৈলা
বামনক দিলন্ত প্ৰবোধ ॥
শান্ত ভৈলা বটু ব্ৰহ্মাক বুলিয়া
স্বৰ্গপথে চলি গৈলা ।
শুনা সৰ্ব্বজন বলিক ছলন
অবশেষ সাঙ্গ ভৈলা ॥
ইন্দ্ৰক যে পালি সুৰ হিত কৰি
স্বৰ্গত আনন্দে ৰৈলা ।
শুনা সৰ্ব্বজন কেদিন জীৱন
এৰি আন কাম ।
কহয় গোপাল বুলিউ সকালে
ডাকি বোলহু ৰাম ৰাম ॥ (২) ॥

সূত্ৰ—আহে সভাসদ লোক, জে জগতক কাৰণ নাৰায়ণ পৰম ঈশ্বৰ ভূমিক ভাৰ হৰণ নিমিত্তে অদিতিৰ গৰ্ভে অৱতৰি বলিক সুতলে পঠাৱব, ইন্দ্ৰক স্বৰ্গদান দেৱব, সোহি ভগৱন্ত ওহি সভামধ্যে প্ৰৱেশ কৰব। তাহাক সাৱধানে দেখহ শুনহ। নিৰন্তৰে হৰি বোল। পুন সূত্ৰ পুছন্ত—

সূত্ৰ—আহে সঙ্গী কি বাদ্য বাজত।

সঙ্গী বোল—আহে সঙ্গী সখি দেৱদুন্দুভি বাজত।

সূত্ৰ—অঃ দেৱদুন্দুভি বাজে, পৰম ঈশ্বৰ বামনৰূপে মিলল মিলল।

শ্লোক

প্ৰৱেশমকৰোৎ বিপ্ৰঃ বামনস্যৰূপে হৰিঃ
আশীৰ্ব্বাদং দদৌ তস্মৈ স্বস্তিবাচমুদিৰয়ন্ ॥ ২

সূত্ৰ—আহে লোক, হামো যাকেৰি কথা কহৈছো, সোহি পৰমশ্বৰ ঈশ্বৰ বামুণৰূপে এ আৱত এ আৱত।

## গীত

**ৰাগ সিন্ধুৰী পৰিতাল**

ধ্ৰুং—আৱত বামন বটু দেৱ হৰি !
ত্ৰিভুবনমোহন সুন্দৰ ৰূপ ধৰি ॥
পদ—কপীনৰ ভুনি যেন লোটয় মাটিত।
মুঞ্জৰ মেখলা আনি বান্ধিলা কটিত ॥
শৰীৰে উত্তৰী নৱগুণ জ্বলে উৰে।
বিচিত্ৰ পিঙ্গটা জটাজত জ্বলে শিৰে ॥
ললিত বলিত অঙ্গ সৰ্ব্ব সুকুমাৰ।
শৰীৰ জ্যোতিক দেখন্তে চমৎকাৰ ॥
পুষ্প সিঞ্চি দেৱেৰায়ে বাদ্যৰ আমোল।
কৃষ্ণপদে হৃদি ধৰি গোপালে বোল ॥ (৩) ॥

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে বামন বনমালী ঋষিসব সহিতে এক পাশ হুয়া ৰহল। তদনন্তৰে বলিক প্ৰৱেশ শুনহ।

শ্লোক

প্ৰৱেশমকৰোৎ ৰাজা বিৰোচনসুতো বলিঃ
ছত্ৰচামৰসংযুক্তো ধনুষ্পাণি নৃপোত্তমঃ ॥৩



সূত্ৰ-তদনন্তৰে দৈত্যেন্দ্ৰ সভাৰ্য্যে যজ্ঞ কৰিবাক মনে আৱত।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্ৰুং—আৱত দৈত্যেন্দ্ৰ ভাৰ্য্যা সমে বীৰ।
পাৱৰপ্ৰহাৰে মেদিনী নোহে থিৰ ॥
পদ—সচকিত লোচন চৌদিশে চাই।
দেখি ত্ৰিদশৰ ধাতু উৰি যাই ॥
সঙ্গহি দুষ্টদানৱগণ।
ধৰমাৰ ৰোল কৰয় সঘন ॥
নৰ্ম্মদা নদীৰ পাইলা কোল।
দীনহীন মতি মাধৱে বোল ॥ (৪) ॥

সূত্ৰ—ঐচন প্ৰকাৰে ৰাজা দৈত্যেন্দ্ৰ নৰ্ম্মদা নদীৰ তীৰে অসুৰসব সহিতে যজ্ঞ আৰম্ভ কয়ল। সবে সম্ভাৰ দমাই ৰাখল। তদনন্তৰে দূত পঠাই গুৰু পুৰোহিত শুক্ৰঋষিক মতাই আনল।

শ্লোক

শিষ্যেণ সহমাগত্য শুক্ৰাচাৰ্য্যো মহামুনিঃ
হস্তে কুশং মুখে ৱেদং প্ৰৱেশমকৰোৎ পুৰীম্ ॥ ৪

## গীত

**ৰাগ আসোৱাৰি, পৰিতাল**

ধ্ৰুং—আৱত শুক্ৰঋষি মহাচণ্ড।
মাথে মালা হাতে ধৰু দণ্ড ॥

পদ—সঙ্গহি ঋষিগণ চলিয়া যাই ।
হৃদয়ে ব্ৰহ্মাক চিন্তিয়া যাই ॥
উচ্চৰয় বেদ অল্প কৰু হাস ।
চান্দক পান্তি দশন প্ৰকাশ ॥
শিৰত প্ৰকাশে অৰ্দ্ধচান্দক কালা ।
কণ্ঠত প্ৰকাশে ৰুদ্ৰাক্ষৰ মালা ॥
ঘনে ঘনে বেদ উচাৰি যায় ।
দীনহীন মতী গোপালে গায় ॥ (৫) ॥

সূত্ৰ—ওহি প্ৰকাৰে শিষ্যসব সহিতে শুক্ৰঋষি প্ৰৱেশ কয়ে দৈত্যেন্দ্ৰৰ সমীপ পাৱল । ৰাজা তৎকালে সভাৰ্য্যে সপটে প্ৰণাম কয়ল । অতিসত্বৰে আসন আনি দেলহ, ঋষি আশীৰ্ব্বাদ শ্লোক পঢ়ল ।

শ্লোক

চিৰঞ্জীৱ চিৰঞ্জীৱ ভাৰ্য্যাপুত্ৰসমন্বিতঃ ।
গজবাজীসহৈশ্বৰ্য্যাম ভক্তিমান ভব যাধৱে ॥ ৫

কথা

শুক্ৰঋষি—হে ৰাজা দৈত্যেন্দ্ৰ, হাম্যৰি আশীৰ্ব্বাদে তোহো সভাৰ্য্যে চিৰঞ্জীৱ সুখী ভৱ, তোহাৰি সংকাৰে হামো পৰম সন্তোষ ভেলো ।

সূত্ৰ—ৰাজা ঋত্বিক বাণী শুনি কৰযোৰি যে বোলল ।

দৈত্যেন্দ্ৰ—ঋষিৰাজ, তোহাক দৰশন ভেলো, মোৰি মহাভাগ্য মিলল । সম্প্ৰতি নৰ্ম্মদাৰ তীৰে যজ্ঞ আৰম্ভ কৰহ ।

সূত্ৰ—ৰাজাক ঐচন বাণী শুনি মহা আনন্দিত হুয়া শুক্ৰে ঋষিসব সহিতে যজ্ঞ অৰম্ভণ কয়ল । ৰাজা আনন্দমনে ভাৰ্য্যাসমে তথি বৈঠি ৰহল । গন্ধপুষ্পধূপদীপ লগাই, শুক্ৰঋষি মন্ত্ৰ উচ্চাৰণ কৰিতে লাগল । তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

# গীত

**ৰাগ সুহাই, জৌতিমান**

ধ্ৰুং—বলিৰাই কৌতুকে বসিলা ।
গন্ধেপুষ্পে ধূপদীপে বিষ্ণুক পূজিলা ॥
পদ—শুক্ৰে হুনে স্ৰুব ধৰি ঘৃতদানে অগ্নি জ্বলি
চতুৰ্ভিতি বাদ্যৰ আন্দোল ।
যজ্ঞৰ সম্ভাৰ বহুমান দুখীভিখী ভৈল একথান
মহানন্দে বলি দেন্ত দান ॥ ৬ ॥

সূত্ৰ—ঐচন প্ৰকাৰে যজ্ঞ সাঙ্গ কৰি ব্ৰাহ্মণসবক দান দেলহ । বলিৰ দানে দুখী-ভিখী সবেও সন্তুষ্ট ভেল । তদনন্তৰে বামন বনমালী ইন্দ্ৰাদিদেৱক পৰিত্ৰাণ নিমিত্তে বলিক ছলিবাক মনে ঋষিগণ সঙ্গে লৈয়া যৈছে যজ্ঞস্থানে চলল তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

# গীত

**ৰাগ বসন্ত, জৌতিমান**

ধ্ৰুং—ধীৰে ধীৰে কপট বামন যায় ।
যজুৰ্ব্বেদী ঋষিসব চতুৰ্ভিতি যায় ॥
পদ—গৌৰাঙ্গ শৰীৰ আতি সুকুমাৰ কায় ।
প্ৰত্যেক পাৱত যেন নেপূৰ বজায় ॥
একহাতে ধৰি কমণ্ডলু ব্ৰহ্মদণ্ড ।
আউৰ হাতে ধৰিয়া আছয় ছত্ৰখণ্ড ॥
অনন্তৰে কপট বামন বনমালী ।

ঋষিগণ সমে প্ৰৱেশিলা যজ্ঞশালী ॥
বামনক দেখি বলি হৰষিত মন ।
কৃষ্ণপদ হৃদি ধৰি গোপালে ভণ ॥ ৭ ॥

সূত্ৰ—ঐচন প্ৰকাৰে বামন বনমালী ঋষিসব সহিতে যজ্ঞশাল প্ৰৱেশল। তদনন্তৰে বলি বটুক দেখল, শিৰে জণ্টা, তাতে তুলসীৰ মালা প্ৰকাশয়। কটিত কপীন, মুঞ্জৰ মেখলা ভুনি প্ৰকাশয়, শৰীৰৰ কান্তি অগ্নিসম জ্বলে। ঐচন মোহন মূৰ্ত্তি দেখি হামাৰ মহোদয় মিলল বুলি তৎকালে আসন আনি দেলহ। বটু ঋষিসব সহিতে চিৰঞ্জীৱ চিৰঞ্জীৱ বুলি আশীৰ্ব্বাদ কৰি আসনে বৈথি ৰহল। তাহে দেখি দৈত্যেন্দ্ৰ শিৰে ভূমি পৰশি প্ৰণাম কয়ল। পুনু উঠি বামনৰ চৰণৰ ধূলি কেশে মলছল, তদনন্তৰে বলি প্ৰিয়াক যে বোলল। বলি বোল।

বলি—হে প্ৰিয়ে, সত্বৰে ভৃঙ্গাৰৰ জল আনহ, বামনৰ পাৱ পখালন কৰহ।

সূত্ৰ—তেন শুনি বিন্ধ্যাৱলী জল আনি বামনৰ পাৱে ঢালি দেলহ। সোহি জলে দৈত্যেন্দ্ৰে স্নান কৰল। যিটো পাদোদক মহেশে শিৰে ধৰি আছয় সোহিজলে দৈত্যেন্দ্ৰে সৰ্ব্বশৰীৰ তিয়াৱল। আহে লোক, বলিৰ ভাগ্যক মহিমা কি কহব! কৃত্যকৃত্য হুয়া বলি বটুক পুছল।

বলি বোল—হে বটু, তোহো কুশলে আৱল, তোহাৰ আগমনে হামাৰ যজ্ঞ সাফল ভেল। কোন কৰ্ম্ম কৰেঁা আদেশ কৰহ। আঃ সুকোমল শৰীৰ কিমতে হাথিয়া আৱল! অল্প বয়সত দেখোঁ অদ্ভুত প্ৰভাৱ ভেল, তোহাৰি বাপ মাৱ কি পুণ্য সাধল! আঃ জানলে। তোহাক দৰশনে হামাৰ পিতৃসব নিস্তৰল, দানৱ কুলক উদ্ধাৰ কয়ল। ইহা জানি সুৱৰ্ণ অমূল্য ৰত্ন দাসীদাস দেশগ্ৰাম্য বিশিষ্ট বিপ্ৰৰ কন্যাগণ আজু যে দান মাগহ তাহাক সত্যে সত্যে দেৱবো।



সূত্ৰ—বলিক ঐচন সত্য বাণী শুনি কপট বনমালী হাস্যকয়ে বোলল।

বটু—ধন্য ধন্য কুলেৰ প্ৰদীপ দৈত্যৰাজ।
পৰম সন্তোষ ভৈলো তোমাৰ দেখি কাজ ॥
মহাজ্ঞানী শুক্ৰ ঋষি যাৰ পুৰোহিত।
তাহাৰ মনত আৰু নিদিবা ৰঞ্জিত? ॥
তোমাসাৰ বংশত নভৈল একোজন।
নিশ্চিতকে দাতা দুখী দৰিদ্ৰ কৃপণ ॥
যিটো বৰ সৰ্ব্বকালে যাৰ মহাসুখ।
কদাচিতো মাগন্তাক নকৰে বিমুখ ॥
কি কহিবো প্ৰহ্লাদৰ মহা যশৰাশি।
তাক ৰক্ষা কৰন্ত আপুনি হৰি আসি ॥
যাহাৰ নিৰ্ম্মল কীৰ্তি দশোদিশে খ্যাত।
তযু পুত্ৰ বিৰোচন তান্ত ভৈল জাত ॥
তান পুত্ৰ তুমি মহা ধৰ্ম্মত নিপুণ।
মোৰ মুখে তোমাৰ বৰ্ণাইবো কত গুণ ॥
তোমাত বিমুখ ভৈলে তাত নাহি হানি।
দাতা বুলি তোমাকেসে জগতে বখানি ॥
মোৰ প্ৰয়োজন ৰাজা শুনা আৱে তুমি।
খোজো মই দিয়া মোক তিনিপদ ভূমি ॥
মোহোৰ ভৰিৰ জোখাক কৰি দিয়া দান।
এহিসে প্ৰাৰ্থনা কৰেঁা নামাগোহো আন ॥ ৮ ॥

সূত্ৰ—বটুক ঐচন বাণী শুনি বলি হাস্যকয়ে বোলল।

দৈত্যেন্দ্ৰ বোল—হে বটু, তোহাৰি কি অল্প বুধি? মোহোৰ পাশে আসি তিনিপদ ভূমি মাগল?

যতেক কহিলা মানে পণ্ডিতৰ মত।
আপোন কাৰ্য্যত কেনে বুদ্ধি ভৈলা হত ॥
বুলিলাহা তুমি মোক প্ৰশংসা বচন।
কুৱেৰক পায়া কেনে খোজা ক্ষুদ্ৰ কণ ॥

ৰত্নদ্বীপ পায়া বালিক নাৰত ভৰাই ।
তিনিপদ ভূমি তুমি মাগিলা মোক পাই ॥
যিবা দেই যিবা লয় দুইৰো লজ্জিত হোৱয় ।
একবাৰ আসি যিবা মোহোত মাগয় ।
তাকো অদৰিদ্ৰ কৰোঁ, নেমাগে দুনাই ॥ ৯ ॥

সূত্ৰ—বলিক ঐচন বাণী শুনি বটু হাস্যকয়ে বোলল ।

বটু বোল—হে দৈত্যেন্দ্ৰ, তোহো কি কহৈছে ? যত ধনজন ত্ৰৈলোক্য সম্পতি আছয়, এক লুভীয়াক নাহি আণ্টয় । হে ৰাজা, তাহাত হামাৰ আক্ৰোশ নাহি । তিনিপদ ভূমি পাইলে হামাৰ পৰম সন্তোষ হয় । প্ৰতিজ্ঞা সাফলি দান দেহ ।

সূত্ৰ—বটুক ঐচন বাণী শুনি বলি ভাৰ্য্যাক বোল ।

বলি বোল—হে প্ৰিয়ে, সত্বৰে ভৃঙ্গাৰৰ জল লৈয়া দেস । সত্তি হাতে উছৰ্গি বটুক দান কৰহোঁ ।

সূত্ৰ—ৰাজাক ঐচন বাণী শুনি বিন্ধ্যাৱলী ভৃঙ্গাৰৰ জল আনি দেহল । বলি তিলকুশ লৈয়া বটুক দান দিতে অভিলাষ কয়ল ।

শ্লোক

ইতি শ্ৰুত্বা বলেঃ বাক্যং শুক্ৰস্য ক্ৰোধমাগতম্ ।
তিষ্ঠ তিষ্ঠ ক্ষণং মূঢ় নদেয়ং দানমাজ্ঞয়া ॥ ৬ ॥

সূত্ৰ—হেন দেখি শুক্ৰে ৰহ ৰহ বুলি কোপে কম্পমান হুয়া আগবাঢ়ি যে বোলল ।

শুক্ৰঋষি বোল—আঃ কাক দান দিবে চাস ।
ভৈলি সৰ্ব্বনাশ, কপতী বটুৰ তই কি অন্ত পাৱস ॥
কাশ্যপত হন্তে অদিতিত ভৈলা আসি ।
দেৱৰ সাধিৱে কাৰ্য্য তোহাক বিনাশি ॥
নেজানিয়া আপুনি কৰিলি অঙ্গীকাৰ ।



আপুনি চিন্তিলি আপোনাৰ মহামাৰ ॥
ত্ৰৈলোক্য আক্ৰোশি হৰি তিনিপদ ছলে ।
হেনজানি বলি তই গৈলি ৰসাতলে ॥
তিনিপদ ভূমিৰ নুহুৱে সাফল ।
একপদে জুৰিবে পৃথিৱী ৰসাতল ॥
স্বৰ্গক জুৰিব আক্ৰমিয়া লক্ষ্মীপতি ।
তৃতীয় পদৰ আৱে কেনে হৈব গতি ॥
আপদত মিছা মাতিলেও নোহে পাপ ।
হেনজানি অঙ্গীকাৰ এৰা বলি বাপ ॥
নিদিবি বটুক দান বোলো হেন বাণী ।
কপটীক কপট কৰিলে নাহি হানি ॥
তই যদি জীৱ যত লাগে পাইবি পুণ্য ।
আত্মঘাতী নকৰিবি মোৰ কথা শুন ॥ ১০ ॥

সূত্ৰ—শুক্ৰক ঐচন বাণী শুনি বটু চক্ষু পকাই, নিৰেখিয়ে ক্ৰোধে চক্ষু পকাৱত । তাহে পেখি শুক্ৰঋষিৰ ধাতু অন্তৰীখ ভেল, তথি বৈথি ৰহল । তদনন্তৰে বলি শুক্ৰক যে বোলল ।

দৈত্যেন্দ্ৰ বোল—হে গুৰু তোহো যে কহল ওহি পণ্ডিতৰ ব্যৱহাৰ । তথাপিতো নেৰিবো সত্য অঙ্গীকাৰ । প্ৰহ্লাদৰ নাতি হুয়া মিছা মাতিলে কতদিন জীবো । হে গুৰু, অসত্য ওপৰে পাপ নাহি, ইহা জানি সত্য ৰাখি বটুক দান দিওঁ । তোহো বাধা নাহি কৰবি । তথাপি যদি দন্দ্ব কৰয় বিস্তৰ দুৰ্যশ ৰহিবেক, সৰ্ব্ব-লোকে হাসিবেক ।

সূত্ৰ—বলিক ঐচন বাণী শুনি শুক্ৰে মহাক্ৰোধে বোলল ।

শুক্ৰ বোল—ঐয়ে অধৰ্ম্ম মন্দমতি, আপুনি পণ্ডিত বোলাই মোহোক কৰস নুই । হো হতশ্ৰী মোৰ শাপে ।

সূত্ৰ—হেন চণ্ডশাপ পাই বলিৰ কটাক্ষ নাহি । পুনু বটুক যে বোলল ।

বলি বোল—হে প্ৰভু, তিনিপদ ভূমি সত্বৰে ধৰস ।

সূত্র—বলিক ঐচন বাণী শুনি বামুণ ৰূপে হৰি হাত পাতল। লোৱা বুলি বলি ধূপদীপ লগাই, নানা সোৎসাহে তিলকুশ ধৰল। বিন্ধ্যাৱলী ভৃঙ্গাৰৰ জল ঢালয়। হেন দেখি শুক্রঋষি বলিক দায়ায়ে, ঝাৰীৰ ভিতৰে বাট ভেটি ৰহল। মহাদৈয়ে জোকাৱয়, টোপা পানী নপৰয়, বলিৰ মন অসুখ মিলল! চক্রপাণি চাওঁ বুলি ভৃঙ্গাৰৰ নেলিত ধৰি, হাতৰ কুশে খোঞ্চা মাৰি দেলহ।

বটু বোল—ঐয়ে শুক্র, তোহো ভৃগুবংশী হুয়া পৰম আক্রোশী ভেলি। ঐয়ে অধৰ্ম্মী, সভাৰ মাজত কদৰ্থি তোহো সন্তোষ নাহি ভেলি। তথাপিও কপট গুচয়ে নাহি।

সূত্র—ওহি বুলি শুক্রৰ চক্ষুত খোঞ্চা মাৰল। এক আখি কণা হুয়া, মৰো বুলি, উফৰি পৰল। পুনু চেতন লভি, তথা ৰহল। তদন্তৰে বিন্ধ্যাৱলী জল দেলহ। বলি বামন হাত পাতি লেলহ। তদনন্তৰে দেৱতাসবে আনন্দে দুন্দুভি বজাৱল। দেৱতাসবে একাষে থাকি সাধু সাধু বুলি প্রশংসল। বলি কৃতাৰ্থ ভেল বুলি আনন্দে নাচয়, তদনন্তৰে বামনৰ কাই বাঢ়িতে লাগল। তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ বেলোৱাৰ, পৰিতাল**

ধ্রুং—দেখোৰে নয়ন দোহো ভৰিয়ে।
ঈশ্বৰ বামন ৰূপ ধৰিয়ে॥
পদ—পৃথিবী আকাশ দশোদিশ নিৰন্তৰ।
বাঢ়িবে লাগিলা বামনৰ কলেবৰ॥
সাগৰ নগৰ গিৰি ভূমি স্বৰ্গ।
ত্রিভুবনৰ নৰ পখি পশু দেৱবৰ্গ॥
বামনৰ শৰীৰত নিৰন্তৰে আছে।



আচৰ্য্য ঋত্বিজসমে বলি দেখে পাছে॥
পাতালত ভৰিক দেখন্ত দৈত্যপতি।
পদ দুই আছে সপ্তদ্বীপা বসুমতী॥
দশ দিক্‌পাল, চাৰিবেদ কণ্ঠ মাজে!
দিশক গাৱত দেখে দৈত্যপতিৰাজে॥
নদীসব গাৱত নখত শিলাচয়।
নাসিকাত হন্তে বায়ু সূৰ্য্য প্রকাশয়॥
মৃত্যু আছে ছায়াত, হাসিত মহামায়া।
জগতকে ব্যাপিল বিষ্ণুৰ দিব্যকায়া॥ ১১॥

সূত্র—ঐচন প্রকাৰে বামনৰ কাই দশোদিশ বাঢ়িবে লাগল। ইন্দ্রাদিদেৱ সবে, অস্ত্র-শস্ত্র ধৰি আছয়। বলি আৰু এক অদ্ভুত দেখল। ভুবলোক আদি কৰি তপলোক চৰাই গৈয়া ব্রহ্মলোক পাৱল। শ্রীকৃষ্ণ আসিবাৰ দেসিবাৰ দেখি ব্রহ্মা পৰম উৎসাহে, দেৱতাসব সহিতে প্রণাম কয়ল। নানা বাদ্য বজাই বটুক পূজিতে লাগল। তদনন্তৰে বামনৰ ভৰি বাঢ়ি গৈয়া, ব্রহ্মলোক পাৱল। চৰণৰ নখ লাগি ব্রহ্মডিম্ব ভাগল। কণ্ঠা ফুটি ফটিকৰ ধাৰা জল বহি যায়। হেন দেখি ব্রহ্মা, কমণ্ডলু পাতি ধৰল। সোহি জলে বামনৰ পাৱ পখালি, তথা ৰহল। বহি যাই জগতৰ পাপ বিনাশি, হেন দেখি মহাদেৱে ধৰিলন্ত আসি। তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ গৌৰী, তাল দোমানি**

ধ্রুং—নাচতু এ শিৱ চৰণ চলাইৰে।
কৰতু কৌতুক নিত ভোলানাথ
সৰ্প বিভূষিত কাইৰে॥
পদ—পঞ্চাননমেত্র ব্যাঘ্ৰচৰ্ম্ম শোভিত
হৰিষে ডেৱ দিয়া নাচেৰে।

সৰ্পৰ অলঙ্কাৰ কটিত বাঘ ছাল
ডম্বৰ ডম্বৰ ডম্বৰু বাজেৰে ॥
ভস্ম বিভূষিত শিৰে জটাজুট
থমকি থমকে ভোলা নাচেৰে ।
মৃদঙ্গ দুন্দুভি বাজে
গন্ধৰ্ব্বসবে গাৱে বাৱে, নাচেৰে ॥
পাক ফিৰি ফিৰি ভৰি পাৱ
আনন্দে পাৰন্ত দেৱৰে ।
অঙ্গিভঙ্গী ৰঙ্গে কৌতুকে
নাচতু এ সদাশিৱ ৰে ॥ ১২ ॥

সূঁত্ৰ—ইকথা ৰহোক, সোহি সময়ে বামনক প্ৰদক্ষিণ কৰি প্ৰভুক উপাসি ৰহল । খেণেকে বামনে ত্ৰৈলোক্য আগ্ৰহি, বলিৰ সৰ্ব্বস্ব আক্ৰোহি লেলহ । দানৱগণৰ কুলক্ষণ মিলল । হেন দেখি দৈত্যগণে বিৰলে আলোচনকয়ে বোলল ।

দানৱসব বোল—আহে ভায়াসব, হা হা দৈতেন্দ্ৰৰ কি অৱস্থা ভেল ! উহি ব্ৰাহ্মণ নোহে, ইন্দ্ৰৰ হিত চিন্তি আৱল । ইহাঙ্ক বধিলে দোষ নাহি, সবে ধৰি ৰজাৰ কাৰ্য্য সাধোহো ।

সূত্ৰ—ওহি বুলি দৈত্যসবে ৰাজাত প্ৰাৰ্থনা কয়ল ।

দানৱসব বোল—হে প্ৰভু, হামাক আজ্ঞা কৰহ । কপটি বটুক বধি সবে মান সাধবো । হে নাথ, হামোসৱ বহুত, একলশ্বৰে বিষ্ণুয়ে কি কৰব । পাছে ত্ৰিদশক বধি তোহাক উদ্ধাৰ কৰবো ।

সূত্ৰ—দৈত্যসবক ঐচন বাণী শুনি বলি যে বোলল ।

বলি বোল—হে দৈত্যসব, তোহো কি কহৈছি ? কোটি কোটি ব্ৰহ্মাণ্ড ঈশ্বৰ নাৰায়ণ, ব্ৰহ্মা আদি দেৱতাসবো যাহাৰি চৰণ কিঙ্কৰ, তাহাক যুজিতে সাস কৰহ ? যৈছে ক্ষুদ্ৰ শৃগাল হুয়া বাঘক জোঙ্গাস । ওহি দিব্য মায়া দেখি তোহাৰি জ্ঞান নাহি ওপজল !



বামনৰ পাৰিষদৰ হাতে সবে মৰবি, ইহা জানি অগ্নিত জাস নাহি কৰবি । হামাৰ কৰ্ম্মে জিহোক সিহোক, তোৰসবে চিন্তা নাহি কৰবি, পুত্ৰ ভাৰ্য্যা লৈয়া পাতালে চলহ,

সূত্ৰ—বলিৰ ঐচন বাণী শুনি দৈত্যসবে মনকষ্টে যে বোলল ।

দৈত্যসব বোল—মৰণ সময়ত ঔষধ নলাগয় । আপদগ্ৰস্ত হুয়া নিস্তাৰ নেদেখয় তোহাত বুধি পুছবো নাহি । হে দৈত্যনাথ, তোহো ৰঙ্গ চাই থাকহ । ওহি ব্ৰাহ্মণক যমপুৰ দেখাৱব ।

সূত্ৰ—ওহি বুলি ৰাজাক প্ৰণাম কৰি গিৰিসাই উঠি, অস্ত্ৰশস্ত্ৰ ধৰি, ঢাক ঢোল তবলত বাৰি দিয়ে, স্বকী স্বকী যানে উঠি, যৈছে যুদ্ধক খেদি আৱল, তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্ৰুং—আৱত ৰাক্ষস যুদ্ধক লাই ।
অস্ত্ৰশস্ত্ৰ ধৰি ব্যাঘ্ৰে যেন ধাই ॥
পদ—সমৰক সাজি বাৱে ঢোল ।
ধৰধৰ মাৰমাৰ কৰে বহু ৰোল ॥
কতো যায় খাঙ্খিঙ্ক কৰিয়া
কতো যায় দান্ত কামুৰিয়া ।
বেঙ্কামুৱা ভেঙ্কুৰা সেনা চলি যাই ।
দৈত্যদানৱ পাইলা সেহি ঠাই ॥
সমৰত যম যেন দেখি লাগে চক্ক ।
প্ৰজাৰ গিৰিত যেন চৌভিতি কম্প ॥
ঘোঙ্গ সিংহ বাঘ ছাগ শৃগাল যে সৰ্প ।
ভালুক বানৰে চৰি কৰি যাই দৰ্প ॥

এহিমতে খেদি গৈয়া ঋষিগণ পাইলা ।
খাঙ্গখিঙ্গ করি সৱে সমুখে ৰৈলা ॥ (১৩) ॥

সূত্র—ঐচন প্রকাৰে দৈত্যসবে অস্ত্রশস্ত্র ধৰি, ঋষিসবক বেঢ়ল । হেন দেখি ঋষিসবে দানৱ সহিতে যুদ্ধ কয়ল । তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

**ৰাগ কামোদ, পৰিতাল**

ধ্রুং—ধাই গৈলা পাৰিষদগণ ৰাগি ।
দানৱগণক মাৰিবে লাগি ॥
পদ—শঙ্খ চক্র গদা সাৰঙ্গ কৰে ।
মাৰিলা দৈত্যক ক্রোধ কৰি বৰে ॥ (১৪) ॥

সূত্র—ঐচন প্রকাৰে, পাৰিষদসবে দানৱসবক গৰ্জ্জি যে বোলল ।

পাৰিষদসব বোল—ঐয়ে দানৱসব, আন দেৱতাসবক গ্রহ কৰি আজু হামাক জোঙ্কাৱস । ৰহ ৰহ ৰহ, আজু তোহাক যমপুৰ দেখাৱব

সূত্র—পাৰিষদৰ ঐচন বাণী শুনি দানৱসবে যে বোলল ।

দানৱসব বোল—ঐয়ে পাৰিষদসব, মৰিবাক লাগি হামাক খেদি আৱল । ৰহ ৰহ, আজু তোহাৰ মুণ্ড মাৰবো ।

**শ্লোক**

গৰ্ব্বেণ খৰ্ব্ববাক্যেন গৰ্জ্জন্তঃ দনুজাধমাঃ
ক্রোধেন ধনুৰাদায় যুদ্ধায় সম্মুখং যযু ঃ ॥ ৭

## গীত

দৈত্যক খেদিয়া গৈলা পাৰিষদগণ ।
প্রহাৰিলা বানগণ তাৱক্ষণ ॥
দানৱ গৈলন্ত খেদি পাৰিষদ লাই ।
খড়্গৰ কোবক বৈসাইলা লাগ পাই ॥
হাসি পাৰিষদে হানে অসংখ্য শৰক ।
ফুটিল চক্ষুসবে দৈত্যৰ অনেক ॥
ভাগি উৰু কটি বৱে শোণিত ৰুধিৰ ।
মাৰিল পাৰিষদে দানৱ বীৰ ॥ (১৫) ॥

সূত্র—ঐচন প্রকাৰে পাৰিষদসবে যৈছে দানৱসবক মাৰল, সোহি সময়ে দৈত্যেন্দ্রে দানৱসবক ৰহ ৰহ বুলি যে বোলল ।

দৈত্যেন্দ্র বোল—এৰ এৰ যুদ্ধ সব দুষ্ট দৈত্যগণ ।
সম্বৰ, তাৰাক, শুন মোহোৰ বচন ॥
হে বিপ্রহেতি, ৰাখা আপোনাৰ প্রাণ ।
আজিৰ যুদ্ধত নাহি কাহাৰো কল্যাণ ॥
জগত ঈশ্বৰ বক্র ভৈলন্ত আমাৰ ।
সম্প্রতি বাঢ়িল বলবীৰ্য্য দেৱতাৰ ॥
হেন জানি যুদ্ধ এৰি যাওক পাতাল ।
যেন ভৈলা আমাৰ তোমাৰ কৰ্ম্মফল ॥ (১৬) ॥

সূত্র—বলিক ঐচন বাণী শুনি দৈত্যসব প্রাণ ৰাখি পলাৱল । সোহি সময়ে, বামন ৰূপে হৰি বলিক বান্ধিবাক বনে গৰুড়ক চক্ষুথাৰে ইঙ্গিতে কয়ল । তৎকালে, গৰুড়ে গাৰক ছালি বান্ধ দেলহ । তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

### ৰাগ সাৰঙ্গ, পৰিতাল

ধ্রুং—বামনৰ ইঙ্গিতে গৰুড় পক্ষিৰাই ।
নাগপাশে বলিক বান্ধন্তেহি যাই ॥

পদ—কচালি কচালি বান্ধে হাত পাৱ আতি ।
বান্ধৰ ছোটত যেন যাই হিয়া ফাটি ॥
লাৰিবে চাৰিবে নপাৰয় কলেবৰ ।
দেখি সৰ্ব্বলোকে আতি কৰে হাহাকৰ ॥ (১৭) ॥

সূত্র—তদনন্তৰে গৰুড়পখী পিঠিফটা ৰান্ধ দিয়ে, দৈত্যেন্দ্রক ৰাখল । বলিক ঐচন দুখ দেখি সৰ্ব্বলোক হাহাকাৰ কৰিয়ে ৰহল । ঐচন বামুণ বনমালীক ছদ্মৰূপ দেখি বলি নিশঙ্কভাৱে ৰহল । বলিৰ ভাৰ্য্যাৰ গাৱ সহয়ে নাহি, গৰুড়ে ঘনে ঘনে গৰ্জ্জয়, দৈত্যেন্দ্রে মাথা তুলি চাৱয়ে নাহি । সোহি সময়ে বামন বটু ক্রোধে বোলল ।

বটু বোল—শুনৰে অসত্যবাদী কেন বোল বাণী ।
তিনিপদ ভূমি উছৰ্গিয়া দিলি পানী ॥
তিনিয়ো ত্রৈলোক্যে দুই পদকেসে আটে ।
তৃতীয় পদক কৈত দিবো পদ জান্তে ॥
আজি যেবে নেদ পাপী প্রতিশ্রুত দান ।
গৰুড়ৰ হাতত নৰৈবেক তোৰ প্রাণ ॥
দান যেবে দিবাক নোৱাৰ দুৰাচাৰ ।
আগে দিবো বুলি কেনে কৰ অঙ্গীকাৰ ॥
অসত্যবাদী তোৰ জীৱন নিষ্ফল ।
আপুনি মৰিলি পাপী বংশক নিলি তল ॥
নেমাতি আছস কেন লটক অসুৰ ।
আজি তোৰ সমস্তে ভাৱনা কৰো চূৰ ॥ (১৮) ॥

সূত্র—অনেক নিষ্ঠুৰ বাক্য শুনি, সে মহন্ত পুৰুষ দৈত্যপতি ধীৰে ধীৰে বিষ্ণুক বোলয়ে লাগল ।

## পয়াৰ

দৈত্যেন্দ্র বোল—জয় জয় জগন্নাথ কৰো নমস্কাৰ ।
তোমাৰ চৰণে প্রভু শৰণ আমাৰ ॥

ত্রৈলোক্যৰ ৰাজ্য মোৰ কাঢ়ি লৈলা ছলে ।
নাগপাশে অন্যায়ে বন্ধাইলা হাতে গলে ॥
শ্রীদূৰ কৰি কেনে কৰিলা আহ্লাদ ।
বান্ধ নুহি ইটো তোমাৰ পৰম প্রসাদ ॥
ভাল ভৈল গুছিল বিষয় মহাবিষ ।
অকিঞ্চিন ভৈলো মই অধিক হৰিষ ॥
নগণোহো ইসব পীড়াক গাৱে সহে ।
বুলিলা অসত্যবাদী ইসে হৃদি দহে ॥
তুমি যেবে জানা মোৰ সত্য হোৱে ছন ।
মাথা পাতি দেও হেৰা নাথ নাৰায়ণ ॥
লোৱা পাৱ মাথাতে সাফল অঙ্গীকাৰ ।
শৰীৰক সমৰ্পিলো পাৱতে তোমাৰ ॥ (১৯) ॥

বলি বোল—(কথা) হে প্রভু, হামো অজ্ঞানী, তথাপি ভৃত্য বুলি কৃপা কৰহ । হে নাথ, বান্ধ নোহে, যম যাতনাক শঙ্কা নাহি । অসত্যবাদী বচনে শৰীৰ দাহ কৰে । তৃতীয় পাৱ হামাৰ মাথে থোৱা, অঙ্গীকাৰ সাফল হোক ।

সূত্র—ঐচন প্রকাৰে দৈত্যেন্দ্র নানাবিধ তুতি কয়ল, তথাপি বামনৰ ক্রোধ গুচয়ে নাহি । গুঞ্জ যেন চক্ষু পকাৱয়, মূৰ্ত্তি দেখি ধাতু উৰি যায়, বলি মৌনে ৰহল । তদনন্তৰে দৈত্যেন্দ্র কলিগ্রহ দেখি প্রেমে আকুল হুয়া যৈছে প্রহ্লাদ আৱত, তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

রাগ গৌৰী জৌতিমান

ধ্রুং—আৰে প্ৰহ্লাদ ধৰি কৃষ্ণপদ,
বটুৰ পাশক লাই।
শ্যাম শৰীৰ পীতবস্ত্ৰ শোভে
মেঘত বিজুলী প্ৰায়॥
পদ—সুচান্দ বদন কমল নয়ন
নাসা তিলফুল প্ৰায়।
কম্বু কণ্ঠ সম উৰু নিৰুপম
বনমালা শোভে কাই॥
আজানুলম্বিত বাহু দুই খান
শিৰে ছত্ৰাকৃতি শোভে।
মুণ্ডশৰীৰ কুণ্ডল প্ৰকাশে
ৰূপে ত্ৰিভুবন মোহে॥ (২০)॥

সূত্ৰ—ঐচন প্ৰকাৰে প্ৰহ্লাদ আসি বলিক দেখল, গৰুড়ৰ বান্ধে শৰীৰ লাৰিবে চাৰিবে নপাৰয়। পিতামহ আসিবাৰ দেখি পাদ্য অৰ্ঘ্য-দিবাক নপাৰি বন্ধনৰপৰা মাথ দোৱাই ৰহল। বলিক নিগ্ৰহ দেখি প্ৰহ্লাদ ধীৰে বামনক পাশ চলল। ব্ৰহ্মা আদি দেৱতাসৱ পাৰিসদ সহিতে চৌপাশে উপাসি ৰহল। তাহা পেখি প্ৰহ্লাদ বামনৰ পাৱে পৰি প্ৰণাম কয়ল। পুনু উঠি ত্ৰাহি জগন্নাথ বুলি পাৱে পৰি কৰযুৰি তুতি কয়ল।

প্ৰহ্লাদ বোল—ত্ৰাহি ত্ৰাহি জগন্নাথ দেৱকো দেৱা।
তোহাৰি চৰণে কৰোঁ লক্ষ কোটি সেৱা॥
তুমি দিলা বলিক ত্ৰৈলোক্য ৰাজ্যভাৰ।
পুনু কাঢ়ি লৈলা আত আনন্দ আহমাৰ॥
গৰ্ব্ব গুচাই বলিক কৰিলা বৰ দায়া।



আতি অন্ধকাৰ কৰা পুৰুষৰ শ্ৰীমায়া॥
তুমি হেন বলিক দিলা হতবুধি।
আজি বলিৰাজা পাইলে ব্যাধিৰ ঔষধি॥
আতি ধৈৰ্য্যৱন্ত সত্যৱন্ত বলিৰাই।
এতেক নিগ্ৰহ তাঙ্ক দিতে নুযুৱাই॥
শুক্ৰৰ বচনে যিটো নেৰাখিলে মতি।
শুদ্ধভাৱে কৰিলেক কৃষ্ণক ভকতি॥
হেন মহাদানী মানী মোৰ ইটো নাতি।
কোন অপৰাধে কেনে কৰা উগ্ৰ শাস্তি॥
ক্ষেমিয়োক তোমাৰ দাসৰ হৈলো দাস।
আজ্ঞা কৰা গৰুড়ে মেলোক নাগপাশ॥ (২১)॥

প্ৰহ্লাদ বোল—হে প্ৰভু, বান্ধৰ ছোটে প্ৰাণ ফুটি যায়, গৰুড়ক আজ্ঞা কৰহ নাগপাশ মেলোক। তোহাৰি পাৱে ওহিদান মাগোঁ, ওহি-দান মাগোঁ।

সূত্ৰ—ওহি বুলি প্ৰহ্লাদ বামনক পাৱে ধৰি কান্দি ৰহল। তদনন্তৰে বিন্ধ্যাৱলী হা স্বামী মৰল বুলি লাসে লাসে বামনৰ পাশে গৈয়া ক্ৰন্দন কৰি বোলয়ে লাগল।

## (মুক্তাৱলী)

হা বলিৰাই,
কি ভৈল বিলাই,
বান্ধে তোৰ প্ৰাণ যাই।
তোমাৰেসে দুখে
বাক্য নাসে মুখে
মোৰ প্ৰাণ ফুটি যাই॥
শুক্ৰে নিষেধিলে

তথাপিতো দিলে
সুমৰিলে সৰ্ব্বলোকে।
অনাথী নকৰা
দাসী বুলি লোৱা
আজ্ঞা কৰিয়োক
গৰুড়ে বান্ধ মেলিয়োক ॥
প্ৰহ্লাদৰ নাতি
কেনে কৰা শাস্তি
লৰচৰ নাই।
মুখৰ মাত নোলাই
হে বটুৰাই
স্বামী মৰি যাই ॥
টিকৰ স্বামী আজিসে হৰাই
আঞ্চোল পাতি মাগো
কৃপাৰ সাগৰ কৰিয়োক মোক দায়া।
শোকে প্ৰাণ যাই
হে যদুৰাই
স্বামীৰ বদলি মোহোক মাৰিয়া নিয়া ॥ (২২) ॥

সূত্ৰ—তদনন্তৰে বিন্ধ্যাৱলী স্বামীৰ শোকে, বামনৰ পাৱে পৰি স্বামীৰ মুক্তিৰ অৰ্থে যে বোলল।

দেৱী বোল—হে জগতক কাৰণ নাৰায়ণ, তোহাৰি চৰণে ওহি দান মাগোঁ। দৈত্যনাথ পৰম অজ্ঞানী হুয়া তিনিপদ ভূমি দান দেলহ। তোহো জগত ঈশ্বৰ, তোহাৰি মায়া নাহি জানল। হে প্ৰভু স্বামীৰ দোষ ক্ষমা কৰহ, ক্ষমা কৰহ।

সূত্ৰ—ঐচন প্ৰকাৰে দেৱী সন্তাপিত হুয়া বামনক পাৱে পৰি যৈছে বিলাপ কয়ল।

## গীত

**ৰাগ স্বহাই, তালচুড়া**

ধ্ৰুং—ৰাজমহিষী মাই নয়নমন জুৰাই
ঘনে ঘনে নিশ্বাস ফোকাৰে
এ তনু চেতন নাই।
পদ—স্বামীক বিৰহে দহে দেহা
এদিশ দেখোঁ অন্ধিয়াৰী।
দৈত্যেন্দ্ৰ বিনে মন ঝমৰু
পৰয়ে মূৰুচি কুমাৰী ॥
হা স্বামী হা স্বামী বুলিয়া জম্পই
জীৱন যৈচন যাই।
বটুৰ চৰণ মতি লাগো
এ গতি আৱৰি নাই ॥ ২৩ ॥

সূত্ৰ—ঐচন বিলাপ কৰি ৰাজমহিষী বামনৰ পাৱে পৰি যে বোলল।

ৰাজমহিষী বোল—হে প্ৰভু কত তপসাই দৈত্যেন্দ্ৰক স্বামী পাৱলো অল্পতে স্বামী মৰিয়া যায়। হে প্ৰভু, তোহাৰি সন্তাপে প্ৰাণ ৰহয়ে নাহি, উহি চান্দবদন কাহাক দেখবো? হামাৰ টিকৰ স্বামী মৰিয়া যায়! আজু হৰষ বদনে কোনে মাত লগাৱব! হে প্ৰভু বান্ধৰ চোটে প্ৰাণ ফুটি যায়। দশন নিষ্পান, সুন্দৰ বদন মলিন ভেল। অতয়ে শাস্তিত করুণা ওপজয়ে নাহি, হে প্ৰভু স্বামীৰ বান্ধ চোৰহ।

সূত্ৰ—ওহি ৰাজমহিষী ভূমিত লুটি ৰহল। বামনে বলিক চাই গৰ্জ্জয়। হেন দেখি দেৱাসুৰসবে হাহাকাৰ কয়ল। হা হা বলিৰ কি অৱস্থা ভেল বুলি বহুত খেদ কয়ল! তাহা পেখি ব্ৰহ্মা বহুত খেদ কৰি তুতি আৰম্ভল।

ব্ৰহ্মা বোল—হে জগত কাৰণ নাৰায়ণ, বলিক প্ৰতি কোপ তেজহ। শুক্ৰৰ বাধা নগনি, সৰ্ব্বস্ব সহিতে তয়ু পাৱে সমৰ্পি দেলহ। সে বলি ধৰ্ম্মতে আছয়। হেন ভকতক দুখ দেখি কৈছে প্ৰাণ ধৰবো ? তোমাৰ চৰণে যে সবে পূজয় উত্তমগতি পায়। দৈত্য পতি শুধভাৱে তোহাক দান দেলহ, পুণ্যৱন্ত বলিক নিগ্ৰহক নুযুৱায়, সত্বৰে বান্ধ মেলাওক। হে প্ৰভু ঐচন বলিৰ দুখ দেখি জগতে ক্ৰন্দন কৰৈছে। বিন্ধাৱলী স্বামীক শোকে মৰৈছে। হে প্ৰভু, বলিৰ দুখ দেখি প্ৰহ্লাদৰ প্ৰাণ ধৰয়ে নাহি ইহা জানি কোপ তেজহ।

সূত্ৰ—ব্ৰহ্মাক ঐচন বাণী শুনি, নাৰায়ণ হাস্য কয়ল। প্ৰজাসবে আনন্দে জয় জয় বুলি ঘোষল। সেহি বেলা দেৱাসুৰ-দৈত্যেন্দ্ৰক দায়াতৱে গৰুড়ক চাহি যে বোলল।

বামন বোল—হে গৰুড়, সত্বৰে বলিৰ বান্ধ মেলহ।

সূত্ৰ—বামনক ঐচন বাণী শুনি পখিৰাজে তাৎক্ষণে গৈয়া বলিৰ বান্ধ ছিঙ্গি পেলাৱল। হেন দেখি প্ৰজাসবে বলি আজিসে ওপজল বুলি দশোদিশে ঘোষিয়া ৰহল। তদনন্তৰে বলি বন্ধন ক্লেশ এৰাই ভৰি পাঞ্চ আগবাঢ়ি বামনৰ পাৱে পৰল। পুনু উঠি মাধৱৰ পাদপদ্ম নিৰেখিয়ে ৰহল। তদন্তৰে বটু ব্ৰহ্মাক যে বোলল।

বটু বোল—হে ব্ৰহ্মা, যি কাৰণে বলিক নিগ্ৰহ কয়লো তা শুনহ। ঐশ্বৰ্য্যত থাকি কাহাকো জানয়ে নাহি। মোহোৰ যাহাক প্ৰতি অনুগ্ৰহ মিলয় তাহাৰ শ্ৰীসম্পত্তি দূৰ কৰোঁহো। অঃ কিনো সত্যবাদী ৰাজা, ঐশ্বৰ্য্য নিগ্ৰহি সব সম্পত্তি গ্ৰহণ কয়লো, তথাপি সত্য নেৰিল। বলি সমান ভাগ্যৱন্ত নাহি নাহি, যাৱে চন্দ্ৰদিবাকৰ থাকয়, তাৱে কীৰিটি থাকব। লোকে গুণ বৰ্ণাৱব। অঃ বলি মায়সব জিনল।

সূত্ৰ—পুনু বলিক যে বোলল।

বটু বোল—হে দৈত্যেন্দ্ৰ, তোহাৰ ভকতিয়ে হামাক বৈশ্য কয়ল। মোক যেবে দান দিলি ঋণ সুজন নযায়। হামো এক বচন বোললো



তা শুনহ, জ্ঞাতি মিত্ৰ সহিতে সুতলক লাগি চলহ। বৈকুণ্ঠতো অধিক মোৰ প্ৰিয় থান বিশ্বকৰ্ম্মে নিৰ্ম্মাণ কৰৈছে। অন্যৰ প্ৰকাশে দিন-ৰাত্ৰি নেজানয়। তাহাতে সে শোক-মোহ জৰা-মৃত্যু নাহি। তোহো যে বাঞ্ছা কৰহ, তাক লাগি ব্ৰহ্মাৰুদ্ৰ মোহোক প্ৰাৰ্থিছিল। তাহাক নিদি তোহাক দায়াতৱে থৈয়া আছোঁ। ওহি শুভক্ষণে চলহ হামাৰ সুদৰ্শন চক্ৰ তোহাৰ সভাত থাকক।

সূত্ৰ—বামনক ঐচন বাণী শুনি বলিৰ হৃদি দ্ৰবিল, পৰি প্ৰণাম কৰি গদ্‌গদ্ বাক্যে যে বোলল।

বলি বোল—হে প্ৰভু. হামো অসুৰ, ভকতিৰ পাত্ৰ নোহো, দেৱগণে প্ৰাৰ্থী নেপাৱল। তথাপি স্নেহে হামাক দেলহ, মাৰিবাক লাগে যাক, তাহাক ঐচন সৎকাৰ কৰল। তোহাৰি মায়া কে বুজব ?

সূত্ৰ—ওহি বুলি বলি, প্ৰহ্লাদ সহিতে বামনক প্ৰণাম কৰি 'হামো বিদায় কয়লো' বুলি সমস্তক সঙ্গে লৈয়া যৈচে সুতলে চলল তা দেখহ, শুনহ, নিৰন্তৰে হৰি হৰি বোল।

## গীত

**ৰাগ কল্যাণ, খৰমান**

ধ্ৰুং—সুতলে চলে বলিৰাই।
সঙ্গে প্ৰহ্লাদে হৰি গুণ গাই ॥
ৰঙ্গে সুতল পাইলা পাছেৰে।
যব বামন হৰি মোৰ মূৰ্ত্তি ধৰি
বলিৰ সৰ্ব্বস্ব লৈলা।
নাগপাশে বান্ধি স্বৰ্গক নিকালি
সুতলপুৰ পঠাইলা ॥
সুতলপুৰখান বৈকুণ্ঠ
বিশ্বকৰ্ম্মে নিৰ্ম্মি থৈলা।

কৃষ্ণৰ চৰণে বলি ৰঙ্গমনে
সমদলে তথা ৰহিলা ॥
সুতলপুৰত দ্ৰব্য যতেক
যেহি বাঞ্ছে সেহি পায় ।
ভকতিবিহীন কৃষ্ণৰ চৰণ
দীনহীন মতি গাই ॥ ২৪ ॥

সূত্ৰ—আহে লোক দেখ দেখ, বামনৰূপে হৰি বলিক ছলি নাগপাশে বান্ধি দৈত্যসবৰ নাশলীলা যাত্ৰা সম্পূৰ্ণ ভৈল । ইহা জানি কৃষ্ণৰ চৰণে ভকতি ৰহোক । তদনন্তৰে, বলি প্ৰহ্লাদৰ ভকতি দেখু দেখু । ইহা জানি কৃষ্ণৰ চৰণে সাৰ কৰি নিৰন্তৰে হৰি বোল হৰি বোল । ওহি কৃষ্ণৰ চৰিত্ৰ লীলা যাৰা সবে শ্ৰদ্ধায়ে কৰয়, শ্ৰদ্ধায়ে কৰোৱায়ে, শ্ৰদ্ধায়ে শুনয়, তাৰাসবৰ ভকতি নিৰ্ম্মল বাঢ়য় । জানি নিৰন্তৰে হৰি বোল ।

ইতি সম্পূৰ্ণ

# কুমৰহৰণ-নাট

লক্ষ্মীনাথ দাস

# কুমৰহৰণ-নাট

শ্ৰীকৃষ্ণায় নমঃ

শ্লোক

বিষ্ণুং সাম্ৰতমেঘসদৃশৰুচিং পীতাম্বৰং শ্ৰীধৰম্ ।
শম্ভুং শাৰদচন্দ্ৰবামললিতং চৰ্ম্মাস্থি-মাল্যাম্বৰম্ ।
ভোগিভক্ষককেতনং প্ৰৱিলসং আত্মাকৃতিং গোগতাম্ ।
শূলাদ্যস্ত্ৰবিপক্ষদৰ্পদমনং বন্দে সদাহং বুধঃ ॥ ১

## গীত

ৰাগ সুহাই, একতালি

ধ্ৰুং—জয় জগ জীৱন মুৰাৰী ।
পাৱে পৰনাম হামাৰি ॥
পদ—সজল জলদ তনু শ্যাম ।
পীত বস্ত্ৰে তড়িত উপাম ॥
আপাদ লম্বিত মালাধাৰী ।
চক্ৰধৰ বাহন নাগাৰি ॥
যুদ্ধে জিনল ত্ৰিপুৰাৰি ।
বন্ধ নাতি চোৰল মুৰাৰি ॥
নমো হৰি জগত নিবাস ।
কহে লক্ষ্মীনাথ কৃষ্ণদাস ॥ (১)

সূত্র—নান্দ্যন্তে সূত্রধাৰঃ। অলমতি বিস্তৰেণ। প্রথমং মাধৱ মাধ-ৱেত্যুক্ত্বা হৰিং প্রণম্যং সভাসদান্ সম্বধ্যাহ।

ভো ভো সমাজিকায়ূয়ং শৃণুত চ সাৱধানতঃ।
কুমাৰহৰণ নাম নাটকং মুক্তিসাধকম্ ॥ ২

অর্থ ভট্টিমা—

জয়জগবন্দন, ভবভয়ভঞ্জন, দেবকীনন্দনদেৱ।
কোটি কোটি ব্রহ্মাণ্ড, ক্রীড়াভাণ্ড জাকৰ, মহিমা নপাৰত কেৱ ॥
শিশুভাৱ দৰশি, পুতনা বিনাশি, বেকত কৰ নিজগুণ।
মাৰি চক্রবাত শকট বিনাশিয়ে, ভঞ্জিয়ে যমলার্জ্জুন ॥
অঘাসুৰ বক ব্যোম-অৰিষ্টক ধেনুকৰ সুনির্য্যাণ।
কালি নিকালি, ৰাখি ব্রজবাসী বনবহ্নি কয়লি পান ॥
চানুৰ মুষ্টিক শল্লতোষল্লক কংসক চোড়াৱল জীৱ ॥
পিতৃ-মাতৃ বন্ধু ছোড়ি উগ্রসেন থাপল পাটে সদাশিৱ ॥
ভয়ে জৰাসন্ধ কৰিয়া প্রবন্ধ দ্বাৰকা কৰলিঞি সাজে।
তাৰি সন্তজন দুষ্টক দাৰণ কয়লি সোহি যুদ্ধ ৰাজে ॥
দমঘোষনন্দন আদি ৰাজাগণ জিনিয়ে হৰল ৰুক্মিণী।
মণিক নিমিত্তে জাম্ববন্ত জিনি দোহো ভার্য্যা পাইলা ষদ্ধমণি ॥
ৰাজা দ্বেষীধন্ধ বধি জড়াসন্ধ বিমোচন ভকতক বন্ধ।
ৰাজসূয় যজ্ঞ পাণ্ডৱৰ সাধল ছেদল ছেদি ৰাজাবন্ধ ॥
শাল্ব-পৌণ্ড্রক বধি নৰকাসুৰ দ্বিবিদ্ধ বানৰ মাৰি ॥
যোহি ভূমি ভাৰ উতাৰণ তাৰণ, সুৰভয়বাৰণ মুৰাৰি ॥
যো কয়ে সমৰ জিনল শঙ্কৰ, বাণক বাহু কয়ে ছেদ।
হৰিহৰ দোহো নাম মাত্র ভিন্ন, পৰমার্থ নাহি ভিন্ন ভেদ ॥
নাতিৰ হৰণক বিপদে উধাৰি সাধয় বিজয় মুৰাৰি।
সোহি কৃষ্ণক বিজয় নাটক শুনহ জত নৰনাৰী ॥
পদ্মপত্রজল জৈচনে চঞ্চল তিল একু থিৰ নুহি কাই।



ভাৰতবৰিষে দুর্ল্লভ নৰতনু জানহ পুনুহো নপায় ॥
ওহি সত্যবাণী জানি দৃঢ় মানি ছোড়হু বিষয়ৰ কাম।
কৃষ্ণক দাসে লক্ষ্মীনাথে কহে ডাকি বোল ৰাম ৰাম ॥ (২)

সূত্র—আহে সামাজিক লোক, যে জগতক পৰম গুৰু নিখিল ভুবন-পালক, নিৰঞ্জন, প্রধান পুৰুষ পুৰুষোত্তম নাৰায়ণ শ্রীশ্রীকৃষ্ণ শিববিৰিঞ্চি জাহেৰি চৰণ সেৱত, জাকৰ নাম শুনি মহা মহা পাপীসবে পাপ তৰি মুক্তি পাৱত, সোহি ভগবন্ত শ্রীকৃষ্ণ আপোন নাতি অনিৰুদ্ধক হৰণবন্ধন নিমিত্তে শঙ্কৰ সহিতে যুদ্ধ কয়ল। অনিৰুদ্ধক মোচন, বাণক বাহুছেদ, কৃষ্ণক বিজয়লীলা যাত্রা ওহি সভামাজে কৰব পৰম কৌতুকে তাহেক সাৱধানে দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

পুনঃ সূত্র পুছত, (আকাশে কর্ণং দত্বা)—আহে সঙ্গি সখি কি বাদ্য সুনিএ।
সঙ্গী—সখি দেৱ বাদ্য বাজত। আঃ শ্রীকৃষ্ণ উদ্ধৱ সহিতে মিলল।

শ্লোক

প্রৱেশমকৰোৎ কৃষ্ণঃ সভার্যঃ কঞ্জলোচনঃ
ৰামোদ্ধৱসংযুক্তো ভগবান্ ভৱমোহনঃ ॥ ৩ ॥

সূত্র—আহে সামাজিক লোক! হামো জাকৰ কথা কহৈছি সোহি ভগবন্ত শ্রীকৃষ্ণ জ্ঞাতিগণ সহিতে এথাআৱত। এথাত থিক। ইতি সূত্র নিষ্ক্রান্ত।

## গীত

**ৰাগ সিন্ধুৰা পৰিতাল**

ধ্রুং—আবে জগতপতি কয়ো পৰবেশ।
শ্যামতনু পীতবস্ত্রে দেখিতে সুবেশ ॥

ৰাম কাম অনিৰুদ্ধ সাহিত্য উদ্ধৱ ।
চলে সঙ্গে মনে আতি কৰিয়া উৎসৱ ॥
পাঞ্চজন্য শঙ্খ-চক্র ধনু ধৰি হাতে ।
ৰূপে মদন মোহে কহে লক্ষ্মীকান্তে ॥ (৩)

সূত্র—ঐচন প্ৰৱেশ কয়ে শ্ৰীকৃষ্ণ সুধৰ্ম্মা সভা মধ্যে বৈথি ৰহল । তদন্তৰে মহেশক প্ৰৱেশ দেখহ ।

শ্লোক

প্ৰৱেশমকৰোৎ শম্ভুৰ্বৃষযানে সভাৰ্যয়া
নন্দীভৃঙ্গীমুদাযুক্তো বেষ্টিতো ভূতপাৰ্ষদৈঃ ॥ ৪

ঐচন প্ৰকাৰে ভূতনাথ সভাৰ্যে পাৰিষদ সব সঙ্গে লৈয়া জৈছে আৱত তা দেখহ শুনহ । নিৰন্তৰে হৰি বোল হৰি বোল ।

গীত

ৰাগ আসোৱাৰি, পৰিতাল

ধ্ৰুং—আৱত ভূতনাথ পৰম ৰঙ্গে ।
নন্দি ভৃঙ্গী পাৰিষদ পাৰ্ব্বতী সঙ্গে ॥
পদ—ভূতপ্ৰেত প্ৰমথ চললি চতুৰ্পাশে ।
বাৱে বাদ্য মাথে ছত্র প্ৰকাশে ॥
কম্পিত শৰীৰ শূল ধনু হাতে ।
কহে লক্ষ্মীনাথ মেৰি গতি জগন্নাথে ॥ (৪)

সূত্র—ঐচন প্ৰকাৰে শ্ৰীৰুদ্ৰ আসি পাৰ্ব্বতী সহিতে একপাশ হুয়া ৰহল । তদন্তৰে বাণৰাজাক প্ৰৱেশ দেখহ ।



শ্লোক

প্ৰৱেশমকৰোৎ ৱাণোঃ বলেন হৃতমানসঃ ।
পৰিগৃহ্য সহস্ৰেষু বাহুষু সুপ্ৰশায়কম্ ॥ ৫

সূত্র—আহে লোক বাণৰাজা দানৱসব সঙ্গে লৈয়া যৈচে প্ৰৱেশ কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল ।

গীত

ৰাগ কানাৰা, পৰিতাল

ধ্ৰুং—আৱত বাণৰাজা বীৰ বলিয়াৰ ।
দলদোপ কৰে মহী চৰণপ্ৰহাৰ ॥
সহস্ৰেক বাহুয়ে ধৰিয়া ধনুশৰ ।
দেখি প্ৰাণ ফুটি যায় যত বিপক্ষৰ ॥
অস্ত্ৰ-শস্ত্ৰ ধৰি দৈত্য চলে চপকৰে ।
বোলা হৰি হৰি সভাসদ নিৰন্তৰে ॥ (৫)

সূত্র—ঐচন প্ৰৱেশ কয়ে বাণৰাজা পাত্ৰ-মন্ত্ৰী সহিতে একপাশ হুয়া ৰহল । তদন্তৰে ঊষাক প্ৰৱেশ দেখহ ।

শ্লোক

নিৱিশতি সভামধ্যে ৱাণস্য দুহিতা ঊষা ।
সৰোজৱদনা কান্ত্যা মোহয়ন্তী দশোদিশঃ ॥ ৬

সূত্র—আহে লোকাই বাণক নন্দনি ঊষা সখীসৱ সহিতে যৈচে প্ৰৱেশ কয়ল তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰিবোল ।

# গীত

**ৰাগ সুহাই, একতালি**

ধ্রুং—আৰে ৰাজনন্দনী কয়ো পৰসাৰ ।
সখি মায়াৱতী সঙ্গে কৰত বিহাৰ ॥
পদ—কনক পুতলি মুখ চন্দ্ৰ পৰকাশ ।
হাৰ মুকুতমণি জ্বলে দিশপাশ ॥
নৱ যৌবনী মনে স্বামী অভিলাষ ।
ৰূপে ভুবন ভুলে কহে কৃষ্ণদাস ॥ (৬)

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে উষা পিতৃক সমীপে বৈথি ৰহল । তদনন্তৰে বাণৰাজা দানবসৱক সম্বুধি বোলল ।

বাণ ৰাজা বোল—আহে পাত্ৰ-মন্ত্ৰী, দৈত্য-দানব-সব, হামাৰ দুহিতা উষাৰ যৌবনকাল ভেল । তোহো সবে ভালমতে ৰাখবি । যেন কোনো পুৰুষে লঙ্ঘিবে নাহি পাৰয় ।

সূত্ৰ—ৰাজাৰ আজ্ঞা পাই দানবগণে উষাক প্ৰবন্ধে ৰাখত । তদনন্তৰে উষা শোকে দুখে নিশি নিদ্ৰা নাহি কৰত । মনকষ্টে যে বোলল ।

উষা বোল—আহে প্ৰাণ সখী, হামো কোন পাপ কয়লো ? হামাৰ পিতা কোন অপৰাধে ঐচন নিগ্ৰহ কৰি বন্দী কয়েথিক । একো প্ৰাণীৰ মুখ নাহি দেখো ।

সূত্ৰ—ওহি বিষাদ কয়ে উষা ৰহল থিক । তদনন্তৰে বাণাৰাজা শিৱক পূজিবাক মনে চলল । হৰক দেখি চৰণে প্ৰণাম কয়ে স্তুতি আৰম্ভিল ।

# পয়াৰ

বাণৰাজা বোল—ত্ৰাহি ত্ৰাহি ত্ৰিপুৰাৰি কৰো নমস্কাৰ ।
তোমাৰ চৰণে সদা শৰণ আমাৰ ॥
এতকাল প্ৰভু মই নপাইলো সমৰ ।
কিবা কৰি আছে মোৰ হাজাৰেক কৰ ॥
কোনদিনা যুদ্ধ পাইবো তাক কহিয়োক ।
আছোক পুৰুষে মোক হাসে নাৰীলোক ॥
তুমি সম পুৰুষ আসোক মোক ধাৰে ।
তবে হাজাৰেক কৰ সাফল আমাৰে ॥ (৭)

কথা—হে প্ৰভু সদাশিৱ তোহো পৰম ঈশ্বৰ । সুত হেন জানি হামাক ওহি অনুগ্ৰহ কৰহ ।

সূত্ৰ—বাণৰাজাক ঐচন বাণী শুনি হৰে কোপে কম্পমান হুয়া যে বোলল ।

মহেশ বোল—ঐয়ে বাণ, তোহো হামাক আগু ঐচন গৰ্ব্ব কৰহ । যেখনে তোহাৰ ভাণ্ডাৰৰ মউৰধ্বজ ভাগয় তবে মই সম পুৰুষ সহিতে যুদ্ধ পাৰবি । সোহি সমৰে হাজাৰেক কৰ ছেদ কৰব । ইহা জানি আপোনাক সত্বৰে সাজু হৰ । হামু নিষ্টে কহলো ।

সূত্ৰ—ওহি বুলি হৰগৌৰী অন্তৰ্ধান ভেল । বাণৰাজা পুনু আসনে বৈথি ৰহল । ইকথা ৰহোক । তদনন্তৰে উষাক বৃত্তান্ত শুনহ ।

শ্লোক

স্বপ্নে দৃষ্ট্বা পতিং তল্পে উষা পৰমবিহ্বলা ।
বিললাপ ভৃশংৱালা সংৰক্তলোচনদ্বয়ম্ ॥ ৭

সূত্ৰ—আহে লোক বাণক নন্দনী উষা নিশাকালে স্বপ্নত সুন্দৰ এক সঙ্গে ৰতিৰস পাৱল । নিদ্ৰাৰ জাগি শয্যাত হাত ফুৰাই নপাই

পৰম ব্যাকুল হুয়া যৈছে বিলাপ কয়ল, তা দেখ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ শ্ৰী-গান্ধাৰ, ছুতকলামান**

ধ্ৰুং—প্ৰাণনাথ দেহ দৰিশন।
তোহাৰি বিয়োগে মোৰ নাৰহে জীৱন, ঐ প্ৰাণবল্লভ হে॥
পদ—মধুৰ আলাপ তেৰি হাস্য নিৰীক্ষণ।
সুমৰি সুমৰি দহে শৰীৰ মদন॥
কাহে গেল প্ৰাণনাথ প্ৰাণ লৈয়া মোৰে।
তুমি বিনে মজিলো বিপদ সিন্ধু ঘোৰে॥
ঐচন মোহন হে. সৰ্ব্বগুণ ললিত প্ৰভু শ্যাম গুণনিধি।
হাতে দিয়া বঞ্চিলেক কপটীয়া বিধি॥
এহি বুলি বিকলিনী কৰয় ক্ৰন্দন।
কহে লক্ষীনাথে গতি নন্দৰ নন্দন॥
ঐ নাথ দৰিশন দেহু। (৮)

সূত্ৰ—উষাক ঐচন ব্যাকুল দেখি চিত্ৰলেখা সখীত আথেবেথে পুছত।

চিত্ৰলেখা বোল—আহে সখী, তোহো কি নিমিত্তে বাতুল হুয়া বিলাপ কৰহ। হামাক শপত সত্বৰে কহ।

সূত্ৰ—সখিক ঐচন বাণী শুনি কিঞ্চিত সঙ্কুক্ষণ হুয়া নিশ্বাস ফোকাৰি বোলয়ে লাগল।

উষা বোল—আহে প্ৰাণসখি হামু অভাগিনী কুলক্ষণীত কি পুছহ। আৰ্জ্জু এক পুৰুষ সঙ্গে পৰম আনন্দে ক্ৰীড়া কৌতুক কয়লো। কুচযুগমৰ্দ্দি শৃঙ্গাৰকয়ে মুখ চুম্বন দিয়ে অধৰামৃত পান কৰায়া সে পুৰুষ কোথা গেল ইহা নাহি জানি। সখি, সেহি প্ৰভুক নপাইলে গলে অস্ত্ৰ হানি মৰবো। হামো নিশ্চয়ে কয়লো।



সূত্ৰ—ওহি বুলি উষা লাজ এৰি ক্ৰন্দনকয়ে লাগল যৈচে, তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ মাহুৰ, জ্যোতিমান**

ধ্ৰুং—উষা সতী নয়নে নীৰ জুৰাই।
ঘনে ঘনে শ্বাস ফোকাৰে বিকলিনী॥
বয়নে হাত চৰাই॥
পদ—হামো অভাগিনী পাৰব নাহি পুনু
সোহি বল্লভ পিউ পাশ।
ধৰণী লুটিয়ালুটি বিলপতি কামিনী
খসল ভূষণ দিব্যবাস॥
হা পিউ হা পিউ বিনে নাৰহয় জীউ
মদনে দগদ্ধ কৰে মন।
কৃষ্ণপদ কমলৰ মকৰন্দ মধুকৰ
দীনহীন লক্ষীনাথে ভান॥ (৯)

সূত্ৰ—ঐচন প্ৰকাৰে উষা সন্তাপ কয়ে থিক, তদনন্তৰে চিত্ৰলেখা সখিক আঙ্কোৱালি ধৰি যে বোলল।

চিত্ৰলেখা বোল—হে ৰাজনন্দনি, তোহো তাপ তেজহ। তোহাৰি মন দুখ দূৰ কৰবো। যে পুৰুষে তোহাৰি চিত আক্ৰমণ কয়ল, তাহেক হামো চিত্ৰপটে লেখি দেখাওঁ। তোহোক পাছে আনি দেৱবো। কিছু চিন্তা নাহি কৰবি।

**শ্লোক**

ইত্যুক্তা দেৱ-গন্ধৰ্ব্বসিদ্ধচাৰণপন্নগান্।
দৈত্য-বিদ্যাধৰান্ যক্ষান্ মনুজাংশ্চ যথালিখৎ॥ (৮)

সূত্র—ওহি বুলি চিত্রলেখা হাতে চিত্রপট ধৰি দেব গন্ধৰ্ব্ব সিদ্ধচাৰণ, দৈত্য বিদ্যাধৰ, যক্ষৰক্ষ মনুষ্যক লেখি দেখাৱল। বৃষ্ণিবংশ মধ্যে অনিৰুদ্ধক দেখিয়ে আঙ্কোৱালি ধৰিবাক চাহে। লাজে মুখ ঢাকি অল্প হাস্য কৰি বোলল।

উষা বোল—আহে প্ৰাণসখি! ওহিজন হামাৰ প্ৰাণবল্লভ। ঐচন ৰূপ-গুণ দেখি কোন নাৰী চিত্ত ৰাখব। হে সখি সত্বৰে আনগিয়া।

চিত্রলেখা বোল—অঃ ভালেতো স্বপ্নে দেখি পাগলী ভেলি। ওহি কৃষ্ণক নাতি। প্ৰদ্যুম্নপুত্র নাম অনিৰুদ্ধ। তোহো চিন্তা নাহি কৰবি। শঙ্কৰক প্ৰসাদে যোগমায়া বলে হৰি আনবো। হামো সত্যকয়ে বোললো।

সূত্র—ওহি বুলি চিত্রলেখা ইষ্টদেৱ মহেশক সুমৰি কুমৰক হৰিবাক প্ৰতি মনে উপায় চিন্তিতে আছয়। হেন দেখি নাৰদ ঋষি দেৱকাৰ্য্য সাধিবাক প্ৰতি যৈচে আৱত তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ আসোৱাৰি, পৰিতাল**

ধ্রুং—আৱত নাৰদ হাতে বীণা বাই।
হৰিসে হৰিযশ ৰস গাই॥
পদ—প্ৰেমে পুলকিত সবহি লোকাই।
দ্বাৰকাপুৰ প্ৰবেশল যাই॥
মুনিক প্ৰণামিলা যত্নৰাই।
হৰি হৰি বোলা সবহি লোকাই॥ (১০)

সূত্র—নাৰদক দেখি হৰি পৰম গৌৰৱে প্ৰণাম কয়ল। মুনি শ্লোক পঢ়ি আশীৰ্ব্বাদ কয়ল।



জয়জয় কমলাসনাদিসেব্য, জয়জয় ভৱমোহনাদিদেৱ।
জয়জয় গৰুড়াসন ৰাম, জয়জয় গিৰিধাৰণ পূৰ্ণকাম॥

সূত্র—ওহি আশীৰ্ব্বাদ কএ নাৰদ মৌনে ৰহল। তাহে দেখি শ্ৰীকৃষ্ণ বাত পুছত।

শ্ৰীভগবানুবাচ—

### শ্লোক

কিমৰ্থং আগতোঽসি অদ্যং পৱিত্রং দ্বাৰকাপুৰম্
কিঙ্কৰোমি মুনিশ্ৰেষ্ঠ তদাজ্ঞাপয় সাম্প্ৰতম্॥ (৯)

কথা—হে মহামুনিৰাজ তোহাৰি পদধূলা পৰসনে হামাৰ দ্বাৰকাপুৰ পবিত্র ভেল। অব কি আজ্ঞা কৰহ, তাহেক সাধো।

তা শুনি নাৰদ বোল—হে শ্ৰীকৃষ্ণ তোহো যোগবলে সব কথা জানহ। তবহো হামাত পুছহ। হামু কহো তা শুনহ। তোহাৰি গৃহে চোৰ প্ৰৱেশব। কিন্তু সব বস্তু থাকব, অনিৰুদ্ধ নাতিক মাত্র হৰব। তোহো যত্ন কৰি লোহা গড় বান্ধি ৰাখবি।

সূত্র—ওহি বুলি ৰিষি চলি গেল। তদন্তৰে শ্ৰীকৃষ্ণে যাদবসবক সম্বুধি বোলল।

শ্ৰীকৃষ্ণ বোল—আহে জ্ঞাতিসব, তোহো সবে অনিৰুদ্ধ কুমৰক লোহা-গড় বান্ধি যত্নে ৰাখবি।

সূত্র ঐচন আদেশ পাই যাদৱিগণে তেতিক্ষণে লোহাগড় বান্ধি কুমৰক প্ৰবন্ধে ৰাখল। পূবদিশে হনুমন্ত, পছিমে গৰুড়, দক্ষিণত সাম্ব, উত্তৰত কাম, গোবিন্দে ধনুধৰি চৌপাশে সততে ৰাখত। ইকথা ৰহোক, তদন্তৰে চিত্রলেখা সখীক বিদায় লৈয়া অনিৰুদ্ধ কুমৰক হৰণ নিমিত্তে আকাশ গমনে দ্বাৰকাপুৰে গমন কয়ল।

### শ্লোক

চিত্রলেখা তমাজ্ঞায় পৌত্রং কৃষ্ণস্য যোগিনী
যযৌ বিহায়সা ৰাজন্ দ্বাৰকাং কৃষ্ণপালিতাম্॥ (১০)

সূত্র—আহে লোক তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ সুহাই,, জৌতিমান**

ধ্রুং—মায়াৱতী চলিল দ্বাৰকাপুৰলাই
ৰূপে ভুবন জিনি জলে ৰাজতৰুণী
সিন্দূৰে ললাটে সুহাই ॥
নানা না ভূষণ বসন পৰিধান
কণ্ঠে লুলে হাৰ সাতসৰি ।
কটিমহ কিঙ্কিণী বাজে মঞ্জীৰ মণি
আকাশে চলালি শীঘ্ৰ কৰি ॥
পৰম আনন্দভাৱে চিন্তিয়া হৰৰ পাৱে
দ্বাৰকা নগৰে চলি যাই ।
কতো ক্ষণে গৈয়া নাৰদক দেখি
প্ৰণাম কৰিলা ছুই পাই ॥ (১১)

সূত্ৰ—ঐচন প্ৰকাৰে মায়াৱতী আকাশে যাইতে নাৰদক লাগ পাই প্ৰণাম কয়ল। তাহে দেখি নাৰদে পুছত।

নাৰদ বোল—এঅ কুভাণ্ড নন্দনি, তই কি নিমিত্তে অতি সত্বৰে চলইছি, স্বৰূপকহ।

তা শুনি চিত্ৰলেখা বোল—হে গুৰু, বাণকনন্দনি উষা স্বপ্নত অনিৰুদ্ধ কুমৰক সঙ্গে লৈয়া ৰতিৰস পাৱল। তাহেৰ বিয়োগে প্ৰাণ ৰাখয়ে নাহি। সে নিমিত্তে কুমৰক হৰিতে আৱলো।

সূত্ৰ—ওহি শুনি নাৰদে হাসিয়ে বোলল।

নাৰদ বোল—ঐএ চিত্ৰলেখা, কৃষ্ণৰ পুৰি প্ৰৱেশি কুমৰক পাইলে কি প্ৰকাৰে হৰবি। তোহো কত মায়া জানহ। সব মায়া হামাক দেখাৱ।



সূত্ৰ—তদন্তৰে মায়াৱতী ইষ্ট গুৰু মহেশক চৰণে প্ৰণামিএ সিংহ, ব্যাঘ্ৰ, ঋক্ষ, সৰ্প, শুকৰ, মহিষ, নকুল, বিড়ালি, ঘোটক, পক্ষি আনো নানাবিধ মায়া দেখাৱল। তাহে দেখি নাৰদে বিহসি বোলল।

নাৰদ বোল—অয়ে মায়াৱতী, তঞি সব মায়া জানহ। ওহি মায়া কৰি কুমৰক হৰিতে যাৱহ, নাহি পাৰবি। শ্ৰীকৃষ্ণে আগধৰি বাৰ্ত্তা পাৱল। অনেক প্ৰবন্ধে লোহাগড় বান্ধি ৰাখত। তই কিমতে অন্তেষপুৰে প্ৰৱেশবি! যদিবা কুমৰক পাশ পাইলে কি প্ৰকাৰে আনবি? সোহি হৰণলুকি মায়া মোহোক আগে দেখাৱহ।

সূত্ৰ—ওহি শুনি চিত্ৰলেখাৰ হৃদি কম্পয়ে লাগল। ঋষিক চৰণে ধৰি কাকূতি কয়ে বিনয়ে বোলল। তা দেখহ শুনহ নিৰন্তৰে হৰি-বোল হৰিবোল।

## গীত

**ৰাগ তুৰ, ভাটিয়ালি ধৰমজৌতি**

ধ্রুং—এ মুনি কৰু কৃপা মোৰে।
বিপাঙ্গে পৰিলো মেৰি আপদ ঘোৰে ॥
হৰলুকি মায়া মোত কহিয়ো বুজাই।
কেনমতে কুমৰক আনিবোহো যাই ॥
যব নাহি উপায় কহবি মুনি বৰ!
তোহো স্ত্ৰীবদ্ধ লাগে বুলিলো সত্যৰ ॥
মৰিবো নিচ্চয়ে আজি তোহাৰ আগত।
কপট চাৰহ মুনি ধৰো চৰণত ॥ (১২)

মায়াৱতী বোল—হা হা সখী, তোহোৰ অৱশ্যে মৰণ মিলল। তোহাৰ আগতে ময়ো মৰব। পূৰ্ব্বে সত্যকয়ে আৱলো। হে গুৰু তোহাৰ

পয়োবে লাগো। ওহি হৰলুকি মায়া হামাত কহ। যব নাহি কহবি তব দোহো স্ত্ৰীৰ বন্ধে তোহাক পাৱব।

সূত্ৰ—ওহি বুলি মায়াৱতী মৰিবাক সাজ ভেল। দেখি নাৰদে প্ৰবোধ কয়ে বোলল।

নাৰদ বোল—ঐয়ে চিত্ৰলেখি, তই নাহি মৰিবি। হৰলুকি মায়া কহো তা শুনহ। ভাদ্ৰ মাসৰ মধ্যে নিশা পূৰ্ণিমা তিথিত চন্দ্ৰগ্ৰহণ কালে খঞ্জৰি পক্ষী উৱাৱ কৰিতে লাম্ফ দিয়া ধৰি দুইহাতে মৰ্দ্দি তাহেৰ তিলেক লৈয়া ভ্ৰমৰী হুইবি। কুন্ত্ৰাক্ষৰ জলায়ে পশি কুমৰকো তিলক দিয়া ভ্ৰমৰকয়ে পিঠিভাগে লৈয়া গৃহৰ বাজ হুইবি। ইহাক নিশ্চয়ে জানবি।

সূত্ৰ—নাৰদক মুখে উপায় শুনি চিত্ৰলেখা গুৰুক সুমৰি তেতিক্ষণে হৰলুকি যোগ চিন্তিএ ভাদ্ৰমাসৰ পূৰ্ণিমা তিথি মধ্যনিশাত চন্দ্ৰগ্ৰহণ মিলাৱল। সে সমএ খঞ্জৰি পক্ষী উৱাৱল। লাম্ফ দিয়া ধৰি হাতে মৰ্দ্দি তিলক লৈয়া প্ৰমাণ পাৱল। তেতিক্ষণে ভ্ৰমৰী ভেল। পশ্চাৎ তিলক মছি নিজ ৰূপ ধৰি ঋষিক পাৱে প্ৰণামি বোলল।

চিত্ৰলেখা বোল—আহে গুৰু, তব প্ৰসাদে দুয়ো সখী বৰ্ত্তল। এতিক্ষণে দ্বাৰকাপুৰ চলিতে তয়ু চৰণে বিদায় মাগো।

শ্লোক

তত্ৰসুপ্তং সুপৰ্য্যঙ্কে প্ৰাদ্যুম্নি যোগমাশ্ৰিতা
গৃহিত্বা শোণিতপুৰং সখ্যৈ প্ৰিয়মদৰ্শয়ৎ ॥ (১১) ॥

সূত্ৰ—ঐচন প্ৰকাৰে মায়াৱতী ঋষিক প্ৰণামিএ যৈচে দ্বাৰকাপুৰে চলল তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ, শ্ৰীপৰিতাল**

চলিলি চিত্ৰলেখা দ্বাৰকাক লাই।
ৰথত চৰিয়া শীঘ্ৰে ঘোৰাক ডকাই ॥
বায়ুক বেগে চলয় ৰথখান।
কুমৰৰ মন্দিৰ দেখিলা বিদ্যামান ॥
চতুৰ্পাশে বীৰসবে শৰধনু ধৰি।
পৰম আনন্দে আছে গৃহক আবৰি ॥ (১৩)

সূত্ৰ—ঐচন প্ৰকাৰে মায়াৱতী দ্বাৰকাপুৰ পশি দেখল। অনিৰুদ্ধ কুমৰক লোহাগড় বান্ধি প্ৰবন্ধে থৈয়া আছে। পূবে হনুমন্ত, পশ্চিমে গৰুড় পক্ষীৰাজ, উত্তৰে কামদেৱ, দক্ষিণে সাম্বদেৱ। এহি চাৰি মহাবীৰে কৃষ্ণক আদেশে কুমৰক ৰাখত। পুনঃ অন্বেষপুৰে প্ৰৱেশি জলগৃহে পশি আপুনি শয্যাত অনিৰুদ্ধ কুমৰক ভেণ্ট পাৱল। সমীপ চাপি ফোট দেলহ। তেতিক্ষণে ভ্ৰমৰ ভেল। তদন্তৰে মায়াৱতী পুনঃ শোণিতপুৰে আৱল। আকাশে থাকি যে বোলল।

কথা—

চিত্ৰলেখা বোল—আহে পৰমেশ্বৰ! তোহোৰ নাতি অনিৰুদ্ধ কুমৰক চিত্ৰলেখা হৰি লৈয়া যাওঁ, শুধা ঘৰখন ৰাখি থাকহ।

সূত্ৰ—হেন শুনি দ্বাৰকা নগৰ উষমিস লাগি গেল।

সূত্ৰ—জলগৃহমধ্যে কুমৰক নাহি পেখিয়ে প্ৰদ্যুম্ন যৈচে বিলাপ কয়ল।

কামদেৱ বোল—আহে পুতা, তোহাক গৃহমধ্যে হন্তে কোনে লৈয়া গেল? হামু একো সন্তেদবাৰ্তা নাহি পাৱলো। হৰি হৰি বিধি হামাৰ কম্পালে ঐচন লেখল।

সূত্র—প্রদ্যুম্নক ঐচন বিলাপ পেক্ষিএ শ্রীকৃষ্ণ যে বোলল।

শ্রীকৃষ্ণ বোল—শুনিয়োক কামদেৱ এৰিওক কষ্ট।
মোহৰ নাতিৰ একো কালে নাহি নষ্ট ॥
ৰূপে গুণে বলে বীৰ্য্যে মোহৰ সমান।
কোনে কি কৰিবে পাৰে নিত্যক যিবা স্থান॥

সূত্র—ওহি বুলি শ্রীকৃষ্ণ সবাকো স্বস্থ কৰিএ বাৰিষাৰ চাৰিমাস শোক কএ ৰহল। তদন্তৰে কুমৰে চিত্ৰলেখাক চাই যে বোলল।

কুমৰ বোল—[ একো উদিশ নপাই ] আহে সুন্দৰী, তোহো হামাক আলিঙ্গন দেহ। তোহাৰ নিমিত্তে মদনে দহয়। হস্তে পৰশিএ হামাক জীৱাৱ।

তা শুনি চিত্ৰলেখা বোল—আহে প্রভু, তোহো কি নিমিত্তে চিত্ত বিকল কৰইছ। বাণেৰ নন্দনী উষা নামে এক সুন্দৰী আছয়। তাহেক চাহিতে হামু দাসীকো যোগ্য নোহে। সেৱকিনী বুলি ক্ষেমা কৰহ।

সেৱকিনী জানি প্রভু ক্ষেমিয়োক মোক।
খুদ খাই নষ্ট কৰা অমৃতৰ ভোগ ॥
উষা নামে সখী আছে তব প্রিয় নাৰী।
সৰ্ব্বাঙ্গে সুন্দৰী তেহো মই কোন ছাৰি ॥
একে সম্বন্ধত সখী আৰু মই দাসী।
আমাৰ পাশক প্রভু কেনে অভিলাষী ॥
দাসী বধূ জীৱ সখী শৰণীয়া নাৰী।
ৰাজভাৰ্য্যা গুৰু-পত্নী চাণ্ডালীৰ নাৰী ॥
ইহাক হৰণে মাতৃগমনৰ পাপ।
হেন জানি মোক খেমা কৰিওক বাপ ॥

কথা—আহে প্রভু, মালতী পুষ্পক এৰি দুৰামালি পিন্ধয় ?



অমৃতক এৰি কোনে খাৰপানী খাই ? ইহাজানি আমাক খেমা কৰহ।

সূত্র—ওহি বুলি চিত্ৰলেখা কুমৰক কৰযোৰি নানা ৰাগ গীত গাই চলি যাইতে শোণিতপুৰ পাৱল। ৰথ হন্তে নামি মায়াৱতী কুমৰক আনি উষাৰ মন্দিৰে প্রৱেশ ভেল। কুমৰক দেখি উষা গাৱ ছালি উঠি কতিপয় ভৰি আগবাঢ়ি গৈয়া প্রণাম কয়ল। যোহিৰূপে সোপনত দেখল তাহাতো অধিক সাক্ষাতে দেখিল। তদন্তৰে চিত্র-লেখি উষাক চাই যে বোলল।

চিত্ৰলেখা বোল—হে সখী, তোহো যাহেক স্বপ্নে দেখি বিৰহিনী হুয়া আছহ, সোহি কুমাৰক হামু আনি দেৱলো।

সূত্র—তদন্তৰে ৰত্নময় আসন পাৰি দিয়া গলে সাবটি ধৰি বিচিত্র আসনে বৈসাই চৰণ ধুৱাঅল। পাদ্য অৰ্ঘ্য মধুপৰ্ক আচমনি দেলহ। গন্ধে পুষ্পে ধূপদীপে চন্দন দিয়া পূজা কয়ল। দিব্যবসন পৰি-ধান কৰায়া কৰ্পূৰ তাম্বূল দেলহ। তদন্তৰে উষা দিব্য সুগন্ধি পুষ্পৰ মালা দিয়া পাৱে প্রণামি স্বামী বৰল। তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

### ৰাগ মাহুৰ, পৰিতাল

ধ্রুং—আনন্দে বাণনন্দনী হাসে।
কুমৰক পাশে চলএ লয়লাসে ॥
পদ—পৰিয়ে পটম্বৰ লীলাগতি ধাই।
মত্ত গজগামিনী কামিনী মাই ॥
স্বামীক মাথে মালা পৰিধাই।
পৰি পৰণাম কয়লি পুনু মাই ॥ (১৪)

কথা—আহে প্ৰাণনাথ ! স্বপ্নত তুমি সমে ৰতিৰস পাৱলো । জাগি নেদেখি মৰিতে চাৱলো । চিত্ৰলেখা সখীৰ নিমিত্তে প্ৰাণ ৰাখলো। তোহাক চাহিতে দাসীক যোগ্য নোহো । তথাপি তোমাক আনলো। ইহা জানি চৰণক দাসী বুলি অনুগ্ৰহ কৰহ ।

সূত্ৰ—ওহি বুলি উষা কুমৰক মাথে কুসুম মালা দিয়া স্বামী বৰল । দোহো আসুৰী বিবাহ ভেল । সখী চিত্ৰলেখাই দুইহান্তকো বিবাহ বিধান কৰাৱল । দশ দশ পাৱ আগবঢ়াই আনি দীপ লগাই ঘট থাপি দুৰ্ব্বাক্ষত সিঞ্চি আপুন উৰুলি মঙ্গল কয়ল । দুইকো দুই পৰিধান কৰাৱল । দুই হান্তকো কৰ্পূৰ তাম্বূল ভুঞ্জাই দোহোক দোহো চুম্বন দিয়াঅল । একে আসনে বেসাই কেশ একত্ৰ কয়ে জল সিঞ্চি লগ্ন গান্থি দেলহ । নানা উপায়নবেঞ্জন ষড়ৰসে ভোজন কৰাৱল । তিনি বাজে ইটো কথা কোনো নৰনাৰী নাহি জানত। তদন্তৰে অনিৰুদ্ধে উষাৰ মুখ চাই যে বোলল ।

অনিৰুদ্ধ বোল—আহে সুন্দৰী, তোৰ ৰূপ দেখি মোক মদনে দহয় । বিলম্ব ছোৰি এখনে শয্যাক চলহ ।

সূত্ৰ—ওহি বুলি কুমৰ উষাক হাতে ধৰি শয্যাক প্ৰৱেশি নানা ছন্দে ৰতিৰসে কৌতুকে ষোড়শ শৃঙ্গাৰ ভাব দেখাই ৰমণীক মন পূৰি অন্তেষপুৰে থিক । ততঃ পৰ একদিবসে কুজী নামে এক দাসী উষাৰ মন্দিৰ পশি কুমাৰীক সঙ্গে কুমৰক দেখিয়ে চক্ষু পকাই চাই যে বোলল ।

কুজী বোল—ঐয়ে চোৰ, তঞ্চি কৈৰ হন্তে ৰাজ্জাৰ অভ্যন্তৰে আছহ। মৰণকো শঙ্কা নাহি, কেশে ধৰি হাতে গলে বান্ধি গলে প্ৰহাৰি ৰাজ্জাৰ আগে দিবো । আৰে পাপিষ্ঠ সত্বৰে গৃহৰ বাজ হৱ ।

সূত্ৰ—ওহি বুলি কুজী ছটফট কৰত । তদনন্তৰে উষা তাইৰ ভাব দেখি যে বোলল ।

উষা বোল—ঐএ পামৰি, ঐচন গৰ্ব্ব কৰি কত লপস ? চৰৱ মাৰি দান্ত সৰাৱবো । গোৰ মাৰি কঁুজ ভাঙ্গি গৃহৰ বাজ কৰবো



সূত্ৰ—ৰাজনন্দনীক ঐচন বচন শুনি তাই তেতিক্ষণে ঘৰৰ বাজ ভেল । শীঘ্ৰে বেগে গৈয়া মধুমতী পতেশ্বৰীৰ আগে উষাৰ বিচেষ্টা সব কহল ।

কুজী বোল—আহে মাৰ, পটেশ্বৰী, তব দুহিতা হামাৰ হাক ডাক মানয়ে নাহি । স্বতন্ত্ৰে কৈৰবা এক পুৰুষে লৈয়া আছয় । বাধা কৰন্তে নাক কাটিতে খোজয় । যদ্যপি মোৰ বচনে সঞ্জাত নাহি মানস, আপুনি দেখ গৈয়া ।

সূত্ৰ—ওহি শুনি পটেশ্বৰ* তাইক হাতে ধৰি বোলল ।

পটেশ্বৰী বোল—ঐএ কঁুজী, তই এখনে ৰাজাত নাহি জনাৱবি । জীৱক দূষিত শুনি ৰাজা লাজ পাৱৱ । তোক প্ৰসাদ দেওঁ ।

সূত্ৰ—ওহি বুলি পটেশ্বৰী আপেনাৰ দিব্য বস্ত্ৰ অলঙ্কাৰ তাইক দেলহ । সোহি প্ৰসাদ পাই মনে হৰষিত হুয়া তেতিক্ষণে গৃহৰ বাজ হুই নৃপতিৰ পাশে চলল । পথে যাইতে এক দৈয়জ্ঞক লাগ পাই পুছত ।

কুজী বোল—আহে দৈয়জ্ঞ, মোহোৰ দিন ভাল কি মন্দ তোহো গণিতা কৰহ ।

তা শুনি দৈয়জ্ঞ বোল—অঃ তোহো ৰাজপটেশ্বৰী হোৱবি হেন গণিতাত পাৱলো । নৃপ তৰ পাশে গৈলে মোহোক সুমৰিবি । ওহি শুভ-ক্ষণে যাৱ ।

সূত্ৰ—গণকৰ বাক্য শুনি আথেবেথে ৰাজাৰ পাশে চলল । কতো দূৰ যাইতে নাপিতক লাগ পাই তাহেৰ দৰ্পণ আনি হাতে লৈয়া দান্ত নিকটাই চাৱল । চোখে কুভাঞ্জ বিকৃত মুখ দেখিয়ে ক্ৰোধে মাথা জঙ্কাৰি নাপিতক চাই যে বোলল ।

কুজী বোল—ঐয়ে নাপিত, তই ইটাৰ ধূলি দিয়া দৰ্পণক কৈছে নমা-জস, মোত হেলা কৰছি । পটেশ্বৰী ভৈলে তোক যি কৰবো পাছে বুজবি ।

সূত্ৰ—ওহি বুলি তাই দৰ্পণক আচাৰি পেলাই ৰাজসভা পশিএ বাণ নৃপতিৰ আগে উষাক বিচেষ্টা জনাৱল ।

কুঁজী বোল—আহে মহাৰাজা, তব দুহিতা উষাক কথা শুনহ । কৈৰবা এক পুৰুষে সহিতে অন্তেষপুৰে থিক । শৃঙ্গাৰৰ চেষ্টা দেখলো । ভালমতে লক্ষলো, যে যুৱাই তা কৰহ ।

সূত্ৰ—ঐচন দুহিতাৰ দূষিত শুনিয়ে ৰাজা পিঠি দিয়া আন ভিতি চাৱয় । পুনৰপি কহয় । তাহে শুনি বাণৰাজা পৰম ক্ৰোধে দূতক মাতি যে বোলল ।

বাণৰাজা বোল—ঐএ দূত, ওহি কুঁজীৰ নাক-কাণ কাটহ । যদ্যপি উষা দূষিত হয় ওহি সমাজত কহি মোহোক কেন লাজ কৰয় ?

সূত্ৰ—ৰাজাৰ আদেশে তেতিক্ষণে ধৰি দূতে নাক কাণ কাটিয়ে সমাজৰ-পৰা হুঙ্কাৰি খেদাৱল ।

শ্লোক

ততঃ প্ৰব্যথিতো ৱাণো দুহিতুঃ শ্ৰুতদূষণঃ ।
ত্বৰিতঃ কন্যাকাগাৰং প্ৰাপ্তোঽদ্ৰাক্ষীদ্‌যদূদ্বহম্ । ১২ ॥

সূত্ৰ—আহে লোক, উষাক ঐছন বিপৰীত চেষ্টা শুনিয়ে ৰাজা লাজে কোপে জৰ্জ্জৰিত হুয়া সেনাসৱ সঙ্গে লৈয়া শীঘ্ৰে বেগে উষাক মন্দিৰ যৈছে প্ৰৱেশল তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰিবোল ।

## গীত

**ৰাগ কামোদ, পৰিতাল**

ধ্ৰুং—কোপে বাণৰাজা জঙ্কাৰে বাহু ।
চান্দক খেদি যাই জচ ৰাহু ॥



পদ—প্ৰকতি দান্ত বেগে যাই ধাই ।
অস্ত্ৰ-শস্ত্ৰ হাতে যম পৰাই ॥
আৰকত নয়ন ফুৰাৱে ঘনে ।
ভৈলন্ত প্ৰৱেশ কন্যা সদনে ॥ (১৫)

শ্লোক

কামাত্মজং তং ভুৱনৈকসুন্দৰং শ্যামং পীতাম্বৰমম্বুজেক্ষণম্
বৃহদ্ভুজং কুণ্ডলকুন্তলত্বিষা স্মিতাৱলোকেন চ মণ্ডিতাননম্ ॥ ১৩ ॥

সূত্ৰ—ঐচন প্ৰকাৰে বাণৰাজা আহি উষাক মন্দিৰ পশি দেখল সুন্দৰ পুৰুষেক সঙ্গে পৰম আনন্দে দোহো পাশা খেলাই থিক । কুমাৰৰ ৰূপ বিভূতি দেখি ৰাজা বিস্ময় ভেল । অসুৰগণে কুমৰক গালি পাৰিতে লাগল ।

দানৱসৱ বোল—ঐএ চোৰ পাপিষ্ঠ, কৈৰ হন্তে আসি ৰাজাৰ অন্তেষ-পুৰে আছহ ? তোৰ মৰিবাক শঙ্কা নাহি । গলে লোহাত বান্ধলি, কোপিত সৰ্পৰ আগে গাৱ ঘেলাৱ । কেশে ধৰি বাজ কৰবো । তোহাক কে ৰাখিবে ?

সূত্ৰ—ঐচন প্ৰকাৰে দানৱগণে অনেক গালি পাৰত ।

তাহে শুনি কুমৰ বোল—অঃ হামু শ্ৰীকৃষ্ণক নাতি । প্ৰদ্যুম্নৰ পুত্ৰ হামাৰ নাম অনিৰুদ্ধ । স্বভাৱে ৰাজাৰ কুটুম্বিতা ভেলো, হামাত ক্ৰোধ ছোড়হ ।

সূত্ৰ—অসুৰসৱে কুমৰক বাক্য শুনয়ে নাহি । ধৰ ধৰ মাৰ মাৰ বুলি ধৰিতে ধাৱল । তাহে দেখি অনিৰুদ্ধে পৰম ক্ৰোধে গৃহৰ তম্ভ উভাৰি লৈয়া যৈচে যুদ্ধ কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰি-বোল হৰিবোল ।

## গীত

**ৰাগ সাৰঙ্গ, পৰিতাল**

ধ্রুং—ধাৱে কামনন্দন হাতে তন্ত তুলি।
ক্রোধ কৰি সৱে দানৱ গৰ্জ্জয়
ধৰ ধৰ মাৰ মাৰ বুলি ॥
ফিঙ্কাৰে খাণ্ডাক হানে অস্ত্রজাক
বেঢ়িয়া দানৱগণ।
দেখি অনিৰুদ্ধে তন্তৰ সন্ধানে
কোবাই কৰিলা ছন্ন ॥
কাৰো উৰু কৰ কন্ধ পাত ভৈল
ৰুধিৰে দিগিধ কাই।
যৈচে কুকুৰক বৰাহে ভঙ্গাইল
কতো প্রাণৰাখি যাই ॥ (১৬)

সূত্র—ওহি প্রকাৰে অনিৰুদ্ধে দানৱসবক ভঙ্গাৱল দেখি ৰাণৰাজা বিস্ময় হুয়া যে বোলল।

বাণৰাজা বোল—আঃ, ইহাক হামি অতি পৰাক্রমী দেখলো। যুদ্ধে নাহি পাৰবো, নাগপাশ হানি বান্ধি থওঁ।

সূত্র—ওহি চিন্তি বাণৰাজা কুমৰক নাগপাশ হানি বান্ধি থৱল।

**শ্লোক**

নাগৈর্ব্বিচেষ্টিতং দৃষ্ট্বা উষাপ্রাদ্যান্নিমাতুৰা।
কৰোদ বাষ্পৰুদ্ধাক্ষী বিলপন্তী মুহুৰ্মুহুঃ ॥ ১৪ ॥

সূত্র—আহে লোক অনিৰুদ্ধক দৃঢ় বন্ধন দেখিএ উষা বিষাদে পিতাক গালি পাৰি যৈছে বিলাপ কয়ল তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ গৌৰী, জোতিমান**

ধ্রুং—হৰি হৰি কামিনী তাপিত তনুম।
পেখি পিউক মুখ মলিন বদন ॥
পদ—কতনোপুণ্যে হামু পাইলো ওহি পতি।
অন্ধ বধাতা হেন মিলাই বিপতি ॥
অয়ে নিদাৰুণ পিতা কঠিন হৃদয়।
কৈছে জীৱন্তে আছ নযা যমালয় ॥
লোতকে দিগিধ মুখ দগধ পৰাই।
কহে লক্ষীনাথ দাস গতি হৰি পায় ॥ (১৭)

## (মুক্তাৱলী)

উষা বোল—হা হৰি হৰি মই অভাগিনী এ
হাতৰ নিধিক বিধাতাএ বিৰম্বিল।
কত পুণ্যভাগে পাইলো ওহি স্বামী এ
মোহৰ কাৰণে আসিয়া বন্ধন পাইলা।
পায়সে পিষ্টকে ভুঞ্জাওঁ পঞ্চামৃতে এ
শুৱাঞো বিচিত্র খাটত তুলি বিচাই।
সিহেন শৰীৰ কেৱলে ভুমিত এ
পৰি আছে প্রভু নাগৰ পাশে মেৰাই।
কিনো নিদাৰুণ পিতৃ হুয়া তই এ
ৰাক্ষসতোধিক আছস কেন নখাই।
কেশৱ দেৱৰ প্রথম পুত্রৰ এ
স্নেহৰ নাতিৰ হেনসে ভৈল বিলাই। (১৮)

সূত্ৰ—ঐচন প্ৰকাৰে ক্ৰন্দনকয়ে বালা মূৰ্চ্ছিত হয়া পৰল। তাহে দেখি চিত্ৰলেখা আথবেথ কৰি শিৰে জল সিঞ্চি প্ৰবোধকয়ে বোলল।

চিত্ৰলেখা বোল—আহে সখী, তোহো শোক ছাড়হ, শোক ছাড়হ। শ্ৰীকৃষ্ণে আসি তোহাৰি স্বামীক বান্ধ ছোড়ব। ওহি দৈত্যসৱক প্ৰলয় মিলাৱব। তোহো অচিন্তে ৰহ।

সূত্ৰ—সখীক বচন শুনি দেৱী কিছু স্বস্থ হৈয়া ৰহল।

শ্লোক

অপশ্যতাঞ্চানিৰুদ্ধং তদ্বন্ধূনাঞ্চ ভাৰত
চত্বাৰো বাৰ্ষিকা মাসা ব্যতীয়ুৰনুশোচতাম্। ১৫॥

সূত্ৰ—জৈসানি মায়াৱতী অনিৰুদ্ধ কুমৰক হৰি আনল কৃষ্ণ ৰাম কাম আদি যদুবীৰগণে কিছু উদিশ নাপাই চাৰিমাস শোক কয়ে বিষাদে ৰহল থিক। তদনন্তৰে নাৰদ আসি অনিৰুদ্ধক বৃত্তান্ত সবে নিবেদল, তা দেখহ।

শ্লোক

কিন্তয়াবিষিদং দেৱ সৰ্ব্বং জানাসি মায়য়া।
দৃষ্টং ময়ানিৰুদ্ধঞ্চ নিবদ্ধং বাণশাসনে॥ ১৬॥

নাৰদ বেলে—হে পৰমেশ্বৰ তোহো নিচিন্তি ৰহৈছে। বাণক নন্দনী উষা স্বপ্নে দেখি চিত্ৰলেখাক পঠাই অনিৰুদ্ধক হৰি নিয়াৱল। দেখি বাণাসুৰে যুদ্ধ কয়ল। বলে নাহি পাৰি নাগপাশে বন্দী কয়ে থিক। সূৰ্য্যক প্ৰসাদে মাৰিতে নাহি পাৰল। তোহো দুষ্টক দণ্ডিতে অৱতাৰ হুয়া আছহ। ইহা জানি যে ইচ্ছা তা কৰহ।

সূত্ৰ—ওহি বুলি নাৰদ চলি গেল। তদনন্তৰে শ্ৰীকৃষ্ণক যুদ্ধ বিক্ৰম পয়ান শুনহ।



শ্লোক

নাৰদাৎ তদুপাৰ্কৰ্ণ্য বাৰ্ত্তা বদ্ধস্য কৰ্ম্মচ
প্ৰযযুঃ শোণিতপুৰং বৃষ্ণয়ঃ কৃষ্ণদেৱতাঃ॥ ১৭॥

সূত্ৰ—নাৰদক মুখে নাতিক বধ শুনি শ্ৰীকৃষ্ণ বৃষ্ণিবংশক সম্বুধি বোলল।

কৃষ্ণ বোল—আহে জ্ঞাতিসৱ, নাতিক দুখ শুনি হামাৰ হৃদি সহয়ে নাহি, তোহো সব সত্বৰে সাজি মোহোৰ সঙ্গে চলহ।

সূত্ৰ—আহে সামাজিক লোক! শ্ৰীকৃষ্ণ পৰম আড়ম্বৰে যদু বীৰগণ সহিতে ৰথে চৰি দ্বাদশ অক্ষৌহিনী সেনাসৱে সঙ্গে লৈয়া যৈচে শোণিতপুৰে চলল তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰিবোল।

## গীত

**ৰাগ মাহুৰ ধনশ্ৰী, পৰিতাল**

ধ্ৰুং—শোণিতপুৰে চললি জগত আধাৰ।
ৰূপে মনমথ জিনি বিৰাজিত
কৰে শাৰঙ্গ চক্ৰধাৰ॥
কিৰীটি কুণ্ডল কঙ্কণ কেয়ূৰ
কস্তুভ বনমালা শোভে।
কঙ্কণ কিঙ্কিণী বাজে মঞ্জীৰমণি
হেৰিয়ে ভুবন মোহে॥ (১৯)

সূত্ৰ—ওহি চমৎকাৰে শ্ৰীকৃষ্ণ চলিতে শোণিতপুৰ নগৰক পাৰ্শ্বে অগ্নিগড় দেখি সেনাসৱ থমকি ৰহল। বৃহৎ অনল নগৰক চতুৰ্পাশে বেঢ়ি ৰহৈছে। তাহে দেখি শ্ৰীকৃষ্ণে গৰুড়ক আদেশ কয়ল।

শ্ৰীকৃষ্ণ বোল—আহে পক্ষীৰাজ, ওহি অগ্নি তোহো জলসিঞ্চি নিবাৰণ কৰহ।

সূত্র—কৃষ্ণক আদেশে পক্ষীৰাজে জলবৃষ্টিকয়ে অগ্নিগড় নুমাৱল ।

পদ—বাৰ অক্ষৌহিনী সেনাসৱ সঙ্গে
বেঢ়ল নগৰ চৌপাশে ।
ভাঙ্গল পুৰ গড় প্রাকাৰ গোপপুৰ
কহতু লক্ষীনাথ দাসে ॥

সূত্র—ঐচন প্রকাৰে শ্রীকৃষ্ণ শোণিতপুৰ প্রবেশি পাঞ্চজন্য শঙ্খ ধ্বনি কয়ল। তাহে শুনি বাণৰাজা সঙ্গে সেনাসৱ সাজি লৈয়া কৃষ্ণক যুঝিতে শীঘ্রে চলল। আহে সভাসদ লোক, শ্রীকৃষ্ণক শঙ্খ ধ্বনি, শুনিয়ে সে বাণৰাজা দানৱসৱ সঙ্গে লৈয়া যৈচে যুদ্ধক খেদি আৱল, তা দেখহ শুনহ। নিৰন্তৰে হৰিবোল হৰিবোল ।

## গীত

**ৰাগ ইমন, পৰিতাল**

ধ্রুং—ধাৱে বাণৰাজা দিব্যৰথে চৰি ।
সন্নাহ কবচ হাতে ধনু ধৰি ॥
যাদব বধিবে মনে কৰিয়া নিছয় ।
সাৰথি ঘোঁৰাক শীঘ্রে ৰথক ডাকয় ॥
সমৰ ভূমিত গৈয়া ভৈলা উপসন্ন ।
দীনহীন লক্ষীনাথে এহু ৰস ভাণ ॥ (২০)

সূত্র—আহে লোক, ঐচন প্রকাৰে বাণৰাজা সমৰভূমিত প্রৱেশল । তাহে দেখি রুদ্রদেৱ তাহেক ভকত বাণক ৰাখিতে লাগি সুতগণ সহিতে হাতে শূল ধৰি খেদি আসি শ্রীকৃষ্ণক সম্বুধি বোলল ।

শঙ্কৰ বোল—হে কৃষ্ণ, ওহি বাণৰাজা হামাৰ পৰম ভকত । তাহাক ছোড়ি হামু সমে যুদ্ধ কৰহ ।



সূত্র—ওহি বুলি শঙ্কৰ শ্রীকৃষ্ণ সহিতে যুদ্ধ কৰিতে লাগল । তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল ।

## গীত

**ৰাগ কানাড়া, পৰিতাল**

ধ্রুং—কৰতু সমৰ দোহে হৰিহৰ ।
কুভাণ্ড কুপকৰ্ণে যুঝে হলধৰ ॥
কৰয় সমৰ বাণে যুযুধানে ।
কামে কাৰ্ত্তিকে দিব্য অস্ত্র হানে ॥
গণপতি শাম্বে কৰয় যুদ্ধ বৰ ।
ৰথে গজে ঘোৰে ভৈল সমৰ ॥
চাহিছে ব্রহ্মাদেৱ মুনিগণ ।
হৰিহৰ দোহো কৰন্ত ৰণ ॥
শঙ্কৰে অস্ত্র-শস্ত্র যোহি হানে ।
ছেদয় তাহেক কৃষ্ণক বাণে ॥
মোহল শঙ্কৰ বিজৃম্ভন শৰে ।
বাণক সেনা কাটয় দামোদৰে ॥
ছেদল কাহো কন্ধকৰশিৰ ।
পলাৱল অপৰ অসুৰ বীৰ ॥
তাহে দেখি বাণে দান্ত কামুৰি ।
কৃষ্ণক ধাৱল সাত্যকিক ছোড়ি ॥ (২২)

সূত্র—শ্রীকৃষ্ণে বিজৃম্ভন শৰে শঙ্কৰক মুহিয়ে দানবসেনা কাটিবে লাগল। তাহে দেখি বাণৰাজা সাত্যকিক এৰি আসি কৃষ্ণক সমুখে বোলল ।

বাণৰাজা বোল—হে কৃষ্ণ তোহো মুনিষাই কাহেৰ আগে দেখাৱ ? যত শকতি থিক হামু সমে যুদ্ধ কৰহ ।

সূত্র—ওহি বুলি বাণে পাঞ্চশত ধনুত সহস্র বাণ জুৰিয়ে যৈছে যুদ্ধ কয়ল তা দেখহ।

পদ—পাঞ্চশত ধনুত সহস্র জুৰি বাণ।
কৃষ্ণক হৃদয়ে কয়ল সন্ধান ॥
তাহে দেখি হৰি সাৰঙ্গ ধৰি।
কাটল শৰ খণ্ড খণ্ড কৰি ॥
ছেদিয়া সাৰথি ৰথ ধনুবাণ।
ফুঙ্কল পাঞ্চজন্য ভগবান ॥ (২৩)

সূত্র—শ্রীকৃষ্ণে বাণক ৰথ সাৰথি কাটল, বাণৰাজা বিৰথী হুয়া পৃথিবীত পৰল। তাহে দেখি তাহেক মাতা কোটৰী পুত্রনাশ শঙ্কায়ে লাজ এৰি উলঙ্গট হুয়া কৃষ্ণক সমুখে ৰহল। শ্রীকৃষ্ণে তাহেক নচাই অধোমুখ কয়ল। সোহি ছেগে বাণৰাজা ৰথধনু ভগ্ন হুয়া প্রাণ-ৰাখি পলাই নগৰ প্রৱেশল। আহেলোক বলোভদ্রে কুভাণ্ড কূপ কর্ণক জিনল। দুহো বীৰ ভঙ্গ হুয়া পলাৱল। কন্দৰ্পে কার্ত্তিকে অনেক যুদ্ধ কৰি কন্দর্পক স্কন্দে বহুত বিকর্থনা কয়ে বোলল।

কার্ত্তিক বোল—

পদ—শুন অৰে যদুবংশী ৰুক্মিণী কুমৰ।
ত্রিভুবনে তোৰ সম নাহি দুৰাচাৰ ॥
ইষ্টদেৱ সুমৰ ৰাখন্তা নাহি আন।
তোক মাৰি সমস্তৰে সাধিবো কৈলাণ ॥
তোৰপুষ্পধনুশৰ সহিতে নপাৰি।
হৰে গুৰুপত্নীবধু চণ্ডালী কুমাৰী ॥
আজি ধৰি জগতৰে দুৰ্গতি খণ্ডোক।
সাৱধান হুয়ো কাম পেষো যমলোক ॥ (২৪)

সূত্র—তাহেক কদৰ্থনা শুনি কন্দৰ্পে উত্তৰ দেলহ।



কামদেৱ বোল—

পদ—শুন অৰে গৌৰীসুত অবোধ অজ্ঞানী।
অকাৰণে মোক নিন্দা কৰস নজানি ॥
মোৰ পুষ্পধনুক কৰিলি উপহাস।
ভৈলি কেনমতে পুছ মাৱেৰৰ পাশ ॥
এহি পুষ্পধনু হৰে নপাইলন্ত উলি।
সতীৰ শৰক ফুৰাইলন্ত কান্ধে তুলি ॥
আৰু বাৰ পুষ্পশৰে নকৰিলো কিক।
বাউল হুয়া ফুৰিলেক পাৰ্ব্বতীৰ জীক ॥
হেন জগতৰে জন্ম কৈলি তই ব্রেথা।
কালিৰ ছৱাল পৰশুইৰ কহ কথা ॥
তোহাৰ অস্ত্রক মই ধৰি সাজ ভৈলো।
আছোক মোহোৰ শৰ পাছ কৰি থৈলো ॥
যতেক শকতি আছে ৰাখ আপোনাক।
তোমাৰ অস্ত্রৰে আজি মাৰিবো তোমাক ॥ (২৫)

সূত্র—ওহি বুলি মদনে শকতি তুলি ধৰল। তাহেৰ বিক্রম দেখি কার্ত্তিক ভঙ্গ মানি পলাৱল। তদনন্তৰে সামদেৱ গণপতি সহিতে শৰকয়ে উত্তৰ দেলহ।

সামদেৱ বোল—শুন অৰে গৌৰীসুত বচন আমাৰ।
ত্রিভুবনে তোৰ সম নাহি দুৰাচাৰ ॥
যিবেলাত গৌৰীপুত্র ভৈলি উতপন্ন।
তোক চাহিবাক লাগি আইলা দেৱগণ ॥
ত্রিদশে বোলন্ত কিবা পুছিলা আমাত।
কিবা বস্তু জগমাৱ নচলে তোমাত ॥
তোমাৰ পুত্রক সব দিলো এহিভাগ।
ভুঞ্জন্তোক পূজা এহি ত্রিদশতো আগ ॥
ভোজনৰ ভাৰে তোৰ ওলমিল পেট।
সমুখে চাহান্তে ভাল নেদেখোহো ভেট ॥

ঘোঁৰাৰ পিঠিত গজ কন্ধৰে উপৰে।
উঠিবাক নপাৰহ উদৰৰ ভৰে ॥
এন্দুৰ গোটক তুাম খুজি পাইলা যান।
সুন্দৰ শৰীৰ মুখখান থান থান ॥
হেন দেহে আসি মোক ৰণে দিলা ধাৰ।
পালটি ঘৰক চলা কি বুলিবো আৰ ॥
তথাপিতো যুঝ কষ্ট নকৰিয়া মনে।
ঘসাইবো তোমাক লেটিপেটি কৰি ৰণে ॥ (২৬)

সূত্র—ঐচন বিগুতি বুলি সামদেৱে লম্বোদৰক দোহো পাৱে হাতে ধৰি আনি মাটিত ঘসাৱল। তাহেৰ পৰাক্ৰমে ভঙ্গ মানি গণপতি পলাৱল। মাধৱত ভয় হুয়া শঙ্কৰৰ ভুতগণ যত সৱে পলাৱল।

শ্লোক

বিদ্রাবিতে ভুতগণে জৰস্ত ত্রিশিৰাস্ত্রিপাৎ
অভ্যধাৱত দাৰ্শাহং দহন্নিব দিশো দশ ॥ ১৮ ॥

সূত্র—ভৃত্যগণ ভঙ্গাৱল দেখি মহেশে ত্রিশিৰাজ্বৰ হানল। তাতে দেখি শ্রীকৃষ্ণে বিষ্ণুজ্বৰ খেপল। দোহো জ্বৰে বহুত যুদ্ধ কয়ল। ত্রিশিৰা-জ্বৰক বিষ্টোজ্বৰে পীড়ল। থৰথৰি সব শৰীৰ কম্পয়। মুখে বাক্যে নাহে, মহাত্রাসে শঙ্কৰৰ পাৱে পৰি বোলল।

ত্রিশিৰা বোল—প্রভু সদাশিৱ, হে ভুতনাথ, হে ত্রিনয়ন, হে ভয়হাৰী মোৰ প্রাণ ৰহয়ে নাহি। হে বাপ ত্ৰাহি ত্ৰাহি।

সূত্র—ত্রিশিৰাক ঐচন দুখ দেখিয়ে সদাশিৱ বোল। ঐএ ত্রিশিৰা, হামু কৃষ্ণক শৰে অচেতন ভেলো। তোহাক কিমতে ৰাখবো?

সূত্র—ওহি শুনি জ্বৰে শঙ্কৰত উপায় নপাই কৃষ্ণত শৰণাগত হুয়া কৰ-যুৰি জানু পাৰি স্তুতি আৰম্ভল।

## পয়াৰ

ত্রিশিৰা বোল—জয় নমে অনন্ত শকতি।
ব্ৰহ্মাদিৰো ঈশ লক্ষ্মীপতি ॥
জাত স্তে হোৱে চৰাচৰ।
নমো ব্ৰহ্ম জগত ঈশ্বৰ ॥
তব মায়া বিভূতি অনন্ত।
ভূমি ভাৰ হৰা ভগৱন্ত ॥
তয়ু তেজে তাপ পাই বৰ।
চৰণত কৰোহো গোচৰ ॥
কৰিয়োক ভয় নিবৰ্ত্তন।
সত্যে সত্যে পশিলো শৰণ ॥ (২৭)

সূত্র—ত্রিশিৰাক ঐচন বাণী শুনি পৰমেশ্বৰ তাহেক নিভয় দিয়া যে বোলল।

কৃষ্ণ বোল—ঐএ ত্রিশিৰা হামো তোহাত প্রসন্ন ভেলো। মোৰ জ্বৰত তোৰ ভয় নাহি। ওহি তোৰ মোৰ সম্বাদ যথাত কহয়, তই তথাত নাহি থাকবি।

শ্লোক

ইত্যুক্ত্বা অচ্যুতমানম্য গতো মাহেশ্বৰোজ্বৰঃ।
বাণস্তু ৰথমাৰুঢ়ঃ প্রাগাদ্‌যোৎস্যন্ জনাৰ্দ্দনম্ ॥ ২৯ ॥

সূত্র—এহি হোক বুলি ত্রিশিৰা কৃষ্ণক প্রণাম কয়ে চলি গেল। তদনন্তৰে বাণৰাজা পুনু ৰথ সাজি আসি কৃষ্ণক সমুখ হুয়া যে বোলল।

বাণৰাজা বোল—হে কৃষ্ণ, তোহাৰি প্রহাৰ হামু সহলো, অব মোহোৰ প্রহাৰ সম্বৰহ।

সূত্র—ওহি বুলি বাণৰাজা শ্রীকৃষ্ণক যৈচে অস্ত্র প্রহাৰল, আহে লোকাই তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল ।

## গীত

**ৰাগ তুৰ, পৰিতাল**

ধ্রুং—গৰজে দানৱ কৃষ্ণক লাই ।
পুনু ৰথ সাজি চৰি বাণৰাজা
আসিল কৃষ্ণক ধাই ॥
সহস্রেক কৰে নানাবিধ অস্ত্র
ধৰি প্রহাৰয় বাণ ।
তাহে দেখি হৰি হাতে ধনু ধৰি
কাটি কৈলা খান খান ॥
পুনৰপি হৰি সুদৰ্শন ধৰি
খেপল বাহুক লাই ।
যৈচে বৃক্ষশাখা ছেদিবাক লৈলা
দিন লক্ষীনাথে গাই ॥ ২৮ ॥

### শ্লোক

বাহুষু ছিদ্যমানেষু বাণস্য ভগৱান ভৱঃ ।
ভক্তানুকম্প্যুপৱ্রজ্য চক্রায়ুধমভাষত ॥২০॥

সূত্র—বাণক বাহু ছেদ দেখিয়ে হৰ জাজ্জ্বল্য সমান ক্রোধে হাতে ত্রিশূল ধৰি খেদি আসি কৃষ্ণক বোলল ।

শঙ্কৰ বোল—হে কৃষ্ণ, হামাৰ ভক্ত বাণৰাজা তাহেক তোহো বাহু ছেদ কয়লি তোহাক হামু চাৰব নাহি । হামাৰ শকতি দেখহ ।



সূত্র—ওহি বুলি হৰ বৃষভে চৰি খেদি আৱল । তাহে দেখি হৰি হৰক প্রতি সুদৰ্শন চক্র তুলি ধৰল । হৰিহৰ যুদ্ধ দেখি ত্রিভুবন ভয়ে কম্পমান ভেল । ব্রহ্মলোক হন্তে ব্রহ্মা হংসযানে চৰি আসি হৰক বোলল ।

ব্রহ্মা বোল—হে হৰ, তোহো কি পাগল ভেলি ? ভূমিক ভাৰ হৰিতে প্রতি তুমি আমি সবে প্রার্থী শ্রীকৃষ্ণক ৰবিতলে আনলো, ইহাত কেন জঞ্জাল কৰছি ?

সূত্র—ব্রহ্মাক ঐচন বাণী শুনি হৰে যুদ্ধ ছাড়ি হৰিষিত মনে শ্রীকৃষ্ণক তুতি আৰম্ভল ।

## ভটিমা

রুদ্র বোল—তুমি পৰব্রহ্ম জোতিময় কলেবৰ ।
নিগম নিগূঢ় বিষয়ৰ অগোচৰ ॥
নাভি ভৈল আকাশ চন্দ্রমা যাৰমন ।
জলে যাৰ ৰেতস বদন হুতাশন ॥
সূৰ্য্যো যাৰ চক্ষু ভৈল সমুদ্রে উদৰ ।
কেশ যাৰ ভৈলেক সম্যকে জলধৰ ॥
ঔষধি যাহাৰ ৰোম চৰণ ধৰণী ।
জগত উত্তৱ হেতু তুমি যদুমণি ॥
পৰ্ব্বত সকল অস্থি নিশ্বাসে পবন ।
দিনৰাত্রি নিমেষ বাহু জে ইন্দ্রগণ ॥
মই আদি যত দেৱ তোমাৰ পালন ।
তয়ু আজ্ঞা শিৰে ধৰি নিৱমো ভূবন ॥
তব মায়া বিমোহিত হুয়া জীঅ যত ।
পুত্রদাৰা গৃহাদিত আসক্ত মনত ॥

মঞি ব্ৰহ্মা আদি কৰি দেৱ মুনি যত।
সৰ্ব্বভাৱে ভজি আছোঁ তব চৰণত ॥
হেন তুমি পৰম ব্ৰহ্ম দেৱ সনাতন।
পৰমাত্মা ইষ্টদেৱ পশিলো শৰণ ॥২৯॥

শ্লোক

অয়ং মমেষ্টো দয়িতোঽনুবৰ্ত্তী মহভয়ং দত্তমমুষ্য দেৱ।
সম্পাদ্যতাং তদ্ভৱতঃ প্ৰসাদো যথাহিতে দৈত্যপতৌ প্ৰসাদঃ ॥২১॥

সূত্ৰ—কথা—হে শ্ৰীকৃষ্ণ ওহি বাণ মোহোৰ ভকত। হামু ইহাক অভয়দান দিয়াছি। তোহো আহেৰ প্ৰাণ ৰাখহ। বলি প্ৰহ্লাদক যিমতে কৃপা কৰছি তেহুমতে অনুগ্ৰহ কৰহ।

সূত্ৰ—শঙ্কৰক ঐচন বাণী শুনি শ্ৰীকৃষ্ণ বোল। আহে শঙ্কৰ তব বাক্যে বাণক প্ৰাণ ৰাখলো। কিন্তু দৰ্পচূৰ কৰি চাৰি বাহু ৰাখি অপৰ ভুজ ছেদ কয়লো। মোহোৰ প্ৰসাদে অজৰ অমৰ ৰূপে তোম্ভাৰ মুখ্য পাৰিষদ হুয়া থাকোক আৰ কিছু ভয় নাহি।

শ্লোক

ইতি লব্ধ্বাভয়ং কৃষ্ণং প্ৰণম্য শিৰসাসুৰঃ
প্ৰাদ্যুম্নিং ৰথমাৰোপ্য সবধ্বা সমুপানয়ৎ ।২২॥

সূত্ৰ—ঐচন অভয় বৰ পায়া বাণৰাজা কৃষ্ণক অষ্টাঙ্গে প্ৰণাম কয় উষা অনিৰুদ্ধক একে ৰথে তুলি আনি যৌতুক সমে কৃষ্ণক পাৱে সমৰ্পি বোলল।

বাণৰাজা বোল—হে পৰমেশ্বৰ, হামু তোহাৰি মহিমা নজানি দৰ্প কয়লো। অব তোহাক নাতি বোহাৰীক সহিতে যোগাৱলো, হামাক ভক্ত বুলি কৃপা কৰহ।

সূত্ৰ—ওহি বুলি দৈত্যৰাজ কৃষ্ণ শঙ্কৰক অভেদ কয়ে পুনু স্তুতি আৰম্ভল।

## ভটিমা

জয়জয় কৃষ্ণ হৰ ত্ৰিনয়ন।
তব পদ কমলে পশিলো শৰণ ॥
কিৰীটি কুণ্ডল ধৰ শ্যামল কায়।
নাগশেখৰ চন্দ্ৰ ললাটে সুহায় ॥
কৌস্তুভ কণ্ঠে বনমালী ধাৰী।
গলে গৰলধৰ ত্ৰিপুৰান্তকাৰী ॥
পীতাম্বৰ ধৰশঙ্খ-চক্ৰপাণি।
ত্ৰিশূল ডম্বৰুধৰ শিৱ মহাজ্ঞানী ॥
লক্ষ্মী সৰস্বতী যা কৰু সেৱা।
পাৰ্ব্বতী-বল্লভ চৰ্ম্মাম্বৰ দেৱা ॥
হেন দোহো দেৱ আদি অনাদি।
কয়লো দ্ৰোহ মই অপৰাধী ॥
লাগোহো পদপঙ্কজ ৰজোই।
সব অপৰাধ মৰস অব মোই ॥ (৩০)

সূত্ৰ—ওহি বুলি বাণে কৃষ্ণক চৰণে প্ৰণামি বিদায় লৈয়া শঙ্কৰক সঙ্গে চলি গেল। আহে সামাজিক লোক, দেখু দেখু কৃষ্ণক সমান কৃপালু দেৱতা নাহি নাহি। ওহি বাণাসুৰ মহা আতাইতাই পৰমদ্ৰোহী তবহো শিষ্য বুলি তাহেক প্ৰাণ ৰাখল। ইহা জানি কৃষ্ণ চৰণে শৰণ লৈয়া নিৰন্তৰে হৰিবোল হৰিবোল।

বিজিত্য বাণং তথা শঙ্কৰঞ্চ
লব্ধা-উষাং বাণনৰেন্দ্ৰকন্যাম্।
জগাম কৃষ্ণঃ সহ সানুবৰ্গৈঃ
দ্বাৰাৱতীং যাদৱৰাজগেহম্ ॥

সূত্ৰ—আহে সমাজিক লোক, শঙ্কৰক জিনিয়ে উষা অনিৰুদ্ধক লভিয়ে যাদব সেনা সহিতে পাঞ্চজন্য শঙ্খ ধ্বনি কৰিয়ে যৈচে দ্বাৰকা চলল তা দেখহ শুনহ, নিৰন্তৰে হৰিবোল হৰিবোল।

# গীত

**ৰাগ পূৰ্ব্বী, খৰমান**

ধ্ৰু— দ্বাৰকা চলে যদুৰাই ।
দেখি দেৱগণে কুসুম বৰিষে
ৰঙ্গে কৃষ্ণ গুণ গাই ॥
পদ—কিৰীটি কুণ্ডল কৰে জলমল
কেয়ূৰ কঙ্কণে লুলে ।
কৌটি সূৰ্য্য জিনি প্ৰকাশে মাধৱ
দেখি ত্ৰিভুৱন ভুলে ॥
সঙ্গে যদুগণ পৰম ৰঙ্গমন
চললি ধৰি যোগান ।
কৃষ্ণপদ কমলৰ মধুমকৰন্দ
দীন লক্ষীনাথে ভাণ ॥ (৩১)

সূত্ৰ—ঐচন প্ৰকাৰে শ্ৰীকৃষ্ণ দ্বাৰকাপুৰ প্ৰৱেশিয়ে আপুন মন্দিৰে ৰহল তদনন্তৰে অনিৰুদ্ধক মাতা আসি পুত্ৰ বহাৰীক হাতে ধৰি মহা-মহোৎসৱে গৃহে প্ৰৱেশ কৰাৱল ।

শ্লোক

এতদ্ কৃষ্ণস্য বিজয়ং শঙ্কৰেণ চসংযোগম্ ।
শ্ৰুয়তে ভণ্যতে যেন ন তস্যাপি পৰাজয়ঃ ॥ ২৩ ॥

সূত্ৰ—ওহি কৃষ্ণ শঙ্কৰযুদ্ধ বিজয় যাত্ৰা যাৰাসৰে শ্ৰৱণ কীৰ্ত্তন কৰে তাৰা সৱে পৰাজয় পাৱব নাহি । কৃষ্ণচৰণে প্ৰেম ভকতি বাধয়, বিশে-ষত কলিযুগে শ্ৰবণ কীৰ্ত্তন বিনে গতি নাহি সাধয় । জানি নিৰ-ন্তৰে হৰিবোল হৰি ॥ ইতি মুক্তিমঙ্গল চপয়ছন্দে ভট্টিমা ।



প্ৰলয়পয়োধিজলে বেদ উদ্ধাৰি ।
তাৰলি সত্যব্ৰত মীন মুৰাৰি ॥
ধৰি মন্দৰ দেৱ ভয় কৰুত্ৰাণ ।
কূৰ্ম্মৰুপী হৰি কৰু মঙ্গল বিধান ॥
দন্তাগ্ৰে পৃথিবী কয়লি উদ্ধাৰ ।
শূকৰ ৰূপে হিৰণাক্ষ কয়লি সংহাৰ ॥
মাৰি দৈত্যেন্দ্ৰক ভকত কয়ে ত্ৰাণ ।
সোহি নৃসিংহ কৰু মঙ্গল বিধান ॥
তিনিপদ ভূমি চলে ভূমি লৈলা কাঢ়ি ।
নিলে সুতলে বলি বামন মুৰাৰি ॥
ক্ষেত্ৰিয়ক মাৰি কৰু পৃথিবী নিৰ্যাণ ।
সোহি কৰতু মুকুতি মঙ্গল বিধান ॥
বান্ধি সমুদ্ৰে সেতু ৰাৱণক মাৰি ।
উধাৰল সীতা পিতৃবাক্যে মুৰাৰি ॥
প্ৰলম্ব ধেনুক দন্তবক্ৰ কৰু মাৰ ।
মঙ্গল কৰতু হলিৰাম অৱতাৰ ॥
বেদপন্থ উচ্ছাদি কয়লি একাকাৰ ।
বোধ মুকুতি কৰো পাষণ্ড আচাৰ ॥
ম্লেচ্ছ সৱ মাৰি কৰো সন্ত পৰিত্ৰাণ ।
কল্কিৰূপে হৰি কৰু মঙ্গল বিধান ॥
জগত পবিত্ৰ হৰি কথাৰ শ্ৰৱণে ।
পূৰ্ণব্ৰহ্ম ভৈলা কৃষ্ণ দৈবকী নন্দনে ॥
হৰিভক্তি প্ৰকাশিয়া তাৰিলা সংসাৰ ।
শ্ৰীমন্ত শঙ্কৰদেৱ সন্ত অৱতাৰ ॥
যাৰ যশকীৰ্ত্তি থৈলা সকলে জগত ।
সোহি কৰতু মুক্তি মঙ্গল সতত ॥
শ্ৰীচন্দ্ৰকান্ত ৰাজা নৃপতি প্ৰধান ।
কৰাৱত ওহি নাট নিৰমাণ ॥
হৰিহৰ যুদ্ধ নাম নাট পৰিপূৰ্ণ ।
হৰিক স্মৰণে আৰম্ভৰ হৌক পুন্য ॥

সমাপ্তিলো নাট এহি কৃষ্ণৰ পাৱে ।
কৃষ্ণপদে ভৃত্য লক্ষীনাথে গাৱে ॥
আমি অল্পমতি আতি মূৰ্খতে প্ৰধান ।
হৃদীশ্বৰ কৃষ্ণে মোক দিলা যোহি জ্ঞান ॥
সেহিমতি অনুসাৰে ৰচিলেহো নাট ।
শ্ৰবণে কীৰ্ত্তনে পাই বৈকুণ্ঠক বাট ॥
কাকুতি কৰোহো শুন সৱ লোকোই ।
হৰি বিনে বান্ধৱ আন নাহি হোই ॥
কলিমল বিনাশন কৃষ্ণগুণ নাম ।
জানি সবহি নৰ বোলা ৰাম ৰাম ॥ (৩২)

॥ **শ্ৰীকুমৰহৰণ-নাট সম্পূৰ্ণমিতি** ॥

**শ্লোক**

কৃষ্ণপাদপ্ৰসাদেন লক্ষীনাথেন ধীমতা
হৰি-শঙ্কৰয়ৌৰ্যুদ্ধং নিৰ্ম্মিতং .....

# শতস্কন্ধ-ৰাৱণ বধ

লিখক অজ্ঞাত

# শতস্কন্ধ-ৰাৱণ বধ

**শ্ৰীকৃষ্ণায় নমঃ**

## নান্দী

যন্নামখিললোকশোকশমনং যন্নাম প্ৰেমাস্পদম্ ।
পাপাপাৰপয়োধিতাৰণৱিধৌ যন্নামপীনপ্লৱঃ ॥
যন্নামশ্ৰৱণাৎ প্লুণাতিশ্বপচঃ প্ৰাপ্নোতি মোক্ষং ক্ষিতৌ ।
তং শ্ৰীৰামমহং মহেশৱৰদং ৱন্দে সদাসাদৰম্ ॥ ১ ॥

**অপিচ**[১]

## গীত

**ৰাগ সুহাই, একতালি**

জয় জয় ৰঘুকুল ৰাম ।
কৰোহো পৰিয়া প্ৰণাম ॥
যাহাক চিন্তি নামগুণ গাই ।
মহা মহা পাপী গতি পাই ॥

---

[১] 'অপিচ'ৰ পাছত এটা শ্লোক আছে, কিন্তু অনুস্বাৰ বিসৰ্গযুক্ত শব্দ-সমষ্টিৰ বাহিৰে তাক শ্লোক বুলিব নোৱাৰি। পোনাবৰ সাধ্য নাই।

হেন ৰাম ভাৰ্য্যাৰ বাক্যত ।
শতস্কন্ধ হন্তে ভৈল পৰাজিত ॥
মনুষ্যৰ চেষ্টাক দেখাই ।
কৰিলন্ত লীলা অনেক ঠাই ॥
সীতা কালী ৰূপক ধৰিলা ।
শতস্কন্ধ বীৰক বধিলা ॥
ৰাম পাৱ মনে সাৰ কৰি ।
সঘনে ঘুষিয়ো ৰাম হৰি ॥ (১)

সূত্ৰ—নান্দন্তে সূত্ৰধাৰঃ। অলমতি বিস্তৰেণ। প্ৰথমে মাধৱ, মাধৱ ইত্যুক্ত্বা সভাসদান্ সম্বুধ্য আহ।

শ্লোক

ভো ভো সভাসদা, শৃণুধ্বমধুনা বচঃ ।
শ্ৰীৰামবিজয়শতস্কন্ধবধনামনাটকং মুক্তিসাধকম্ ॥ ২ ॥

# অথ ভটিমা

জয় জয় ৰঘুকুল তিলক শ্ৰীৰাম ।
তুৱা পাৱে কৰোহো প্ৰণাম ॥
মহাপাপী যাৰ নাম গাই ।
সুখে ভৱনদী পাৰ পায় ॥
সোহি প্ৰভু দেৱতাৰ দেৱ ।
ব্ৰহ্মা হৰে অন্ত নপাই কেৱ ॥
একদিনা ৰামে ভাৰ্য্যাৰ মুখত ।
শুনি শতস্কন্ধ বীৰৰ মহত্ ॥
ভাৰ্য্যা সমে বাক্যযুদ্ধ কৰি ।



সিংহল দ্বীপক গৈলা শীঘ্ৰে কৰি ।
লক্ষ্মণ সহিতে যাই উপস্থিত ভৈলা ।
শ্ৰীৰাম যাইবাৰ বাৰ্ত্তা দ্বাৰীয়ে জনাইলা ॥
শুনি শতস্কন্ধে পাছে হাঁসি হাঁসি চাই ।
বিস্তৰ বুজাইলা ৰামলক্ষ্মণক চাই ॥
তথাপিতো ৰামে যুদ্ধ বিচাৰে প্ৰবন্ধে ।
অযোধ্যাত হস্তবঢ়াই থৈলা শতস্কন্ধে ॥
এহিমতে তিনিবাৰ পালটাই থৈলা ।
দেখি প্ৰভু পুনৰায় সসৈন্যে চলিলা ॥
ৰামৰ ৰথক ধৰি দিলা তিনিপাক ।
অচেতন হুয়া ৰাম হৰাইলা চেষ্টাক ॥
সসৈন্যে সহিতে বীৰে ৰামক বধিলা ।
হনুমন্তে সেহি বাৰ্ত্তা সীতাক জনাইলা ॥
শুনি দেৱী কালীৰূপ তেতিক্ষণে ধৰি ।
শতস্কন্ধ ৰাক্ষসক সসৈন্যে সংহৰি ॥
ৰামৰ দেখিয়া মৃত্যু শোকাৱিষ্ট ভৈলা ।
অমৃত নয়নে চাহি তেখনে জীয়াইলা ॥
সসৈন্যে সহিতে ৰাম অযোধ্যাক আইলা ।
লক্ষ্মণ সহিতে নিজ থানে বৈলা ॥
ৰামক বিজয়ে আতি অনুপাম ।
শতস্কন্ধ বধ ইহাৰ নাম ॥
ভকতিক সাধি শুনা সবে লোই ।
ৰাম নাম বিনে বান্ধৱ নাই ॥
জানি নৰ তেজি আন কাম ।
নিৰন্তৰে ডাকি বোলা ৰাম ৰাম ॥ (২)

সূত্ৰ—আহে সামাজিক লোক, যে জগতত গুৰু নাৰায়ণ দশৰথ গৃহে শ্ৰীৰামৰূপে অৱতৰি নানা বিনোদ কৰত, সম্প্ৰতি সীতাৰ বিৰোধ বাক্যে সিংহলক যাই লীলাকয়ে পৰাজিত হুয়া সীতাৰ হস্তে শতস্কন্ধ ৰাক্ষস মৰাৱল, সোহি লীলাযাত্ৰা পৰ কৌতুকে ওহি সভামধ্যে কৰব। ইতি জ্ঞাত্বা সৰ্ব্বে সাৱধানে স্থিয়তাম্।

সূত্ৰ—[আকাশে কৰ্ণং দত্বা] আহে সঙ্গী সখি কি বাদ্য শুনিয়ে ?

সঙ্গী বোল—আহে সঙ্গী সখি দেৱ দুন্দুভি বাজত, বাজত।

সূত্ৰ—আঃ শ্ৰীৰামচন্দ্ৰ মিলল মিলল।

শ্লোক

প্ৰৱেশমকৰোৎ ৰাজা ৰামোৰাজীৱলোচনঃ
ভাৰ্য্যাভ্ৰাতৃসমন্বিতো ধনুৰ্ব্বাণসুশোভিতঃ ॥ ৩ ॥

সূত্ৰ—আহে সামাজিক লোক, হামু যাহেৰি কথা কহৈছি সোহি শ্ৰীৰামচন্দ্ৰ ভাৰ্য্যা ভ্ৰাতৃ সমে ওহি সভামধ্যে প্ৰৱেশকয়ে এ আৱত, এ আৱত, তা দেখহ শুনহ নিৰন্তৰে হৰিবোল, হৰিবোল।

## গীত

### ৰাগ সিন্ধুৰা পৰিতাল

আৱত ৰামচন্দ্ৰ কয়ে পয়োসাৰ।
সঙ্গে লক্ষ্মণ সীতা কৰত বিহাৰ ॥
বক্ষস্থলে শোভে শ্ৰীবৎসৰ পান্তি।
শিৰত কিৰীটি জ্বলে কৌটি সূৰ্য্য কান্তি ॥
ত্ৰিভুবন মোহ হয় দেখি যাৰ বেশ।
কহে ৰাম পাৱে ধৰি দাসৰো দাস ॥ (৩)

সূত্ৰ—ঐচন প্ৰৱেশ কৰিয়ে ৰাম সীতা অভ্যন্তৰে ৰহল। লক্ষ্মণদ্বাৰে ৰহল। আহে সামাজিক লোক। শ্ৰীৰামচন্দ্ৰে সীতাক উদ্ধাৰি আনি অযোধ্যাত মহাসুখে আছয়। একদিনা ৰতিসুখভোগ সময়ে সীতাক চাহি যে বোলল।



ৰামচন্দ্ৰ বোল—হে প্ৰিয়া জনকনন্দিনী ! হামাৰ বচন শুনহ। হামো মহাপৰাক্ৰমেকয়ে ৰাৱণক মাৰি তোহাক উদ্ধাৰ কৰি আনলো। নতু তোহো অদ্যাপিও লঙ্কাত থাকলি হন্তে। খৰদূষণ, কুম্ভকৰ্ণ আদি মহা মহা ৰাক্ষস বীৰসবক জিনন্তা নাহি, হামো হেন মহবীৰসৱকো সংহাৰকয়ে তোহাক উদ্ধাৰ কৰলো।

সূত্ৰ—ৰামৰ ঐচন বাণী শুনি সীতা যে বোলল।

সীতা বোল—

কেনে গৰ্ব্ব কৰা তুমি প্ৰভু নাৰায়ণ।
পূৰ্ব্বে লিখিয়াছে যাৰ যাহাত মৰণ ॥
পৰাক্ৰম কথা কহা মোহৰ আগত।
ইন্দ্ৰজিৎ নবধিলা কিবা কাৰণত ॥
লক্ষ্মণে মাৰিলে তাঙ্ক তুমি নামাৰিলা।
তাহাৰ হাতত পৰি অচেতন ভৈলা ॥
বধিলন্ত ইন্দ্ৰজিৎ দেৱৰ লক্ষ্মণে।
তুমি তেৱে তাক নমাৰিলা কি কাৰণে ॥
হনুমন্ত আদি বীৰ সবেও যুঁজিলা।
সবাহাত কৰি তুমি মুনিষ দেখালা ॥
ৰাৱণক মাৰিলাহা দেৱতাৰ বৰে।
সিহেতু ভাবিছা বীৰ নাই মোত পৰে ॥
নাৰীৰ আগত কৰা দৰ্প এতমান।
নিজৰ বীৰত্ব নিজে কৰিছা ব্যাখ্যান ॥
মোত লাগি বৰ দুখ পালা নাৰায়ণ।
মোত নকহিবা আৰু এনুৱা বচন ॥
যাৰ হাতে যাৰ মৃত্যু লিখে বিধাতায়।
অৱশ্যে মাৰিব তাক খণ্ডন নাযায় ॥
যদি মোত সঞাত নোযোৱা প্ৰভু হৰি।
তেবে এক কথা কওঁ শুনা মন কৰি ॥
বীৰমধ্যে শ্ৰেষ্ঠ তুমি বীৰ শিৰোমণি।
ৰাক্ষস শুকান বন তুমিসি অগনি ॥
কিন্তু এক প্ৰুৰুষাৰ্থ দেখোৱা মোহোক।

বধিয়োক শতস্কন্ধ বীৰ ৰাৱণক ॥
তাৰ বধ লিখিয়াছে মোহৰ হাতত ।
তাহাক মাৰন্তা লোক নাহি জগতত ॥
সিংহলৰ অধিপতি সিটো শতস্কন্ধ ।
তাক মাৰি দেখায়োক আপোন বীৰত্ব ॥ (৪)

সূত্ৰ—সীতাৰ ঐচন বাণী শ্ৰীৰামচন্দ্ৰৰ অসুখ ভেল । সিংহলক যাইবাৰ মনে উদ্বিগ্ন হুয়া ৰহল । প্ৰভাত সময়ে সাৰথি মাতুলিক মাতি যে বোলল ।

শ্ৰীৰামচন্দ্ৰ বোল—ঐয়ে সাৰথি ! তোহো সত্বৰে ৰথ সাজি আনহ । হামো সিংহলক যাওঁ ।

সূত্ৰ—ৰামৰ বাণী শুনি সাৰথি তেতিক্ষণে ৰথ আনি যোগৱল । আহে লোক ই কথা ৰহোক, তদনন্তৰে সিংহলাধিপতি শতস্কন্ধ বীৰক মন্ত্ৰী সৈন্যসমে প্ৰৱেশ দেখহ ।

শ্লোক

প্ৰৱিৱেশ ততো ৰাজা শতস্কন্ধো মহাবীৰঃ
গজবাজীসমাযুক্তো ছত্ৰদণ্ডসুশোভিতঃ ॥ ৪ ॥

তা দেখহ শুনহ নিৰন্তৰে হৰিবোল হৰিবোল ।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

আৰত শতস্কন্ধ বীৰ ভয়ঙ্কৰ ।
পাৱৰ প্ৰহাৰে ভূমি নোহে থিৰ ॥



পৰম আটোপ চলে আকাশক চানি ।
দুই শত চক্ষু যেন জ্বলন্ত অগনি ॥
চৌপাশে উপাসি চলে পাত্ৰ পুত্ৰগণ ।
মৃদঙ্গ দুন্দুভি বাদ্য বাজে অগণন ॥
অনেক ৰাক্ষস লগে কৰে মহাৰোল ।
নিৰন্তৰে নৰে ডাকি হৰি হৰি বোল ॥ (৫)

সূত্ৰ—ঐচন প্ৰৱেশ কৰি শতস্কন্ধ বীৰ সভামধ্যে বসিয়ে ৰহল । ই কথা ৰহোক । শ্ৰীৰামচন্দ্ৰে ৰথে চৰি সিংহলক যাইতে খোজন্তে লক্ষ্মণে ভেট পাই প্ৰণামকয়ে বোলল ।

লক্ষ্মণ বোল—হে দাদা ! তোহো কোন থানে যুদ্ধক সাজ হুয়া চললি হামাত সত্বৰে কহ ।

ৰামচন্দ্ৰ বোল—হে ভাই লক্ষ্মণ ! সীতাৰ নিমিত্তে হামো বৰ লাজ পাৱলোঁ । সিংহল দ্বীপে এক প্ৰতাপী ৰাজা আছয় । সীতাৰ বচনে তাহাক যুঁজিতে যাওঁ ।

লক্ষ্মণ বোল—হে দাদা ! তোহো সম বীৰ ত্ৰিভুবনে নাহি, ইহাত কোন ভয় ঠিক ! হামো তোহাৰি সঙ্গে চলবো ।

সূত্ৰ—হেন শুনি ৰামচন্দ্ৰে অল্প হাস্যকয়ে বোলল ।

ৰামচন্দ্ৰ বোল—হে ভাই লক্ষ্মণ ! হামো একলে পৃথিৱী ৰসাতলে নিতে পাৰোঁ, তোহো কিসক যাইবাক লাগয় ।

সূত্ৰ—লক্ষ্মণে বোল ।

লক্ষ্মণ বোল—হে দাদা, তোহাৰ যুদ্ধত হামো সহায় । ইহা জানি হামাক সঙ্গে লৈয়া চলহ ।

সূত্ৰ—ৰামচন্দ্ৰে বোলা ।

ৰামচন্দ্ৰে বোল—শুনা শুনা বাপু মোৰ প্ৰাণৰ ভৈয়াই ।
উপহাসে সীতা মোক বচন বোলয় ॥

ৰাৱণৰ যত বংশ মাৰিলো লীলায় ।
তথাপি সীতাৰ মনে নোহো মুনিষাই ॥
শতস্কন্ধ ৰাৱণক পাবেঁা মাৰিবাক ।
তেবে প্ৰুৰুষাৰ্থ সীতা বুজয় আমাক ॥
এতেকে একলে মই বধোঁ গই তাক ।
ইঠাৱতে থাকা তুমি নালাগে যাইবাক ॥ (৬) ॥

সূত্ৰ—লক্ষ্মণে বোল ।

লক্ষ্মণ বোল—হে প্ৰাণ দাদা ! তোহো যেতিক্ষণে ৰাক্ষসক যুঁজবি, তেখনে তোহাৰ সঙ্গে সহায় নাহি । তোহাৰি চৰণে কাতৰ কৰহোঁ হামাক সঙ্গে লৈয়া চলহ ।

সূত্ৰ—ৰামে বোলা ।

ৰাম বোল—হে ভাই, তোহো যদি যাইতে নিতান্ত আশা কয়লি, তেৱে হামাৰ সঙ্গে ৰথে চৰহ ।

সূত্ৰ—ৰামৰ বাণী শুনি লক্ষ্মণে ৰথে উঠল । যৈছে সিংহলক লাগি দুই ভাই চলল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

**ৰাগ পয়াৰ, পৰিতাল**

দিব্য ৰথে চৰি যাই শ্ৰীৰাম লক্ষ্মণ ।
পবনসঞ্চাৰে ৰথ উঠিলা গগন ॥
কতো এৰি যাই বহু মুনিৰ আশ্ৰম ।
কতো এৰি যাই নদী পৰ্ব্বত দুৰ্গম ॥
এহিমতে যাই ৰথ বায়ুৰ সঞ্চাৰ ।
নিমিষতে ৰথ যাই ভৈলা সিন্ধু পাৰ ॥



সিংহল দ্বীপত যাই ভৈলন্ত প্ৰৱেশ ।
দীনহীন মতি কহে ৰাম পাৱ দাস ॥ (৭) ॥

সূত্ৰ—ঐচন প্ৰকাৰে দুই ভাই সিংহলপুৰ পাই দ্বাৰীক সম্বুধি বোলল ।

ৰামচন্দ্ৰ বোল—ঐয়ে দ্বাৰী, তোহাৰ ৰজাত জান দেহ, হামো ৰাজাক ভেট পাওঁ ।

সূত্ৰ—দ্বাৰী বোলা ।

দ্বাৰী বোলা—আঃ তোৰা দুই কোন জন ? কি হেতু ৰাজাক সঙ্গে দৰশন পাৱবি, হামাক পৰিচয় দেহ । হামো ৰাজাত জনাওঁ ।

সূত্ৰ—ৰাম বোলা ।

ৰাম বোলা—ঐয়ে দ্বাৰপাল ! হামো অযোধ্যাৰ ৰাজা দশৰথৰ পুত্ৰ । হামাৰ নাম ৰামচন্দ্ৰ, এহেন্তেসে হামাৰ ভাই লক্ষ্মণ । তোহাৰ ৰাজাক সঙ্গে যুদ্ধ কৰিবাক মনে আসিয়াছোঁ । তোহো সত্বৰে গৈয়া ৰাজাত জান দেহ ।

সূত্ৰ—ৰামৰ বাণী শুনি দ্বাৰপালে উপালম্ভকয়ে বোলল ।

দ্বাৰী বোল—অঃ হামাৰ ৰাজা শতস্কন্ধ সহিতে তোহো এক মুণ্ড নৰে যুঁজিবাক চাহ । দেখহ হামাৰ দেশে একমুণ্ড নাহি । তোহো অল্প বীৰ্য্য ছৱালে যুদ্ধ কৰি মৰিতে চাস । তোহাৰ সঙ্গে যুদ্ধ লজ্জাৰ কাৰ্য্য, কিহেতু ৰাজাত জনাৱেঁা । তোহো প্ৰাণ ৰাখি শীঘ্ৰে ইথানৰ হন্তে পালটি যাহ ।

সূত্ৰ—দ্বাৰীৰ বাণী শুনি ৰামে বোলা ।

ৰাম বোল—হে দ্বাৰপাল ! হামো যদি মৰেঁা তোহাৰ তাত কিছু হানি নাই । আজু যুদ্ধ নকৰি অযোধ্যাক নাহি যাৱবো । ইহা জানি সত্বৰে জান দেহ ।

সূত্ৰ—ৰামৰ ঐচন গৰ্ব্ব বাণী শুনি দ্বাৰপালে যাই ৰজাত জনাৱল ।

দ্বাৰী বোল—হে মহাৰাজ ! অযোধ্যাৰ হন্তে একমুণ্ড দুইবীৰ তোহাৰ সঙ্গে যুঁজিবাক আসি আছয় ।

সূত্র—দ্বাৰপালৰ বাণী শুনি ৰাজা শতস্কন্ধে আসনৰ হন্তে উঠি আসি ৰাম লক্ষ্মণক ভেণ্ট পাই যে বোলল ।

শতস্কন্ধ বোল—হে দুই ছৱাল, তোৰা কৈৰ হতে কিবা হেতু আমাৰ থানে আৱলি হামাত সত্বৰে কহ ।

সূত্র—তাহে শুনি ৰামচন্দ্রে বোল ।

ৰামচন্দ্র বোল—হে ৰাজা, হামো অযোধ্যাৰ হন্তে তোহাৰ সঙ্গে যুদ্ধ প্রয়োজনে আৱলো । হামাত যুদ্ধ দেহ ।

সূত্র—লক্ষ্মণে বোল ।

লক্ষ্মণ বোল—হে মহাৰাজ, উহি শ্রীৰামচন্দ্র অযোধ্যাৰ ৰাজা, হামো তাহান কনিষ্ঠ, হামাৰ নাম লক্ষ্মণ । তোহাৰ সঙ্গে যুদ্ধক আশায়ে আয়লো, ইহা জানি সত্বৰে যুদ্ধ দেহ ।

সূত্র—ঐচন বাণী শুনি ৰাজা হাসি হাসি বোলল ।

শতস্কন্ধ বোল—আগে জানি আছোঁ মই তোহোৰ প্রতাপ ।
ৰাৱণক মাৰি তুমি আনিলা সীতাক ॥
নোহো তিৰীচোৰ দশমূৰীয়া ৰাৱণ ।
আমাসাৰ সঙ্গে তুমি কিক কৰা ৰণ ॥
আপোন নগৰে তুমি যোৱা ৰঙ্গ কৰি ।
প্রাণ ৰাখি যোৱা আৱে ইহাত নমৰি ॥ (৮)

(কথা) আহে দুই কুমৰ তোমাসাক দেখি হামাৰ দয়া উপজয় । ছৱালৰ সঙ্গে যুঁজিবাক উচিত নোহে, ইহা জানি অন্তৰি যাস । প্রমত্তসিংহক ক্ষুদ্র মৃগ হুয়া জঙ্কাইতে চাস । বিশেষতঃ হামো তোৰা দুইক কোন সতে শৰ প্রহাৰব ।

সূত্র—ৰামচন্দ্রে বোল ।

ৰামচন্দ্র বোল—কপট এৰিয়া ৰাজা দিয়া মোক ৰণ ।



যুদ্ধ নকৰিয়া মই নাযাওঁ কখন ॥
বুলিয়া কপট বাক্য ফিৰাইবাক চাস ।
আজি যুদ্ধ কৰিয়া পুৰবো অভিলাষ ॥ (৯)

সূত্র—ৰামৰ ঐচন গৰ্ব্ব বাক্য শুনি শতস্কন্ধে হস্ত বঢ়াই ৰথ সমন্বিতে ৰামলক্ষ্মণক অযোধ্যাপুৰত থৱল । ৰামচন্দ্রে অযোধ্যাপুৰ পাই বিস্ময় হুয়া লক্ষ্মণক চাহি বোলল ।

শ্রীৰাম বোল—হে ভাই লক্ষ্মণ ! উহি শতস্কন্ধ সামান্য বীৰ নাহি হয়, তাহান সঙ্গে ভয়ঙ্কৰ যুদ্ধ মিলব । ইহা জানি ৰথধ্বজ সেনা সব বহুত আনহ । পুনু সাজু হুয়া সিংহলক যাওঁ ।

সূত্র—শ্রীৰামৰ বাণী শুনি লক্ষ্মণে বহুত সৈন্য লৈয়া পুনঃ দুই ভাই চলল, যৈছে সিংহলপুৰ পাই দ্বাৰীক বোলল ।

ৰামে বোল—ঐয়ে দ্বাৰী, হামো পুনু যুদ্ধ কৰিতে আৱলোঁ, ৰাজাত কহ গৈয়া ।

সূত্র—ৰামৰ বাণী শুনি দ্বাৰী যাই ৰাজাত কহল ।

দ্বাৰী বোল—হে মহাৰাজ পুনু দুইজন আসল ।

সূত্র—ৰজা আসিয়ে ৰাম লক্ষ্মণক চাহি বোলল ।

ৰজা শতস্কন্ধ বোল—শুন অৰে তোৰা দুই পৰম দন্দুৰ ।
নাহিকয় চক্ষু তোৰ দেখোঁ দুৰাচাৰ ॥
বৰ বীৰ দেখাৱস মাৰি ৰাৱণক ।
একহাতে দাঙ্গিবোহো কোটি ৰাৱণক ॥
দেখিও নেদেখ তোক পালে আসি যম ।
আবেসে বুজিবি তই মোৰ পৰাক্রম ॥ (১০)

সূত্র—ৰজাৰ বাণী শুনি ৰামে বোল ।

ৰামে বোল— শুনা বীৰ শতস্কন্ধ যুদ্ধত প্ৰধান।
মই শৰ প্ৰহাৰোহো হোৱা সাৱধান ॥
মোৰ সঙ্গে যুঁজিবাক তুমি কৰা লজ্জা।
ছৱালৰ কেনে বল একবাৰ বুজা ॥ (১১)

সূত্ৰ—ওহি বুলি ৰামে শৰ বৰিষল,শতস্কন্ধে গাৱ পাতি ৰহল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

ৰাগ কানাৰা, তালচুতা

এহি বুলি ধনুশৰ ধৰি ৰঘুৰাই।
গাৱে শৰ মাৰে তবু ভ্ৰুকভঙ্গ নাই ॥
স্বৰ্গত লাগিল দেখ মুণ্ড দানৱৰ।
নপৰয় শৰ তাৰ আঁঠুৰ ওপৰ ॥
পাছে শতস্কন্ধ বীৰে হাতে ধৰি গদা।
সেনাপতিসহ নাশ কৰিলা সৰ্ব্বদা ॥
ৰাম লক্ষ্মণক আঁটি ধৰিলেক হাতে।
অচেতন কৰি পুনু থৈলা অযোধ্যাতে ॥
চেতন পাইয়া প্ৰভু ৰৈলা অধোমুখে
ৰাম ৰাম বুলি নৰ তৰিয়োক সুখে ॥ (১২)

সূত্ৰ—ঐচন যুদ্ধে শতস্কন্ধ ৰাই সব সৈন্য নাশ কৰিয়ে ৰাম-লক্ষ্মণক বজ্ৰহাতে আঁটি ধৰি অচেতনকয়ে পুনঃ অযোধ্যাত থৱল। কতোবেলি ৰামচন্দ্ৰে চেতন পাই মহাদুঃখে ক্ৰন্দন কৰল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

ৰাগ বেলোৱাৰ, ৰূপকতাল

কান্দিতে লাগিলা ৰাম বিধি ভৈলা বাম।
কেনে মই সিংহলভুৱনেগৈলো ৰাম ॥
বাধিতে লক্ষ্মণে তাক নুশুনিলো কেন।
ৰাম পদ ধৰি হৰি বোলা ঘনে ঘন ॥ (১৩)

সূত্ৰ—শ্ৰীৰামচন্দ্ৰে বোল।

(যুক্তাৱলী)

ৰামচন্দ্ৰ বোল—

হা হৰি হৰি
কিসক নমৰি
আছোঁ প্ৰাণ ধৰি এ,
কিমতে সহিবো
নিদাৰুণ হৃদি শোক।
বনবাসে গৈলোঁ
খৰক মাৰিলোঁ
ৰাৱণ বধিলোঁ এ,
মোহোৰ বীৰত্ব
দেখিলেক তিনি লোক ॥
কোন কৰ্ম্ম ভাগ্যে
আজি ভৈলো লাজ
শতস্কন্ধ আগে এ,
হস্তী আসি যেন
গো খোজতে ডল গৈলোঁ।
এহি অপমানে

মৰিবোহোঁ প্ৰাণে
সীতা বিদ্যমানে এ,
অপযশে মোৰ
জগতক বিয়পিল ॥
মোৰ ৰণভঙ্গ
শুনি পাব ৰঙ্গ
যত শত্ৰুগণ এ,
মোহোৰ কঁপালে
বিধাতা কিনো লেখিলি । (১৪)

সূত্ৰ—ৰামক ঐচন বিলাপ দেখি লক্ষ্মণ বোল ।

লক্ষ্মণে বোল—হে দাদা তোহো স্বস্থ হোৱ, ই তিনি ভুবনে তোহাক জিনন্তা নাহি, এবে তাপ তেজহ পুনু সিংহলক যাওঁ ।

সূত্ৰ—লক্ষ্মণৰ বাক্যে ৰাম স্বস্থ হুয়া বোলল ।

ৰামে বোল—হে ভাই লক্ষ্মণ, এতিক্ষণে দূত পঠাই বিভীষণ, অঙ্গদ, সুগ্ৰীৱ, হনুমন্ত আদি বীৰসবক সৈন্যে অস্ত্ৰ শস্ত্ৰ সমে এতিক্ষণে আনহ ।

সূত্ৰ—শ্ৰীৰামৰ বাক্যে লক্ষ্মণে দূত পঠাই তাসম্বাক তেতিক্ষণে অনাৱল । আহে লোক তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

আৱত সুগ্ৰীৱ ৰাজা কয়ে পয়োসাৰ ।
চৌভিতি বেঢ়িয়া যাই বানৰ অপাৰ ॥
লগে চলে বানৰ অঙ্গদ যুৱৰাজ ।
পৰ্ব্বত সমানকায় হনু তাৰ মাজ ॥



মহা আনন্দতে চলি যায় সৰ্ব্বজন ।
ৰাম ৰাম আনন্দে বুলিও ঘনে ঘন ॥ (১৫)

সূত্ৰ—ঐচন প্ৰৱেশকয়ে সুগ্ৰীৱ প্ৰমুখ্যে বীৰসব ৰহল । আহে সামাজিক লোক, হনুমন্তে তৎকালে অযোধ্যাপুৰ পাই শ্ৰীৰামত পুছত ।

হনুমন্তে বোল—হে প্ৰভু ! তোহাৰ কোন বিপত্তি ভেল হামাত সত্বৰে কহ । যদি কোনজন ব্ৰহ্মা মহেশ অপমান দেয় তাহাক্কো ধৰি আনি দিয়বো ।

সূত্ৰ—শ্ৰীৰামচন্দ্ৰে বোলা ।

ৰামচন্দ্ৰ বোল—হে বাপু, দুখৰ সহায় হনুমন্ত । সিংহল-ভুবনৰ শতস্কন্ধে হামাক অপমান দিয়ল ।

সূত্ৰ—হনুমন্তে বোল ।

হনুমন্তে বোল—হে প্ৰভু, কিছু চিন্তা নাহি কৰবি । হামো সঙ্গে সিংহলক যাওঁ, এক চাপৰে শতস্কন্ধক যমপুৰ পঠাইবো ।

সূত্ৰ—ৰামচন্দ্ৰে বোল ।

ৰামচন্দ্ৰ বোল—হে বাপু, তোহো পূৰ্ব্ব সৈন্যসবক আহ্বানকয়ে সত্বৰে আনহ ।

সূত্ৰ—শ্ৰীৰামৰ আদেশে হনুমন্তে তৎকালে কিষ্কিন্ধ্যাত যাই সুগ্ৰীৱক আগে বাৰ্ত্তা কহল ।

হনুমন্তে বোল—হে প্ৰভু ! বৰ অথন্তৰ ভেল সিংহল দ্বীপৰ শতস্কন্ধে ৰণত ভঙ্গায়েল । ইহা জানি তোহাক নিতে হামাক আদেশ কয়ল, সৈন্য সমে সত্বৰে সাজু হঙ ।

সূত্ৰ—হনুমন্তৰ বাক্যে সুগ্ৰীৱ সৈন্যসব সমে সাজু হুয়া ৰহল । ৰাজা বিভীষণো দূতৰ মুখে বাৰ্ত্তা পাই সাজি চলল তা দেখহ শুনহ,

## গীত

**ৰাগ, সাৰঙ্গ পৰিতাল**

আৰত বিভীষণ ৰাক্ষসৰ পতি ।
সঙ্গে যত ৰাক্ষস চলে শীঘ্ৰ গতি ॥
নানা বাদ্য কোলাহল সৈন্যৰ যে ৰোল ।
ডাকি কৰহু নৰ ৰাম ৰাম বোল ॥ (১৫)

সূত্ৰ—ঐচন প্ৰকাৰে ৰাক্ষসপতি বিভীষণ আসি প্ৰৱেশকয়ে ৰহল । হনু-পাৱে পৰি প্ৰণাম কৰি ৰহল । হনুমন্তক চাহি যে বোলল ।

বিভীষণ বোল—হে বাপু হনুমন্ত ! কি নিমিত্তে হামাৰ পাশে আৱলি, সত্বৰে কহ ।

সূত্ৰ—হনুমন্ত বোল ।

হনুমন্ত বোল—হে মহাৰজ ! হামো কি কহব ! শ্ৰীৰাম প্ৰভুক শতস্কন্ধে ৰণত জিনল । সেহি কাৰণে প্ৰভু তোহাক নিবাক আদেশ কৰল । ইহা জানি সত্বৰে চলহ ।

সূত্ৰ—বিভীষণ বোল ।

বিভীষণ বোল—হে বাপু হনুমন্ত ! হামো ৰাক্ষস সৈন্য সমন্বিতে এতি-ক্ষণে চলবো ।

সূত্ৰ—ঐচন প্ৰকাৰে সুগ্ৰীৱ বিভীষণ আদি ৰাজাসব সৈন্যগণ সমে যৈছে ৰামক পাশে চলল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি

## গীত

**ৰাগ ধনশিৰী, পৰিতাল**

চলিলা ৰাজাসব অযোধ্যাপুৰ ।
লগে সৈন্যসব কৰি তোলপাৰ ॥
মহাৰঙ্গে চলি যাই অসংখ্য পদাতি ।
সেনাৰ ভৰত দলদোপ বসুমতী ॥
এহিমতে পাইলা যাই শ্ৰীৰামৰ পাশ ।
কহে দীনহীন ৰামচৰণৰ দাস ॥ (১৬)

সূত্ৰ—ঐচন প্ৰকাৰে ৰাজাসব সৈন্য সমে অযোধ্যা পাৱল । শ্ৰীৰামচন্দ্ৰে তাসম্বাক দেখি মহা আনন্দ মিলল । আগবাঢ়ি প্ৰণামকয়ে বোলল ।

অঙ্গদে বোল—হে প্ৰভু হামাক আজ্ঞা কৰহ, তোহাৰি বৈৰীক পৃথিবী বিদাৰি এখনে আনি দিয়বো ।

সূত্ৰ—ওহি বুলি অঙ্গদ মৌনে ৰহল । বিভীষণে প্ৰণামকয়ে বোলল ।

বিভীষণ বোল—হে প্ৰভো । হামো তোহাৰি প্ৰসাদে এক মুষ্টি মাৰি পৃথিবীক ৰসাতলে নিতে পাৰোঁ । এবে হামাক আজ্ঞা কৰহ শতস্কন্ধক মাৰি যমপুৰে পঠাওঁ ।

সূত্ৰ—সোহি সময়ে সুগ্ৰীৱে আসি বোলল ।

সুগ্ৰীৱ বোল—হে প্ৰভু, হামাক আজ্ঞা কৰহ শতস্কন্ধক মাৰি তোহাৰ হৃদিতাপ গুচাওঁ ।

সূত্ৰ—সেনাসবৰ ঐচন বাণী শুনি শ্ৰীৰামৰ মনে হৰিষ ভেল ।

শ্ৰীৰামচন্দ্ৰে বোল—হে মিত্ৰসব, হামো তোৰাসবত সৰ্ব্বভৰষা কৰিয়ে কহোঁ, হামাক শতস্কন্ধে বস্তুত অপমান দিয়ল । তোৰাসবৰ সাহায্যে পৃথিবীক জিনিতে পাৰোঁ, এবে হামাত দয়ায়ে সিংহলক সৱে চলহ ।

সূত্র—ওহি বুলি ৰামচন্দ্রে হাতে ধনুশৰ ধৰি বীৰগণ সহিতে সিংহলক চলল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ মাহুৰ, পৰিতাল**

চলে ৰামচন্দ্রে সিংহলক লাই।
চৌপাশে আৱৰি বীৰগণ যাই ॥
নদ নদী এৰাই পর্ব্বত কানন।
পাৱৰ প্রহাৰে ভূমি পৰে ঘনে ঘন ॥
মহাদর্প কৰি যাই যত বীৰগণ।
নিৰন্তৰে নৰে ৰাম বোলা ঘনে ঘন ॥ (১৭)

সূত্র—ঐচন প্রকাৰে শ্রীৰামচন্দ্রে বীৰসব সহিতে সিংহল পাৱল। দ্বাৰীত আগে বার্ত্তা কহল।

দ্বাৰী বোল—হে মহাৰাজ শ্রীৰামচন্দ্র প্রভু আসল।

শ্রীৰাম বোল—হে দ্বাৰী, তোহো ৰাজাত জান দেহ।

সূত্র—দ্বাৰীৰ মুখে বার্ত্তা পাই ৰাজা খঙে খেদি আসল। শ্রীৰামক চাহি বোলল।

শতস্কন্ধে বোল—দেখ ৰাম কি কৰিলোঁ তোহাৰ বিলাই।
তথাপি আসিছ খেদি তোৰ লাজ নাই ॥
ইবেলি নসহো তোক দিবো প্রতিফল।
বাৰে বাৰে আস তই কেনেনো পাগল ॥ (১৮)

সূত্র—ওহি বুলি ৰাজা তাহান পুত্র শত অর্দ্ধবীৰ, তোহো ৰামৰ বৰ সৈন্যসবক মাৰহ, হামো পাছে ৰাম-লক্ষ্মণক মাৰেোঁ।

সূত্র—ৰাজাৰ বাণী শুনি শতঅর্দ্ধবীৰে হাতে গদা ধৰি যে বোলল।



শতঅর্দ্ধে বোল—ঐয়ে বানৰসব তোহো হামাক নাহি চিনহ। হামো ৰাজাৰ প্রথম পুত্র। হামাৰ নাম শতঅর্দ্ধবীৰ। তোহাৰ সৈন্যসবৰ মাজে কোন মুনিষ আছয় হামাক যুদ্ধ দেহ।

সূত্র—তাহে শুনি অঙ্গদে বোল।

অঙ্গদ বোল—হে খুড়া হামাক ৰাজাৰ পুত্র সহিতে যুঁজিতে আজ্ঞা কৰহ।

সূত্র—সুগ্রীৱে বোল।

সুগ্রীৱে বোল—হে বাপু তোহো কোমল শৰীৰ, যুঁজিতে উচিত নোহে, হামো যুঁজবো।

অঙ্গদে বোল—হে খুড়া হামো বিদ্যমানে তোহাক যুঁজিতে উচিত নহে। ইহা জানি হামাক আজ্ঞা কৰহ।

সূত্র—ওহি বুলি অঙ্গদ যুঁজিতে আগ ভেল। ৰাজাৰ পুত্রক চাহি বোলল।

অঙ্গদে বোল—ঐয়ে শতঅর্দ্ধ ৰাক্ষস, হামো বালী ৰাজাৰ পুত্র। হামাৰ নাম অঙ্গদ। যাহাঁৰ ভয়ে স্বর্গৰ দেৱৰাজ কম্পয় তাহাৰ স্নেহৰ পুত্র বুলি জানবি।

শতঅর্দ্ধ বোল—ঐয়ে বানৰ তোহো বালীৰ পুত্র হুয়া বীৰ বোলাঅস, হামো শতস্কন্ধ ৰাজাৰ স্নেহৰ প্রথম পুত্র। ইহা জানি তোৰ মোৰ যুদ্ধ দেখি তিনিলোকে আনন্দ লভোক। দেৱতাসবে প্রশংসা কৰব।

সূত্র—ওহি বুলি যৈছে যুদ্ধ কৰল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ আসোৱাৰি, পৰিতাল**

এহি বুলি অঙ্গদে হানিলা দৃঢ়তৰ।
বিনাশিলা শতঅৰ্দ্ধে ধৰি মুদ্গৰ ॥
দেখিয়া অঙ্গদে শালবৃক্ষ হানিলেক।
শতঅৰ্দ্ধে গদা কোবে তাক ছেদিলেক ॥
মহাকোপে ৰাজপুত্ৰে হানিলেক শূল।
অঙ্গদ পৰিল জানি ৰাম ৰাম বোল ॥ (১৯)

সূত্ৰ—ঐচন যুদ্ধে অঙ্গদ পৰিবাৰ দেখি সুগ্ৰীৱৰ মনে বিষাদ মিলল।

সুগ্ৰীৱ বোল—হে বাপু যুৱৰাজ, হামাক ছাৰি কৈক গৈলি ? তোহাৰ বিহনে হামো কিমতে প্ৰাণ ধৰব।

সূত্ৰ—ওহি বুলি সুগ্ৰীৱে মহাকোপে ৰাজাৰ পুত্ৰক খেদি গৈয়া বোলল।

সুগ্ৰীৱে বোল—ঐয়ে অধম তোহো হামাক যুদ্ধ দেহ। আজু তোহাক মাৰি যমপুৰে পঠাওঁ, নুহি অঙ্গদৰ লগে পৰি স্বৰ্গে যাওঁ।

সূত্ৰ—ওহি বুলি সুগ্ৰীৱে ৰাজপুত্ৰক খেদি যাই গদাৰ প্ৰহাৰ কৰল। দেখি শতঅৰ্দ্ধবীৰে মুদ্গৰ ধৰি গদা ছেদল। পুনঃ সুগ্ৰীৱে শালবৃক্ষ প্ৰহাৰল। শতঅৰ্দ্ধৰ হিয়ে পৰি বৃক্ষ চূৰ্ণাকৃত ভেল। দেখি ভয়ঙ্কৰ গদা সুগ্ৰীৱৰ মাথে প্ৰহাৰ কৰল। গদাৰ প্ৰহাৰে সুগ্ৰীৱ প্ৰাণ ছাৰি ভূমিত পৰল। তদনন্তৰে প্ৰভা নামে বীৰ আসি বিভীষণক বোলল।

প্ৰভা বোল—ঐয়ে অধমসৱ, কিহেতু আসি ৰজাক জঙ্কায়লি। যত শকতি থিক হামাক যুদ্ধ দেহ।

সূত্ৰ—ঐচন বাণী শুনি বিভীষণে বোল।



বিভীষণ বোল—ঐয়ে দুৰ্জ্জন ৰাক্ষস, আজু তোহাৰ ঘাৰ কটকটাই আছয়, সেহি হেতু মোহোক জঙ্কায়লি। যত শকতি আছয় হামাক যুদ্ধ দেহ।

সূত্ৰ—ওহি বুলি যুদ্ধ কৰল। ঐচন যুদ্ধে দুই বীৰে ভৰি ভৰি মুণ্ডে মুণ্ডে হাতে হাতে ৰক্ত বহি যায়; কতো বেলি অন্তৰে বিভীষণক মাৰল। দেখি হনুমন্তে বোল।

হনুমন্তে বোল—হে প্ৰভো! প্ৰভাবীৰে বিভীষণক মাৰল।

সূত্ৰ—শুনি ৰামচন্দ্ৰে বিমূৰ্চ্ছিত ভেল। তদনন্তৰে শতস্কন্ধে শ্ৰীৰামক চাহি বোলল।

শতস্কন্ধে বোল—ঐয়ে ৰামলক্ষ্মণ, তোৰা দুই হামাক যুঁজিতে সৈন্যসব আনলি। দেখহ, হামাৰ পুত্ৰে তাসম্বাক মাৰল। এবে হামো নিজ হাতে তোৰা দুইক মাৰব।

সূত্ৰ—ওহি বুলি শতস্কন্ধে ৰামলক্ষ্মণক উপৰক তুলি সাত পাক ঘুৰাই আচাৰি পেলাৱল। ৰামচন্দ্ৰে লক্ষ্মণ সহিতে সৈন্যৰ মাজে পৰি মূৰ্চ্ছা ভেল, তাহে দেখি হনুমন্তে জাম্প দিয়া শতস্কন্ধৰ মাথে চৰল। ভুকু, কিল দিয়া নখে আজুৰি কেশসব ছিণ্ডল, পুনু এক-মুণ্ড ছিণ্ডিতে চায়ল, তাহে পেখি শতস্কন্ধে দুইহাতে জপাই হনুমন্তক আচাৰি পেলাৱল। কতোদূৰে পৰি অমৰ কাৰণে চেতন পাই ৰামলক্ষ্মণক সুমৰি কান্দিতে লাগল।

**মুক্তাৱলী**

হনুমন্তে বোল—(বিলাপ)

হা হৰি হৰি কি কৰিলা বিধি
আছোঁ কিয় প্ৰাণ ধৰি।
কোন দোষে মোক এৰিলাহা নাথ
আমাক অনাথ কৰি ॥

ৰাৱণক মাৰি সীতাক উদ্ধাৰি
আনিলা অযোধ্যাপুৰী।
মহাসুখে তৈত ভূঞ্জি ৰাজ্য পাত
আৱে কৈক গৈলা এৰি ॥
অযোধ্যা অনাথ কৰি আজি নাথ
সবংশে ভৈলা সংহাৰ।
উঠা প্ৰভু দেৱ চৰণত সেৱ
পৰি কৰোঁ শতবাৰ ॥ (২০)

সূত্ৰ—ওহি বুলি হনুমন্ত মৌন হুয়া ৰহল। মনে গুণিগাথি কতোক্ষণে সঙ্কৃক্ষণ হুয়া যে বোলল।

হনুমন্তে বোল—আঃ হামো ইথানত কান্দি কোন কৰ্ম্ম কৰোঁ। মাতৃ সীতা গোসানীৰ কাছে যাওঁ। তাহাত বাৰ্ত্তা জনাওঁ।

সূত্ৰ—ওহি বুলি হনুমন্ত সীতাৰ পাশে চলল, সীতাৰ সমীপ পাই যে বোলল।

হনুমন্তে বোল—হে মাৱ হামো এক সংবাদ কহোঁ। কহিতে হৃদি ফাটয়। তোহাৰ স্বামীদেৱৰ দুইজনক শতস্কন্ধ ৰাক্ষসে যুদ্ধত মাৰল। ইহা জানি যে যুৱাই তা কৰহ।

শ্লোক

হনুমতঃ গিৰং শ্ৰুত্বা সীতাদেৱী বিমূৰ্চ্ছিতা।
সহসা পতিতা ভূমৌ যথা বাতাহতা লতা ॥ ৫ ॥

সূত্ৰ—আহে সামাজিক লোক! হনুমানৰ বাণী শুনি সীতা জীৱন্তে মৰল, যৈছে ভূমিত পৰি অচেতন ভেল, কতোক্ষণে চেতন লভি কান্দিতে লাগল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

# গীত

## ৰাগ তুৰ ভাটিয়ালী মাথ জ্যোতি

বিলপতি কান্দে সীতা জনক নন্দিনী।
স্বামীৰ বিৰহে জ্বলে হৃদয় অগনি ॥
কিনো মন্দ বিধি মোৰ কপালে লিখিলা।
জন্ম ধৰি কান্দিতে মোহোৰ দিন গৈলা ॥
হা হা ৰাম স্বামী তুমি সৰ্ব্বগুণাকৰ।
পাপিষ্ঠীৰ হেতু তুমি গৈলা যমঘৰ ॥
মই নমৰিয়া কিয় থাকিলোঁ জীয়াই।
ৰাম পাৱ বিনে আৰু আন গতি নাই ॥ (২১)

সূত্ৰ—সীতা বোল।

মুক্তাৱলী

সীতা বোল—(বিলাপ)।
হা হা প্ৰাণনাথ
ভৈলোহো অনাথ
হৰাইলোঁ তোমাক এ,
আবেসে মোহোৰ জীৱনত কাৰ্য্য নাই।
কপি সমে বেৰি
ৰাৱণক মাৰি
আনিলা উদ্ধাৰি এ,
হেনয় স্বামীক আজি পৰিছেদা যাই ॥
হে লখাই দেৱৰ
ইন্দ্ৰজিৎ বীৰ
কৰিলা সংহাৰ এ,
দুই ভাইৰ বলৰ কহিবো কত মহিমা।
সিংহলক গৈয়া

সমৰ কৰিয়া
প্ৰাণ হৰাইলা এ,
মোৰ ভাগ্যে বিধি নথৈলা সীমা ॥ (২২)

সূত্ৰ—ঐচন বিলাপ কৰি সীতা হনুমানক চাহি বোলল।

সীতা বোল—হে বাপু হনুমন্ত! কোন থানে হামাৰ স্বামী পৰি আছয় সি থানক লাগি হামাক সত্বৰে লৈয়া চলহ।

সূত্ৰ—সীতাৰ বাক্যে হনুমন্তে মাথা পাতি গোসানীক লৈয়া চলল। কতোক্ষণে যাই সিংহল ভুৱনে উপস্থিত ভেল। স্বামী দেৱৰক মৃতকপ্ৰায় দেখি ক্ৰোধে দেৱী ভয়ঙ্কৰ মূৰ্ত্তি ধৰল—

স্বৰ্গত লাগিল শিৰ ভয়ঙ্কৰ ভৈলা।
লহ লহ জিভাখান আকাশ ভেদিলা ॥

ওহি প্ৰকাৰে সীতা শ্যামাৰূপ ধৰি শতস্কন্ধ দ্বাৰে উপগত ভেল। সে দেৱীৰ তেজে সিহলভুৱন পুৰি ছাই ভেল। দেখি মহাক্ৰোধে শতস্কন্ধে তাহান পুত্ৰক চাহি বোলল।

শতস্কন্ধে বোল—ঐয়ে পুত্ৰ অৰ্দ্ধশত তোহো সীতাক মাৰহ

সূত্ৰ—ৰাজাৰ বাণী শুনি অৰ্দ্ধশতে খাণ্ডা ধৰি গোসানীক ধাৱল। দেখি গোসানী তাহাক মাৰল। পুনঃ প্ৰভা নামে ৰাক্ষসবীৰে খেদি আসল।

প্ৰভা বোল—ঐয়ে অধম স্ত্ৰী জাতি, তোহো হামাক সঙ্গে যুঁজিতে চাহ, আজু গদাৰ প্ৰহাৰে তোক যমপুৰ দেখাওঁ। হামাৰ পৰাক্ৰম বুজহ।

সূত্ৰ—ওহি বুলি প্ৰভা যুদ্ধ কৰল। যুদ্ধত প্ৰভাবীৰক সসৈন্যে নাশ। কৰল। তাহে পেখি শতস্কন্ধ মহাক্ৰোধে হাতে ধনুৰ্ব্বাণ ধৰি যুদ্ধ কৰিবাক সম্মুখ ভেল। দেৱীক চাহি বোলল।



শতস্কন্ধে বোল—ঐয়ে দুৰাচাৰী, তোহো আজু মৰিতে আয়লি, হামাৰ ওহি গদা মুদ্গৰৰ প্ৰহাৰে তোহাক যমপুৰ পঠাইবো। তেবে হামাক শতস্কন্ধ ৰাজা বুলি জাননি। আজু মোৰ পৰাক্ৰম দেখ।

সূত্ৰ—ওহি বুলি শতস্কন্ধ বীৰ যুদ্ধ কৰিতে লাগল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

### ৰাগ গৌৰী, জোতিমান

এহি বুলি দিলা বীৰ গদাৰ সন্ধান।
খড়্গে চোটে গদাক কৰিলা খান খান ॥
পুনু মহাকোপে ৰাজা হানিলেক শূল।
দেৱীৰ গাৱত পৰি ভৈলেক নিৰ্ম্মূল ॥
হেন দেখি দেৱী পাছে মহাক্ৰোধ কৰি।
কাটিলা শতস্কন্ধক হাতে খড়্গ ধৰি ॥
শতশৃঙ্গ পৰ্ব্বত খসিলা যেন মত।
বোলা ৰাম ৰাম চেতন যাৱত ॥ (২৩)

সূত্ৰ—ঐচন যুদ্ধে শতস্কন্ধক মাথা কাটি ভূমিত পাৰল। তাৰ ভৰে খলক লাগিল। ৰাক্ষস বধিয়ে দেৱী দশন প্ৰকটি ৰিং পাৰি ফুৰয়। সমস্তে জগতে ঘোৰ প্ৰলয় মিলে হেন দেখি ব্ৰহ্মা বিষ্ণু ইন্দ্ৰাদি দেৱতা দেৱতাগণ শান্ত কৰিবাক মনে আসল, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

### ৰাগ সাৰঙ্গ, পৰিতাল

আৰত ব্ৰহ্মা হৰ দেৱগণ সঙ্গে ।
কৰে কমণ্ডলু আসিলা ৰঙ্গে ॥
ৰামক পাশে আসিলা সত্বৰে ।
জানকীক শান্ত কৰিবাৰ তৰে ॥
কতোক্ষণে পাইলা যাই শ্ৰীৰামৰ কোল ।
সামাজিক লোকে ডাকি ৰাম ৰাম বোল ॥ (২৪)

সূত্ৰ—ঐচন প্ৰকাৰে ব্ৰহ্মা ইন্দ্ৰাদি দেৱতাসব শ্ৰীৰামৰ পাশ পাই তুতি আৰম্ভল । বিষ্ণুৰ আজ্ঞায়ে ব্ৰহ্মা ৰামলক্ষ্মণক জীয়াৱল । সুগ্ৰীৱ বিভীষণ আদি বীৰসব যেহেন নিদ্ৰাৰ জাগি উঠল ।

ব্ৰহ্মা বোল— পয়াৰ

নমো নমো প্ৰভু ৰাম দেৱ কৃপাময় ।
জীৱন মৰণ তয়ু কিছু নাহি কয় ॥
দানৱদলন তুমি দুষ্টবিনাশন ।
ভকতজনৰ গতি তুষ্ট নাৰায়ণ ॥
সৃষ্টি নষ্ট যাই দেখা মৰে দেৱগণ ।
পূৰ্ব্বে আমাসাক কিয় কৰিলা সৃজন ॥
তোমাৰেসে ভাৰ্য্যা সীতা দেৱী ভগৱতী ।
তোমাৰ বিহনে নষ্ট কৰয় সম্প্ৰতি ॥ (২৫)

সূত্ৰ—ওহি বুলি ব্ৰহ্মা ৰামৰ চৰণে তুতিকয়ে থিক । তুতিত সন্তুষ্ট হুয়া ৰামদেৱ উঠি প্ৰণাম কৰল । সোহি সময়ে হনুমন্তে আসি ৰামদেৱক উঠি প্ৰণাম কৰল । সোহি সময়ে হনুমন্তে আসি ৰামৰ চৰণে প্ৰণামকয়ে বোলল । হনুমন্তে বোল ।



হনুমন্তে বোল—হে প্ৰভু ৰঘুকুল নাথ ! তোমাৰ বিহনে সীতা মাৱৰ বিসঙ্গতি মিলল । শ্যামাৰূপ ধৰি শতস্কন্ধ বধ কৰল । সমস্তে জগতে ঘোৰ প্ৰলয় ভেল ।

সূত্ৰ—হনুমন্তৰ বাক্যে ৰামচন্দ্ৰে সীতাৰ ঘোৰ মূৰ্ত্তি চাহিবাক মনে নিৰীখকয়ে ভয়ঙ্কৰ ৰূপ দেখি দেৱতাসবৰ মাজে উঠি লৱৰ দিয়ল । পাছে সব দেৱতাগণ আলোচনাকয়ে হনুমন্তক প্ৰতি বোলল ।

দেৱতাসবে বোল—হে বাপু হনুমন্ত ! তোহো দেৱীক শান্ত কৰহ । নতু সৃষ্টি নষ্ট যাই ঘোৰ প্ৰলয় মিলব ।

সূত্ৰ—দেৱতাসবৰ বাক্যে হনুমন্তে সীতাৰ পাৱে পৰি অনেক তুতি কয়ল । সন্তুষ্ট হুয়া সীতা হনুমন্তক চাহি বোলল ।

সীতা বোল—হে বাপু পৱননন্দন ! হামাৰ স্বামীবধী কৈক গৈল ? হামাত সত্বৰে কহ ।

সূত্ৰ—হনুমন্তে বোল ।

হনুমন্তে বোল—হে মাৱ সেহি পাপী শতস্কন্ধ তয়ু হস্তে নাশ ভেল । দেখহ ৰামলক্ষ্মণ, সুগ্ৰীৱ, বিভীষণ, অঙ্গদ প্ৰভৃতি বীৰসব জীয়ন্তে আছয়, ইহা জানি কোপ সম্বৰণ কৰহ ।

সূত্ৰ—হনুৰ বাক্যে সীতামাৱ লজ্জিত হুয়া অধোমুখে ৰহল । দেৱৱা-সব নিজ নিজ থানে চলল । শ্ৰীৰামক পাৱে পৰি ব্ৰহ্মা যে বোলল ।

ব্ৰহ্মা বোল -হে প্ৰভু ৰামচন্দ্ৰ ॥ তোহাৰ ভাৰ্য্যা সমে এবে অযোধ্যাক চলহ ।

সূত্ৰ—ওহি বুলি ব্ৰহ্মা নিজ থানে চলল । তদনন্তৰে শ্ৰীৰামচন্দ্ৰে দেৱতা-সবত মেলানি মাগি লক্ষ্মণ সুগ্ৰীৱ আদি বীৰগণ সহিতে সসৈন্যে অযোধ্যাক চলল । আতে লোকসব দেখা দেখা পৰম ঈশ্বৰ লীলাকয়ে শতস্কন্ধ হাতে পৰাজিত হুয়া নৰচেষ্ঠা কৰিয়ে ভাৰ্য্যাক

হাতে শতস্কন্ধক বধ কয়ল। তাহান মহিমা নাযায়। ইহা জানি নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ পূৰ্ব্ব, থৰমান**

অযোধ্যাপুৰে চলে ৰঘুৰায়।
অযোধ্যাপুৰে চলে ৰঘুৰায়।
সঙ্গে লক্ষ্মণ জনক নন্দিনী
লহু লহু গতি যাই ॥
সঙ্গে হনুমান সুগ্ৰীৱ বিভীষণ
চলয় ধৰি যোগান।
বায়ুৰ সঞ্চাৰে সিন্ধু হুয়া পাৰ
চলে দিব্য ৰথখান ॥
অযোধ্যাপুৰত প্ৰৱেশ ভৈলন্ত
সীতা সমে ৰঘুপতি।
দেখি প্ৰজাসমে পৰম উল্লাসে
পৰিয়া কৰে প্ৰণতি ॥
ৰামক নমিয়া মেলানি মাগিয়া
গৈলা সেনাপতিগণ।
সীতা সমে ৰাম পূৰি মনকাম
থাকিলা নিজ ভৱন ॥
শুনা সভাসদ তৰিয়া আপদ
ৰামৰ চৰিত্ৰ স্মৰি।
গুচোক দুৰ্গতি মিলোক ভকতি
ডাকি বোলা হৰি হৰি ॥ (২৬)

॥ সমাপ্ত ॥

# প্ৰভাসযাত্ৰা-নাট

লিখক অজ্ঞাত

# প্ৰভাসযাত্ৰা-নাট

শ্ৰীশ্ৰীকৃষ্ণায় নমো নমঃ

শ্লোক

নমামি প্ৰজাপালনসংহাৰকং, নমস্তে বিশ্বভাৱন
নমো দৈৱকীনন্দনদেৱায়, নমস্তে গোকুলভূষণ।
বন্দে মন্দৰধাৰিণং, নমস্তে পুৰুষোত্তম ॥ ১ ॥

অপিচ

ভূভাৰহাৰিন্ দুষ্টদানৱনাশকাৰিন্
ভক্ততাৰণকাৰিন্ নমস্তে মধুসূদন ॥ ২ ॥

সূত্ৰ— শ্লোক

ভো ভো সভাসদা, যূয়ং শৃণুধ্বং সাৱধানতঃ।
প্ৰভাসযাত্ৰা-নাম-নাটকং মুক্তিসাধকং ॥

## অথ ভটিমা

জয় জয় জগন্নাথ চৰণে প্ৰণতি নাথ
প্ৰণামোহো নৰনাৰায়ণ।

ব্রহ্মা মহেশদেৱ সেৱিত যাহাৰি পাৱ
তান পাৱে পশিলো শৰণ ॥
দৈৱকীৰ গৰ্ভে জন্মি নৰৰূপে অৱতৰি
নাশি কংস...... ।
ৰাখি নিজ বংশ হৰলি ভূমিকেৰি ভাৰ
........... ॥
দুৰ্য্যোধন ৰাজ্য মহাক্রূৰমতি
পাণ্ডৱক ছিদ্র পাই ।
শকুনি সহিতে কুটপাশা খেলি
বনবাসে দিলা ঠাই ॥
পাঞ্চ গুটি ভাই দ্রৌপদী সহিতে
ৰহিলা কাম্যকবনে ।
শুনি দুৰ্য্যোধন গৈলা সোইবন
আশ্চৰ্য্য দেখাইবে মনে ॥
দূৰতে শকুনি কৰ্ণ দুঃশাসন
মহাবীৰ চলি গৈলা ।
গন্ধৰ্ব্ব সহিতে সমৰ কৰিয়া
কৰ্ণবীৰ ভঙ্গ দিলা ॥
পেখিয়া গন্ধৰ্ব্ব ৰাজা দুৰ্য্যোধন
যুদ্ধে জিনি লৈয়া যায় ।
দূত মুখে শুনি ধৰ্ম্ম নৃপমণি
ভৈলেক বিহ্বল প্ৰায় ॥
পাৰ্থক মাতিয়া বিনয় কৰিয়া
বুলিলা ৰাজা বচন ।
সত্বৰে চলিয়ো গন্ধৰ্ব্বক জিনি
আনাগৈয়া দুৰ্য্যোধন ॥
শুনি ধনঞ্জয় ৰাজাক প্ৰণামি
চলি গৈলা তেতিক্ষণ্ ।
বিজয়ি সমৰে গন্ধৰ্ব্বক জিনি
আনিলন্ত দুৰ্য্যোধন ॥



শুনা সৰ্ব্বজন এৰি আন মন
কীৰ্ত্তন কৰিয়ো সাৰ ।
কৃষ্ণৰ চৰণে পশিয়ো শৰণে
ৰাম বোলা বাৰে বাৰ ॥ (১) ॥

সূত্ৰ—ভো ভো সভাসদ, যে জগতক পৰমগুৰু নাৰায়ণ ভূমিভাৰ হৰণ হেতু দৈৱকীৰ গৰ্ভে অৱতাৰ হুয়া ভূমিভাৰ হৰণ কয়ল, সোহি ভগৱন্ত ওহি সভামধ্যে প্ৰৱেশ কয়ে আৱত ॥ ইতি সূত্ৰো নিষ্ক্ৰান্তঃ ॥ আকাশে কৰ্ণংদত্বা সঙ্গিং প্ৰত্যাহ। সূত্ৰ পুছত—আহে সঙ্গি, আকাশে কি বাদ্য বাজে ।

সঙ্গি বোল—আহে সখি আকাশে হামাৰ দুন্দুভি বজাৱত ।

সূত্ৰ—দুন্দুভি বজাৱত, অঃ শ্ৰীকৃষ্ণ উদ্ধৱ সাত্যকি বলভদ্ৰ সহিতে মিলল মিলল ।

**শ্লোক**

প্ৰৱেশমকৰোৎ কৃষ্ণঃ বলোভদ্ৰসহান্বিতঃ ।
পীতবস্ত্ৰশোভিতাঙ্গো ঘনশ্যাম-কলেবৰঃ ॥ ৩ ॥

সূত্ৰ—আহে সামাজিক লোক, হাম্ যাকৰ কথা কহৈছে সোহি ভগৱন্ত ওহি সভামধ্যে প্ৰৱেশকয়ে আৱত ॥ ইতি সূত্ৰ নিষ্ক্ৰান্তঃ ॥

## গীত

**ৰাগ সিন্ধুৰা, একতাল**

ধ্ৰুং—আৱে জগতগুৰু কয়ো পৰসাৰ ।
কৰে শোভে চাৰি অস্ত্ৰ দেখিতে বাহাৰ ॥

পদ—উদ্ধৱ সাতাকি চলে আৰ বলোৰাম ।
ললিত বলিত দেহা দেখিতে সুঠাম ॥
কেয়ূৰকঙ্কণে কৰে কৰত দীপিতি ।
পাদপদ্ম খানিক দেখন্তে তৃপিতি ॥
বলয় নূপুৰে পদত আছে ঘোষ ।
তাক মনে ধৰি পাৱে ভকতে সন্তোষ ॥
ধীৰে ধীৰে আসিয়া পাইলন্ত সভাকোল ।
উৎসৱ কৰিয়া সবে ৰাম হৰি বোল ॥ (২) ॥

সূত্ৰ—ঐছন প্ৰৱেশকয়ে শ্ৰীকৃষ্ণ সভা প্ৰৱেশি ৰহল । তদনন্তৰে যুধিষ্ঠিৰক প্ৰৱেশ শুনহ ।

শ্লোক

প্ৰবিৱেশ তদাৰাজা ধৰ্ম্মৰাজযুধিষ্ঠিৰঃ
চতুৰ্ভিঃ ভ্ৰাতৃভিৰ্যুক্তঃ পশ্চাত্তু দ্ৰৌপদী সতী ॥ ৪ ॥

## গীত

ৰাগ আসোৱাৰি, পৰিতাল

ধ্ৰুং—আৱত যুধিষ্ঠিৰ ৰাজা মহীপাল ।
চাৰিভ্ৰাতৃ সঙ্গে চলে পৰম বিশাল ॥
পদ—বনে বনে ভ্ৰমি ৰাজা নানা দুঃখ পায় ।
দ্ৰৌপদীৰ যত কষ্ট কহন নযায় ॥
বদৰিকাশ্ৰম গৈয়া পাইলা মহীপাল ।
উৎসৱ কৰিয়া সবে বুলিয়ো গোপাল ॥ (৩) ॥

সূত্ৰ—ঐছন প্ৰৱেশ কৰি ৰাজা ভ্ৰাতৃগণ সহিতে বদৰিকাশ্ৰমে ৰহল । তদনন্তৰে অৰ্জ্জুনে ৰাজাক প্ৰণাম কৰি যে বোলল ।



অৰ্জ্জুন বোল—হে দাদা ধৰ্ম্মৰাজ, পাশা জিনি শকুনি সৰ্ব্বস্ব লৈয়া বনে খেদাৱল । হামাৰ অৱস্থা দেখি পিশাচে হাসয়, ধনজনবিভৱ এসব চাৰি দেলুহো । ক্ষত্ৰিয়ৰ শৰেসে জীৱন । হামো স্বৰ্গে গৈয়া পিতৃৰ স্থানে শৰ শিকবো । হামাক আজ্ঞা কৰহ ।

সূত্ৰ—অৰ্জ্জুনৰ বচন শুনি ৰাজা আশীৰ্ব্বাদ কয়ল । ৰাজাক প্ৰণামি পাৰ্থ স্বৰ্গে চলল । দেৱৰ সমাজে থাকি কিন্নৰ-গন্ধৰ্ব্বৰ মহা-সন্নিশৰ শিখল । দেৱতাতো কৰি শ্ৰেষ্ঠ ভেল । একবৰিষ স্বৰ্গে থাকি বাসৱক প্ৰণাম কৰি যুধিষ্ঠিৰৰ সমীপে চলল । তদনন্তৰে ৰাজা অৰ্জ্জুনক দেখি মুখে চুম্বন দিয়া আসনে বৈসায়া, সাদৰে যে বোলল ।

ৰাজা বোল—হে বাপু অৰ্জ্জুন, হামাৰ আশীৰ্ব্বাদে তোহো কুশলে আৱল । কোন প্ৰকাৰে স্বৰ্গ হন্তে শৰ শিখল, হামাত সত্বৰে কহ।

সূত্ৰ—ৰাজাৰ বচন শুনি অৰ্জ্জুনে প্ৰণাম কৰি যে বোলল ।

অৰ্জ্জুন বোল—হে দাদা, তোহাৰ প্ৰসাদে হামো কুশলে থিক । দেৱ-ৰাজৰ সমীপে অনেক শৰ মন্ত্ৰ শিক্ষি আছোঁ । হামাৰ ত্ৰিদশকো শঙ্কা নাই, অৱহেলে কৌৰৱকো জিনবো । হে ৰাজা, তোহো সংশয় নাহি কৰবি ।

সূত্ৰ—ভ্ৰাতৃৰ মুখে শুভ বাৰ্ত্তা শুনি ৰাজা আনন্দে ৰহল । দ্ৰৌপদী স্বামীক প্ৰণাম কৰি যে বোলল ।

যাজ্ঞসেনী বোল—হে স্বামী, এক বৰিষ স্বৰ্গত বসতি কয়ল, তোমাক নেদেখি মনে সুখ শান্তি নাই । স্বামী আসা, ভোজন কৰাবোঁ।

সূত্ৰ—প্ৰিয়াক আশ্বাস শুনি অৰ্জ্জুনে অভ্যান্তৰে গৈয়া ভোজন কয়ল । পাঞ্চ ভ্ৰাতৃ দ্ৰৌপদী সহিতে বদৰিকাশ্ৰমে পৰম আনন্দে ৰহল । ই কথা ৰহোক । লোমশ মুনি যুধিষ্ঠিৰৰ সমীপ চলল, মুনিক দেখি পাঞ্চ ভ্ৰাতৃ দণ্ডৱতে প্ৰণাম কয়ল । মুনি আশীৰ্ব্বাদ শ্লোক পঢ়ল ।

মুনি বোল—

শ্লোক

চিৰঞ্জীৱ চিৰঞ্জীৱ পাণ্ডৱকুলনন্দন
বসতু অচলা লক্ষ্মীঃ শত্ৰুক্ষয়ং দিনে দিনে ॥ ৫ ॥
(কথা) হে বাপু পাঞ্চজন, আমাৰ আশীৰ্ব্বাদে সৰ্ব্বদা কুশলে ৰহ।

সূত্ৰ—মুনিৰ বচন শুনি ৰাজায়ে বোলল।

যুধিষ্ঠিৰ বোল—হে মুনিৰাজ! হামো কোন স্থানে যাওঁ, কোন কৰ্ম্ম কৰোঁ হামাক অনুমতি দেহ।

সূত্ৰ—ৰাজাৰ বচন শুনি মুনি যে বোলল।

মুনি বোল—হে নৃপতি! হামাৰ আজ্ঞায়ে তোহো এস্থান চাৰি কাম্যক বনে চলহ। প্ৰভাস নদীৰ তীৰ, সোহি স্থান উত্তম দেখোঁ।

সূত্ৰ—মুনিবাক্য শুনি ৰাজা হৰিষ হুয়া ভীমৰ পুত্ৰ ঘটোৎকচক আগক মতায়া আনি যে বোলল।

যুধিষ্ঠিৰ বোল—হে বাপু ঘটোৎকচ, হামো কাম্যবনে যাওঁ, তোহো হামাক লৈয়া যাৱ।

সূত্ৰ—ৰাজাৰ বচন শুনি ঘটোৎকচে ৰাজাক প্ৰণাম কৰি যে বোলল।

ঘটোৎকচে বোল—হে মহীপাল। তোহাৰ পঞ্চভ্ৰাতৃ হামাৰ পৰম দেৱতা, যাজ্ঞসেনী হামাৰ মহামাতা। হামাৰ কন্ধে চৰহ, এখনে কাম্যবন প্ৰৱেশ কৰবো।

শ্লোক

ৱীৰবাক্যং তদা শ্ৰুত্বা যুধিষ্ঠিৰঃ সহানুগঃ।
তস্য স্কন্ধং সমাৰুহ্য প্ৰৱিবেশ ৱনং মুদা ॥ ৬ ॥



সূত্ৰ—তদনন্তৰে মহাবীৰে এক যোজনৰ পথ শৰীৰ বঢ়াৱল। ভয়ঙ্কৰ ৰূপ ধৰল। তাহেৰ কন্ধে চড়ি পাঞ্চভ্ৰাতৃ যাজ্ঞসেনী সহিতে কাম্যবনে চলল, তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি।

# গীত

## ৰাগ বেলোৱাৰ, ৰূপকতাল

ধ্ৰুং—চললি যুধিষ্ঠিৰ ভীমধনঞ্জয় বীৰ
যজ্ঞসেনী মাদ্ৰীসুত দুই।
যোজনৰ পথজুৰি গৈলা তৈৰ হস্তে লৰি
শিৰে আছে আকাশক ছুই ॥
পদ—ভীমৰ নন্দন বীৰ পৰাক্ৰমে মহাবীৰ
অন্তৰীক্ষে কৰিলা গমন।
নাহি এনে কিছু ভ্ৰম তিলেকো নাহিকে শ্ৰম
উত্তৰিলা কাম্যকৰ বন ॥
মৃগপশু বিহঙ্গম সিংহবাঘ অগণন
বৃক্ষগণ শোভে ফলে ফুলে।
কৌতুকে বিধান তবে আশ্ৰম কৰন্ত সবে
পুণ্যতীৰ্থ প্ৰভাসৰ কুলে ॥
হেনয় আনন্দমনে বসতি কৰয় বনে
কৃষ্ণাসহ পাঞ্চ সহোদৰ।
হৰিপদ মনে স্মৰি হৃদয়ত ৰূপ ধৰি
মোক ৰক্ষা কৰা গদাধৰ ॥ (৪)

সূত্ৰ—আহে সামাজিক লোক, কাম্যবন পাই দ্ৰৌপদী ধৰ্ম্মপুৰোহিত সহিতে একঠাই হুয়া ৰহল। ধৰ্ম্মৰ প্ৰভাৱে হস্তীনাতো কৰি অধিক আছয়। ই কথা ৰহোক, একদিনা শ্ৰীকৃষ্ণে সুধৰ্ম্মাসভা প্ৰৱেশি বলোভদ্ৰক সম্বোধি যে বোলল।

কৃষ্ণ বোল—হে দাদা হলায়ুধ, হে সখি উদ্ধৱ, হে বাপু সাত্যকি, তোহো হামাৰ বচন শুনহ। দুৰ্জ্জন কৌৰৱে কুট পাশা খেলি পাণ্ডৱক বনে খেদাৱল। ধৰ্ম্মৰাজা হামাৰ পৰম সুহৃদ, সৰ্ব্বদা হামাক চিন্তি থাকয়। তাহেক দেখিতে যাওঁ, তোৰা সব হামাৰ সঙ্গে চলহ।

**শ্লোক**

কৃষ্ণস্য ৱচনং শ্রুত্বা হলায়ুধোপৰন্তপঃ।
উদ্ধৱশ্চ সাত্যকিশ্চ যুযুঃ কাম্যৱনং তদা ॥ ৭

সূত্ৰ—কৃষ্ণৰ বচন শুনি যাদৱগণে কৃষ্ণৰ সহিতে, কাম্যবন পাৱল। তদনন্তৰে ৰাজা যুধিষ্ঠিৰে কৃষ্ণক দেখি আগবাঢ়ি গৈয়া গৃহপ্ৰৱেশ কৰাৱল। ছয়োজনে কৃষ্ণৰ চৰণে প্ৰণাম কয়ল। দ্ৰৌপদী ভৃঙ্গাৰৰ জলে কৃষ্ণৰ পাৱ পখালল। সে পদজল সবান্ধৱে শিৰে ধৰল। শ্ৰীকৃষ্ণে ৰাজাক সম্বোধি যে বোলল।

কৃষ্ণ বোল—হে দাদা ধৰ্ম্মৰাজ, বহুদিন তোমাক নেদেখি হামাৰ শৰীৰ বিকল, পাঞ্চভাই যাজ্ঞসেনী সহিতে কুশলে থিক।

সূত্ৰ—কৃষ্ণৰ বচন শুনি প্ৰেমে পুলকিত হুয়া নয়নক নীৰ বহি যায়। কৃষ্ণৰ চৰণে ধৰি যে বোলল।

ৰাজা বোল— **পয়াৰ**

জয় জয় জগত কাৰণ নাৰায়ণ।
জয় জয় তুৱা পাৱে পশিলো শৰণ ॥
জয় জয় সৃষ্টি-স্থিতি-লয় অন্তকাৰী।
প্ৰণামোহো ভকতজনৰ ভয়হাৰী ॥
কিমতে ভকতি প্ৰভু কৰিবো তোমাত।
ৰাত্ৰিদিনে মোহমায়া নেৰিলে আমাক ॥
তোমাৰ ভক্তৰ মাজে হুয়া একজন।



সেৱা কৰি থাকোঁ প্ৰভু তোমাৰ চৰণ ॥
ব্ৰহ্মাহৰে তোমাৰ যে অন্ত নপাৱয়।
ভকতেসে ঘৰে বসি তোমাক পাৱয় ॥
অধম পাণ্ডৱগণ পৰম দুঃখীক।
আমাক দেখিবে লাগি আসিলা বনক ॥ (৫)

সূত্ৰ—ৰাজা বোল।

ৰাজা বোল—হে প্ৰভু নাৰায়ণ, তোমাৰ চৰণ চোড়ি হামাৰ গতি নাহি। পাপিষ্ঠ দুৰ্য্যোধনে হামাক অপমান কয়ল। সেসব তোহাত বিদিত, তোহাৰ চৰণ চিন্তি আৰু কিছু দুঃখ নাহি। বাপু জগন্নাথ, ত্ৰাহি ত্ৰাহি।

কৃষ্ণ বোল—হে দাদা, অল্পকালে কৌৰৱ নাশ হৈবেক। অধৰ্ম্মৰো কৈতজয় নাহি, তোহো অচিন্তে ৰহ।

ৰাজা বোল—হামো দুঃখিতজনৰ গৃহে অল্পমাত্ৰ ভোজন কৰহ।

সূত্ৰ—ওহি বুলি ৰাজা কৃষ্ণ সঙ্গে চাৰি ভ্ৰাতৃ সহিতে স্নান কৰিতে প্ৰভাসে চলল।

**শ্লোক**

সহিতোৰামকৃষ্ণাভ্যাং ধৰ্ম্মৰাজঃ অনিন্দিতঃ
চতুৰ্ভিঃ ভ্ৰাতৃভিঃ সাৰ্দ্ধং প্ৰযযৌ প্ৰভাসং প্ৰতি ॥ ৮

সূত্ৰ—শ্ৰীকৃষ্ণে পাণ্ডৱ সহিতে প্ৰভাসে স্নান কৰি তীৰত উঠি শুক্লবস্ত্ৰ পিন্ধি তৰ্পণ কয়ল। আহে সামাজিক লোক, যাহাৰ পদে গঙ্গা বাজ ভেল, সে জলে স্নান কৰি লোক সব নিস্তাৰ হয়। সো হৰি নিজে স্নান কৰি প্ৰভাসৰ মহিমা বঢ়াৱল। পাণ্ডৱ সহিতে ভোজন কৰি সভাত বৈথল। তদনন্তৰে শ্ৰীকৃষ্ণে যুধিষ্ঠিৰক যে বোলল।

কৃষ্ণ বোল—হে দাদা ধৰ্ম্মৰাজ, তোহাৰ ভাগ্যৰ মহিমা কি কহবো! ওহি কাম্যবন হস্তীনাতো কৰি অধিকে শোভা কৰয়। অধৰ্ম্মীৰ কহিতো কল্যাণ নাহি, দুৰ্য্যোধন পৰম অধৰ্ম্মী। তাহেৰ ঐশ্বৰ্য্য সম তোহো ঐশ্বৰ্য্য সম্পত্তি সহিতে হামাক পাৰবি। হে দাদা, হামাক বিদায় দেহ, হামো দ্বাৰকাক যাওঁ।

সূত্ৰ—কৃষ্ণৰ বচন শুনি পাণ্ডুভ্ৰাতৃ কৃষ্ণক প্ৰণামি যে বোলল।

অৰ্জ্জুন বোল—হে প্ৰভু দামোদৰ, হামাক সৰ্ব্বদা আশীৰ্ব্বাদ কৰব। কহিতো হামাৰ ভয় নাহি।

সূত্ৰ—কৃষ্ণ বোল।

কৃষ্ণ বোল—হে সখি, হামাৰ আশীৰ্ব্বাদে তোহাক দেৱ অসুৰে জিনিতে নাহি পাৰব।

সূত্ৰ—ওহি বুলি শ্ৰীকৃষ্ণে দ্বাৰকা চলল। ইকথা ৰহোক। দুৰ্য্যোধনৰ প্ৰৱেশ দেখহ।

শ্লোক

প্ৰৱেশমকৰোৎ ৰাজা দুৰ্য্যোধনো নৰেশ্বৰঃ
শতভ্ৰাতৃসমাযুক্তো দণ্ডছত্ৰসুশোভিতঃ ॥ ৯

সূত্ৰ—তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ কানাৰা, পৰিতাল**

ধ্ৰুং—আৱত দুৰ্য্যোধন ৰাজা পৰম ৰঙ্গে।
দণ্ড ছত্ৰে চলি যাই পাত্ৰমন্ত্ৰী সঙ্গে ॥



পদ—ঢাকঢোল তবল বজাৱে অগণন।
ৰাজাৰ পাশত চলে কৰ্ণে দুঃশাসন ॥
এহিমতে আসি পাইল সভাৰ কোল।
সভাসদ লোকে ডাকি হৰি হৰি বোল ॥ (৬)

সূত্ৰ—আহে সামাজিক লোক, ৰাজা দুৰ্য্যোধন বীৰগণ সহিতে প্ৰৱেশকয়ে সভাত বৈথি ৰহল। দুঃশাসন চামৰে ঢোলয় পাত্ৰমন্ত্ৰীগণে কৰযোৰ কৰি থাকয়। সে সময়ে শকুনি ৰাজাক চাহি যে বোলল।

## পয়াৰ

শকুনি বোল—শুনা শুনা মহাৰাজা কুৰু নৰপতি।
উজ্জ্বল ভাৰতবৰ্ষে ভৈলা উতপতি ॥
ধন্য মহাৰাজা তুমি লোকৰ মাজত।
কোনো ৰাজা নাহি হয় তোমাৰ আগত ॥
তোমাৰ সমান ৰূপ নেদেখো সংসাৰে।
ত্ৰৈলোক্যৰ ৰাজা তোমাকেসে সেৱা কৰে ॥
হয় হস্তী ৰথ পদাতিৰ সীমা নাই।
কুবেৰ জিনিয়া ৰত্নভণ্ডাৰে আছয় ॥
বিপুল ঐশ্বৰ্য্য ধন ইন্দ্ৰৰ সমান।
সিটো বিভৱত কিছু নাহি প্ৰয়োজন ॥
ধনজন বিভৱক শত্ৰু নেদেখিলে।
এসব সম্পদ তোৰ সবে মিছা ভৈলে ॥
পূৰ্ব্বে নকৰিলো মই ভাল মন্ত্ৰণাক।
দেশৰ ডকায়া খেদাইলোহো পাণ্ডৱক ॥
নগৰৰ কাখত ৰাখিয়া দিলো স্থল।
নিতে নিতে দেখিলন্ত বিভূতিসকল ॥
দেখিয়া হৈলন্ত দগ্ধ পাণ্ডু পুত্ৰগণে।
এহি কথা পূৰ্ব্বে মোৰ নপৰিল মনে ॥ (৭) ॥

সূত্ৰ—শকুনি বোল ।

শকুনি বোল—হে ৰাজা, যদি পাণ্ডুৱক বনে খেদায়া নগৰৰ পাশে ৰাখাহা তবে তোমাৰ ঐশ্বৰ্য্য বিভূতি দেখি নিতে নিতে কান্দল হন্তে। দেখি তোহো পৰম সুখ পাৱলি হন্তে। তাহেক নকৰি বনে পঠাৱলি, তোহোৰ ৰাজ্যভাৰ সবে মিছা ভেল ।

সূত্ৰ—শকুনিৰ বচন শুনি কৰ্ণে শকুনিক প্ৰশংসা কৰি যে বোলল ।

কৰ্ণ বোল—(পদ) স্বৰূপ কহিলা বাপু মোমা মহাশয় ।
ইসব কথাক মই জানিলো নিশ্চয় ॥
অতদিন এসম্পদ নেদেখে পাণ্ডৱ ।
মোহোৰ মনত বৰ অসুখ লাগয় ॥
প্ৰভাস তীৰ্থৰ তীৰে তপস্বীৰ বেশে ।
শক্ৰসব তথাত আছয় নানা ক্লেশে ॥
চলা সবে যাওঁ তথা স্নান কৰিবাৰে ।
হুইব অনন্ত পুণ্য স্নান তীৰ্থ নীৰে ॥
হয়-হস্তী ৰথ-ৰথী চতুৰঙ্গ দল ।
সবাহাৰে লড়িবাৰ প্ৰত্যাদিশ কল ॥
ইন্দ্ৰৰ অধিক ৰাজা বিপুল বৈভৱ ।
দেখিয়া দ্বিগুণে দগ্ধ হুইবে পাণ্ডৱ ॥
ঘোষণা কৰিয়া সৰ্ব্বলোকে কহিয়োক ।
কিন্তু ভীষ্ম দ্ৰোণ দ্ৰৌণি তিনি নজানোক ॥
ইহাৰ বিধান এহিমতে মোৰ মনে আসে ।
এক যাত্ৰা দুই কাৰ্য্য হৈবেক বিশেষে ॥ (৮) ॥

কৰ্ণ বোল—হে নৰপতি মমা শকুনি যে কহল, সোহি কথা উচিত হই। তোমাৰ ধনজন সবে ব্যৰ্থ ভেল। যদি ঐশ্বৰ্য্য দেখাইতে মন আছে তবে প্ৰভাসৰ তীৰে চলহ। তোমাৰ সম্পত্তি দেখি পাণ্ডৱে অপমান পাওক ।



শ্লোক

কৰ্ণস্য বচনং শ্ৰুত্বা হৰ্ষাপ্লুতঃ কুৰুপতিঃ ।
পাত্ৰমন্ত্ৰীসমাবৃত্য জগাম প্ৰভাসং প্ৰতি ॥ ১০ ॥

সূত্ৰ—কৰ্ণ শকুনিৰ বচন শুনি দুইকো প্ৰশংসা কৰি যে বোলল ।

দুৰ্য্যোধন বোল—ধন্য ধন্য সখি কৰ্ণ, ধন্য ধন্য মোমা শকুনি, হামাৰ অভিপ্ৰায় কহল। অয়ে পাত্ৰমন্ত্ৰীগণ, হামো প্ৰভাসে যাওঁ তোহো ভাল অলঙ্কাৰ পৰিধান কৰি হামাৰ সঙ্গে চলহ। হামাৰ প্ৰিয়া মহাদৈ ৰত্ন আভৰণ পৰিধান কৰি চলিতে সাজু হৱ। দুঃশাসনে বীৰগণ সজাই আনহ ।

সূত্ৰ—ৰাজাৰ বচন শুনি দুঃশাসনে ৰাজাগণ আনি যোগাৱল। নাৰী-গণে উৰুলিমঙ্গল কৰি চলিতে সাজ ভেল। তাহে দেখি কৰ্ণে ৰাজাক যে বোলল ।

কৰ্ণ বোল—হে নৃপতি সত্বৰে ৰথে উঠহ। [ দুঃশাসনে অনেক সম্ভাৰ ৰথে তুলি বীৰগণ সহিতে যৈছে চলল, তাহে শুনি বিদুৰে লৰৰি আসি আগবাঢ়ি যে বোলল । ]

বিদুৰ বোল—আহে বাপু দুৰ্য্যোধন, তোহো কাহে যাৱ, ৰহ ৰহ। পুণ্যকৰ্ম্মে বাধা কৰিতে উচিত নোহে, সে কাৰণে যে বোলো তা শুনহ। সিটো মহাতীৰ্থ প্ৰভাস, তাহাত যক্ষ-ৰক্ষ-গন্ধৰ্ব্ব দেৱ ঋষি সবে বাসা কৰয়। কাহাৰ সঙ্গে দণ্ড কৰবি নাহি ।

দুৰ্য্যোধন বোল—হে খুৰাই, যদি হামো দণ্ড কৰো, তোমাৰ কোন প্ৰয়োজন আছয়? হামাৰ যত সৈন্য আসি আছয় ইন্দ্ৰসম কুবেৰকো শঙ্কা নাহি, জানি তোহো গৃহে চলহ ।

সূত্ৰ—ওহি বুলি দুৰ্য্যোধনে ৰথ ডাকল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

# গীত

## ৰাগ শ্ৰী জৌতিমান

ধ্ৰুং—ৰথে চৰি লৰিলন্ত কৌৰৱৰ পতি ।
বিলম্ব নকৰি ৰথ ডাকে শীঘ্ৰ গতি ॥
পদ—প্ৰজাৰ ভৰত ভূমি কাম্পে ঘনে ঘন
ধূলা উৰি ঢাকিলন্ত আকাশ গগন ॥
ভীষ্ম দ্ৰোণ অশ্বত্থমা কৃপাচাৰ্য্য বীৰ ।
চাৰিজন বাজে সৈন্য হৈল বাহিৰ ॥
নগৰ চাৰিয়া বনে কৰিলা প্ৰৱেশ ।
এহিমতে যাই ৰঙ্গে কৌৰৱ বিশেষ ॥
কাম্যক যাহন্তে পথে গন্ধৰ্ব্বৰ থান ।
খেলাখেলি কৰন্তে ভাগিল পুষ্পবন ॥
দেখিয়া খঙ্গিলা পাছে গন্ধৰ্ব্ব ৰক্ষক ।
ৰামহৰি বুলিয়োক সভাসদ লোক ॥ (৯) ॥

সূত্ৰ—ঐচন প্ৰকাৰে ৰাজা দুৰ্য্যোধন প্ৰভাসে যাহান্তে কাম্যকবনে, গন্ধৰ্ব্বৰ অনেক উদ্যান আছয়, প্ৰজাৰ গৰ্জ্জনে ৰথ ঘৰিষণে হস্তীৰ খোজত, অনেক ঘৰ ভাগি পৰল । গন্ধৰ্ব্বৰ ৰখিয়াসবে দেখ যে বোলল ।

ৰখিয়াসবে বোল—আহে নৃপতি কাতগহে গন্ধৰ্ব্বৰ থান ভাঙ্গল ? হামো ইহাৰ ৰক্ষক, গন্ধৰ্ব্বে শুনিলে বৰ ক্ৰোদ্ধ কৰব । আঃ উহি কথা ভাল নোহে ।

সূত্ৰ—ৰখিয়াৰ কথা শুনি কৰ্ণে মহাক্ৰোধে যে বোল ।

কৰ্ণ বোল—অয়ে ৰখিয়াসব, তোহাৰ গন্ধৰ্ব্বত কহগিয়া যে শক্তি আছে হামাক কৰোক । হামাৰ আগে তোৰ গন্ধৰ্ব্বক বীৰ বখান, তোহাৰ লাজ নাহি ?



সূত্ৰ—ওহি বুলি কৰ্ণে ৰখিয়াক ঢক্কা মাৰি খেদাৱল, ৰখিয়াগণে তৎকালে গৈয়া গন্ধৰ্ব্বত জনাৱল ।

ৰখিয়া বোল—হে প্ৰভু গন্ধৰ্ব্ব, পুষ্প উদ্যান ৰাখিতে হামাক পঠাৱল । প্ৰভাসথানে দুৰ্য্যোধন কুৰুপতি আসি তোমাৰ উদ্যান ভাঙ্গল । তোহাৰ নাম শুনি হামাক ঢক্কা মাৰি খেদাৱল । হে প্ৰভু তোহো যদি প্ৰতিকাৰ নকৰহ তবে মনুষ্যৰ আশ বাঢ়ব, জানি সত্বৰে চলহ ।

সূত্ৰ—ৰখিয়াৰ মুখে ঐচন বচন শুনি মহাক্ৰোধে গন্ধৰ্ব্বে যে বোলল ।

গন্ধৰ্ব্ব বোল—ঐয়ে ৰখিয়াসব, তোহো হামাৰ সঙ্গে চলহ, কৈৰ কৰ্ণ দুৰ্য্যোধন আসি হামাৰ পুষ্প উদ্যান ভাঙল ? আজো তোহো দেখব তাহেক প্ৰতিফল দেৱবো ।

পদ—চলহ ৰখিয়া তাক কৰিবোহো খৰ্ব্ব ।
কোনচাৰ মনুষ্য মোৰ আগে কৰে গৰ্ব্ব ॥
মৰণ বেলাত পিঁপৰাৰ জাকি উঠে ।
নিছএ পঠাইবো আজি শমন নিকটে ॥
কাতগহে মোৰ থান ঘৰক ভাঙ্গয় ।
কালে ধৰিলেক তাক কহিলো নিছয় ॥ (১০)

### শ্লোক

ততঃ চিত্ৰৰথোবীৰঃ কোপপুৰিতলোচনঃ ।
নানাশস্ত্ৰং কৰে ধৃত্বা চচালোদ্যানসন্নিধিম্ ॥ ১১

সূত্ৰ—ওহি বুলি গন্ধৰ্ব্বে মহাকোপে গৰ্জ্জি দুৰ্য্যোধনৰ সমীপে চলল । দিব্যধনু ধৰি কুৰুসৈন্যৰ মাজে পশি বুলিতে লাগল ।

গন্ধৰ্ব্ব বোল—(পদ) অৰে দুষ্ট চল আজি শমনৰ সাধ ।
শৃগাল হৈয়া কৰ সিংহৰাজে বাদ ॥
মাখিক মাৰিয়া হেৰ কৰ মুনিষাই ।
পৰিলি মোহোৰ হাতে আজি ৰক্ষা নাই ॥

ইন্দ্ৰচন্দ্ৰ কুবেৰ বৰুণ হুতাশন !
মোৰ সম শৰধাৰী আছে কোনজন ॥
মোৰ আগে অত বীৰ দেখাৱস তই !
কৌৰৱ নিৰ্ম্মূল আজি কৰিবো নিছই ॥ (১১)

সূত্ৰ—গন্ধৰ্ব্বে বোল

গন্ধৰ্ব্ব বোল—ঐয়ে মনুষ্যসব, হামাৰ ৰথিয়াক মাৰলি, মাখিক মাৰি মুনিষ দেখাৱ। মঞি গন্ধৰ্ব্ব বাপেৰক নাহি চিন্নহ, তোহাক যমে পাৱল, যত শকতি আছে সমৰ কৰহ ।

সূত্ৰ—গন্ধৰ্ব্বৰ বচন শুনি কৰ্ণে যে বোলল ।

কৰ্ণে বোল—(পদ) কাৰ আগে অত ববাই কৰহ
দুৰ্জ্জন গন্ধৰ্ব্ব তয় ।
যতপৰ আছে বাজকৰ হেৰ
দেখোঁ তোৰ মুনিষায় ॥
কৰ্ণ কেন বীৰ নজান পামৰ
দেখাইবো তোক প্ৰমাণ ।
তোৰ যত সেনা উকুৱাই নিবো
দেখি থাক বিদ্যমান ॥
কুৰুবংশ মাজে দুৰ্য্যোধন ৰাজা
বীৰমধ্যে যশ যাৰ ।
তাক খেদি আস হেৰ অগিয়ান
দিবো তাৰ প্ৰতিকাৰ ॥
বাঘৰ আগত ছাগৰ ভাবুকি
তাক কৰে কোন ডৰ ॥
নিশ্চয়ে জানিবি ভিক্ষাৰী গন্ধৰ্ব্ব
নিবো তোক যমদ্বাৰ ॥ (১২)

(কথা)—অয়ে গন্ধৰ্ব্ব দুৰাচাৰ তোহাক হামাৰ ভয় নাহি। তোহো হামাক নাহি জানহ, আজো পৰিচয় দেৱবো ।



সূত্ৰ—ওহি বুলি দেহো ঘোৰ সমৰ কয়ল, তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি ।

## গীত

**ৰাগ কানাড়া, পৰিতাল**

ধ্ৰুং—হেন দেখি গন্ধৰ্ব্বে হানিলা পাঞ্চ বাণ ।
স্বৰ্গপথে কৰ্ণে তাক কৰিলা খান খান ॥
পদ—গন্ধৰ্ব্বে দেখিলা অস্ত্ৰ কাটিলেক কৰ্ণ ।
ক্ৰোধে কম্পমান তনু চক্ষু ৰক্তবৰ্ণ ॥
হংসমুখ দিব্যঅস্ত্ৰ যুৰিলে প্ৰবন্ধে ।
অস্ত্ৰে অগ্নি বাহিৰাৱে ঝলকে ঝলকে ॥
মহাবীৰ কৰ্ণ তবে অপূৰ্ব্ব সন্ধানে ।
কাটিল গন্ধৰ্ব্ব অস্ত্ৰ অৰ্দ্ধচন্দ্ৰ বাণে ॥ (১৩)

সূত্ৰ—ওহি বুলি দোহো ঘোৰ সমৰ কৰয় । কোনজনে কাকো পাৰয়ে নাহি। পেখি কৰ্ণে পুনু শৰ প্ৰহাৰল, গন্ধৰ্ব্বৰ গাৱে পৰি ব্যৰ্থ ভেল । দেখি কৰ্ণে মহাকোপে যে বোলল ।

কৰ্ণ বোল—অয়ে গন্ধৰ্ব্ব দুৰাচাৰ ৰহ ৰহ, আজো তোহাৰ প্ৰাণ চোৰাৱাবো। মোহৰ হাতে তোহাৰ নিস্তাৰ নাহি ।

সূত্ৰ—কৰ্ণৰ ঐচন বচন শুনি, গন্ধৰ্ব্বপতি মায়া কৰি আকাশে উঠি গৰ্জ্জিতে লাগল। চোখা চোখা শৰ হানি কৰ্ণৰ শৰ পথতে কাটল। এহিমতে দুই দুইকো শৰ প্ৰহাৰয়। পৰাক্ৰমে দোহো সম। তদনন্তৰে গন্ধৰ্ব্বে কৰ্ণক যে বোলল ।

গন্ধৰ্ব্বে বোল—অয়ে কৰ্ণ, তোহো সম বীৰ নাহি। মোহোক বিচেষ্টা কয়লি, অব হামু শৰ প্ৰহাৰো তোহো সম্বৰণ কৰহ ।

সূত্ৰ—ওহি বুলি গন্ধৰ্ব্বে বাণ হানল, কৰ্ণ অচেতনে পৰল। কতোক্ষণে চেতন লভি গন্ধৰ্ব্বক বেড়ি ধৰল। কুৰুসেনা গন্ধৰ্ব্ব সহিতে ঘোৰ সমৰ ভেল।

## গীত

ধনুক টঙ্কাৰ দিলা কৌৰৱৰ সেনা।
গন্ধৰ্ব্ব কৰিলা নাশ সবে বৰিষণা ॥
দশোদিশ ঘুৰিয়া ভৈলেক অন্ধকাৰ।
গন্ধৰ্ব্বে সবাৰো অস্ত্ৰ কৰিলে সংহাৰ ॥
প্ৰাণপণে যুদ্ধ সবে কৰিলা বিস্তৰ।
সৰবাণ নিবাৰিলা গন্ধৰ্ব্ব ঈশ্বৰ ॥

গন্ধৰ্ব্ব বোল—অয়ে ৰাজা দুৰ্য্যোধন, কাতগহে হামাৰ দেৱমন্দিৰ ভাঙ্গলি ওহি বীৰক দেখাইয়া গৰ্ব্ব কয়লি। কৰ্ণ দুঃশাসন শকুনি কাহে গেল? আজো তোহাক কোনজনে ৰাখব?

সূত্ৰ—গন্ধৰ্ব্বৰ বচন শুনি মহাকোপে যে বোলল।

দুৰ্য্যোধন বোল—অয়ে নপুংসক গন্ধৰ্ব্ব, কাতগহে হামাক খেদি আস? মঞি কিমান বীৰ তোহো নাহি জানহ। এখনে দৰ্পচূৰ্ণ কৰবো, ৰহ ৰহ।

সূত্ৰ— (পদ)

শুনৰে গন্ধৰ্ব্ব বেটা অত তোৰ সাস।
প্ৰমত্তসিংহক তঞি শৃগালে জোকাস ॥
মোহোৰ আগত তঞি পাৰ অত গালি।
মাৰ্জাৰীৰ আগে মূষ কৰ মহতালি ॥
কাঠি লৈয়া সাগৰক জুখিবাক চাস!
আজি মোৰ হাতে তঞি হৈবি সৰ্ব্বনাশ ॥
কৰ্ণ দুঃশাসন শকুনিক খেদাই বীৰ।



সেহি গৰ্ব্বে মোক খেদি আস দুৰাচাৰ ॥
দেখা মোত দোষ কিটো আছে দেৱসৰ্ব্ব।
গৰল বিষক খাই মৰিল গন্ধৰ্ব্ব ॥
মঞি কতমান বীৰ জানিবি নিশ্চয়।
গদাঘাতে আজি তোক নিবো যমালয় ॥ (১৫)

সূত্ৰ—দুৰ্য্যোধনৰ বচন শুনি গন্ধৰ্ব্বে আঠশৰ হানল দুৰ্য্যোধনে ছয়শৰ মাৰি বাটত কাটল। পেখি গন্ধৰ্ব্বে নাগপাশ মাৰি ৰাজাক বন্দী কয়ল। নাগপাশে বন্দী হুয়া যৈছে বিলাপ কয়ল।

দুৰ্য্যোধন বোল— **(মুক্তাৱলী)**

হা হৰি হৰি, কিয়নো নমৰি, আছোঁ প্ৰাণ ধৰি,
জীৱন নযাই চাৰি এ,
হা বিধি কিনো লিখিলে মোৰ কম্পালে।
হা কৰ্ণবীৰ, দুঃশাসন ধীৰ মোক ঐত এৰি
কৈক গৈলি লৰিএ,
নাৰীগণ সঙ্গে বিপদে মই পৰিলোঁ।
হা হা অন্ধৰাজ, বিদুৰ খুৰাই, তোমাসাৰ বাক্য
নুশুনি আমাৰ এ,
ৰাজা হুয়া মোৰ ঘটিল হেন দুৰ্গতি।
তব পুত্ৰবধূ, গন্ধৰ্ব্বে নিৱঞি, সহিবা কিমতে
তোমাসাৰ চিত্তএ,
শুনিয়া গান্ধাৰী শোকতে মৰিবে কান্দি।
ৰাজ্যভাৰ এৰি, প্ৰভাসক লৰি, আসিলোহো নিষ্ট কৰি
আড়ম্বৰ ধৰিএ,
গন্ধৰ্ব্বৰ হাতে সবাক্কৰে নাশ ভৈলো।
আজি ধৰি মোক, গন্ধৰ্ব্বৰ দাস, কৰি দিলা হৰি
জানে নিষ্ট কৰি এ,
হা প্ৰাণপ্ৰিয়া কি হৈব তোৰ বিলাই। (.৬)

সূত্ৰ—ওহি বুলি দুৰ্য্যোধন কান্দি কান্দি ৰহল। গন্ধৰ্ব্বে মহাবেগে ৰথ চলাৱয়।

শ্লোক

ৰাজ্ঞঃ সক্ৰন্দনং শ্ৰুত্বা শোকে ভানুমতী সতী।
মূৰ্চ্ছিতা পতিতা ভূমৌ যথাবাতাহতা লতা ॥ (১৩)

সূত্ৰ—স্বামীৰ বন্ধন দেখি ৰাজমহিষী যৈছে আৰ্ত্তৰাৱে বিলাপ কয়ল।

ভানুমতী বোল—

হৰি হৰি কিনো বিধি নভৈলেক কাৰ্য্য সিদ্ধি
কিনো বিধি লিখিলে কপালে।
হা মোৰ প্ৰাণনাথ ৰক্ষা কৰা জগন্নাথ
পাৰ কৰা বিপদ সাগৰে ॥
আমি সব ধৰ্ম্মহীন পাপকৰ্ম্মে প্ৰতিদিন
তোমাক নজানে অভাজনে।
সত্যে আমি হীন তথা কেৱল কৰাহা কৃপা
দীনবন্ধু নামৰ কাৰণে ॥
দুষ্ট বুদ্ধি স্বামীগণ ধৰ্ম্মহিংসা অনুক্ষণ
সিকাৰণে গৈল অধোগতি।
আমি নাৰী কুলক্ষণী নজানো তোমাৰ তুতি
ৰক্ষা কৰা জগতৰ পতি ॥
কুৰুশ্ৰেষ্ঠ ধৰ্ম্মপতি যাহাৰ ধৰ্ম্মত মতি
অনুগত ভই পাঞ্চজন।
কেৱলে ধৰ্ম্মৰ সেতু প্ৰাণতেজে ধৰ্ম্ম হেতু
তাঙ্কহ খেদিলা স্বামীগণ ॥
মহালক্ষ্মী যাজ্ঞসেনী সভামাজে তানি আনি
চুলে ধৰি কৰিলা দুৰ্গতি।
সে কৰ্ম্মৰ ফলে আজি বিপদ সাগৰে মজি
সবাৰে হৰাইলা কুলজাতি ॥ (১৭)



সূত্ৰ—ঐচন প্ৰকাৰে ৰাজ নাৰীগণে আৰ্ত্তৰাৱে কন্দয়। একোমতে এৰাইতে চল নাহি। দূতক চাহি যে বোলল।

ভানুমতী বোল—আহে দূতসৱ, হামো এক কথা কহো তা শুনহ। তোহো সত্বৰে ধৰ্ম্মৰাজাক কহগিয়া প্ৰভাসক আসন্তে তোহাৰ ভ্ৰাতৃবধূক গন্ধৰ্ব্বে বান্ধি লৈয়া যায়। ভায়কৰ অপৰাধ নধৰি হামো যদি তাহান বহাৰী হঞ্, তবে শীঘ্ৰে অৰ্জ্জুনক পঠাই গন্ধৰ্ব্বৰ হাতৰ মেলায়া নিয়োক। যদি পূৰ্ব্বকথা মনে পৰি অৱহেলা কৰে, তাহাত বন্ধদোষ দিয়া অগ্নি জ্বালি মৰবো। নোহে জলে জাম্প দেৱবো। নিষ্টে বোললো। ইহা জানি তোহো নৃপতিত কহগিয়া।

সূত্ৰ—নাৰীগণে দূতৰ হাতে পত্ৰ এক লেখি পঠাৱল। দূতে ধৰ্ম্মৰাজাক প্ৰণামি বোলল।

দূতে বোল—হে মহাৰাজা, তোহাৰ ভ্ৰাতৃ দুৰ্য্যোধনে প্ৰভাসে আসন্তে, চিত্ৰসেন গন্ধৰ্ব্বৰ পুষ্পউদ্যান কিছু ভাঙ্গল। গন্ধৰ্ব্বে আসি যুদ্ধে হৰুৱাই ৰাজাক নাৰীগণ সহিতে বান্ধি লৈয়া যায়। যদি তোমাৰ ভাই হয় তবে তাহাক মেলাই আনহ। ৰাজমাতা তোমাৰ ঠাই ওহি পত্ৰ পঠাৱল।

সূত্ৰ—দূতে ৰাজাৰ হাতে পত্ৰ দেলহ। ৰাজা পত্ৰ খুলি চাহি ভীম অৰ্জ্জুনক বিনয়ে যে বোলল।

যুধিষ্ঠিৰ বোল—হে বাপু ভীম-অৰ্জ্জুন, যাৱত গন্ধৰ্ব্ব নিজ দেশে নাহি যাৱে, তাৱত দুৰ্য্যোধনক মেলাই আনহ। আগে গন্ধৰ্ব্বক মৃদু কথা কহবি, যদি তাহাত ৰাজি নাহি হই তবে পৰে যুদ্ধ কৰি আনবি।

শ্লোক

ৰাজেন্দ্ৰস্য বচঃ শ্ৰুত্বা ভীমাৰ্জ্জুনৌ কোপান্বিতৌ।
ঘৃতদীপ্তৌ অগ্নিতুল্যৌ জজ্বলতুঃ মুহুৰ্মুহুঃ ১৪ ॥

সূত্ৰ—ৰাজাৰ বচন শুনি ভীমে কোপকয়ে যে বোলল।

ভীম বোল—ধন্য ধন্য মহাৰাজা, তোহো ধৰ্ম্মতে অৱতাৰ তোমাৰ অদৃষ্টৰ ফলে হামাৰ অতেক দুৰ্গতি ভৈল। দুৰ্য্যোধনে ৰাত্ৰিদিনে হামাৰ শত্ৰুতা ভাবি থাকয়। তাৰ ফল আজি গন্ধৰ্ব্বে ভুঞ্জাওক।

পদ

অধৰ্ম্মৰ ফলে ৰাজা অধৰ্ম্মৰ সুখ।
তাহে দেখি নিতে পাই পৰম কৌতুক ॥
ক্ৰমে ক্ৰমে সকলো সংসাৰে কৰে জয়।
কালে পাইলে মূলৰো সহিতে নষ্ট যায়।
যত কৰ্ম্ম কৰিলেক দুষ্ট দুৰাশয়।
নিশক্ৰ হইল ৰাইজ্য চলা মহাশয় ॥ (১৮)

সূত্ৰ—ভীমৰ বচন শুনি অৰ্জ্জুনে প্ৰশংসা কৰি যে বোলল।

অৰ্জ্জুন বোল—যে ৰূপ কহিলা দাদা সবে সত্য হয়।
এহিকথা বৃকোদৰ মোৰ মনে লয় ॥
দদাৰ কথা শুনি মোৰ উঠে ক্ৰোধ।
আজিসে বুজিলো দদা ছৱালৰ বোধ ॥
জানি আছোঁ দুৰ্য্যোধন আমাৰ যে বৈৰী।
তাহাক মেলাইতে দদা কহে কেনে কৰি ॥
তোহাৰ বাক্যত থাকি হেনসে অৱস্থা।
আৰ নকহিবা তুমি কৌৰৱৰ কথা ॥
নযাইবো তাহাক আমি মেলাইতে নিশ্চয়।
গন্ধৰ্ব্বৰ হাতে মৰি যাওক যমালয় ॥ (১৯)

(কথা) হে প্ৰাণ দাদা, তোমাৰ কথাত আমাৰ ঐচন অৱস্থা। আন হেন বাক্য বোলবি নাহি। ভাবি চাৱ দুৰ্য্যোধন তোমাৰ কমন মিত্ৰ। বাৰম্বাৰ হামাক কত অপকাৰ কৰি আছয়। তাহেৰ ফল গন্ধৰ্ব্বৰ হাতে পাওক। হামাক মেলাইতে নাহি বোলবি, নাহি।

সূত্ৰ—অৰ্জ্জুনৰ বচন শুনি নকুলে যে বোলল।



নকুল বোল—হে ধৰ্ম্মৰাজ, হামাৰ মাজিউ দদায়ে যে কহল সবে সত্য হয়। ভীমক বিষ খুৱাইল, যৌগৃহে থৈয়া পাঞ্চ ভ্ৰাতৃক পুৰি মাৰিতে ইচ্ছা কয়ল। ভাগ্যে সে বাচলো, দুৰ্য্যোধনে কত দুঃখ দিয়া আছে মনে গুণি চোৱা।

পদ

পাঞ্চভাইক পাশা খেলি খেদিলে বনক।
সিটো কথা দদা কেনে নপৰে মনত ॥
একবস্ত্ৰা ৰজস্বলা দ্ৰৌপদ-কুমাৰী।
সভামধ্যে লাঞ্ছনা কৰিলে কেশে ধৰি ॥
সি সব কথাক তুমি পাসৰিলা মনে।
পুনৰ্ব্বাৰ আনিতে বোলাহা দুৰ্য্যোধনে ॥ (২০)

সূত্ৰ—ওহি বুলি কুমৰ ৰহল। সহদেৱে ৰাজাক যে বোলল।

সহদেৱ বোল—হে ধৰ্ম্মৰাজ, তোহাৰ কথাত হামাৰ শৰীৰ বিকল। শুক্ৰবাৰে দশমীত কালঘট যোগ। তোহাৰ শনি প্ৰবাসত, সে কাৰণে হামো নিষেধ কয়লো। তাহাক নুশুনি তোহো শকুনি সহিতে পাশা খেলল। সৰ্ব্বস্ব ত্যাগী বনে চলল। বাক্যে বন্ধ হুয়া, তোহাৰ সঙ্গে হামো চললো। হে ৰাজা, কত দুখ পায়া আছোঁ মনে গুণি চোৱা। দুৰ্য্যোধন দুষ্টৰ কলসি, তাহাক নিলে হামাৰ কি ভৈল?

সূত্ৰ—ভ্ৰাতৃসবৰ বচন শুনি ৰাজা আশ্বাসি যে বোলল।

ৰাজা বোল—হে ভায়াসব, তোহো যে বোলল সব সত্য হয় কিন্তু ক্ৰোদ্ধ নভৈলে কাৰ্য্যসিদ্ধি নাহি হয়। দুৰ্য্যোধন হামাৰ পৰম শত্ৰু, হামো তাহাৰ পৰম বৈৰী। হামো পাঞ্চ ভাই, তাৰা শতজন। আনপক্ষে দুয়োঘৰে কন্দল কৰবো, কিন্তু কদাপিতো পৰক চাৰি নাহি দেৱবো। সে নিমিত্তে তোহাক আনিতে বোললো, বিশেষত গন্ধৰ্ব্বে স্বৰ্গে গৈয়া দেৱৰ সমাজে কহব, দুৰ্য্যোধনক ধৰি

বান্ধি আনলো, য়ুধিষ্ঠিৰৰ পাঞ্চভ্ৰাতৃ তথাতে আছল। দেৱৰাজে শুনি তোহাক গৰিহা কৰব। দুস্তৰহন্তে দুৰ্য্যোধনক মেলাই আনহ, বিলম্ব কৰব নাহি।

সূত্ৰ—ধৰ্ম্মৰাজাৰ বচন শুনি অৰ্জ্জুনে মহাক্ৰোধে যে বোলল।

অৰ্জ্জুন বোল—

পদ

শুনিয়োক মহাশয় মোহোৰ বচন।
এখনে মেলায়া আনিবোহো দুৰ্য্যোধন ॥
কেনেকুৱা গন্ধৰ্ব্ব দেখিবো আজি মই।
পৰিল প্ৰমাদে সিও জানিবা নিশ্চয় ॥
যিটো শৰে বান্ধিয়া নিয়াছে দুৰ্য্যোধন।
সেহি শৰেবান্ধি তাক আনো এতিক্ষণ ॥ (২১)

সূত্ৰ—অৰ্জ্জুন বোল।

অৰ্জ্জুন বোল—হে দাদা, তোমাৰ প্ৰসাদে গন্ধৰ্ব্ব হামাৰ কোন হয়। এখনে তাহাক জিনি দুৰ্য্যোধনক অনবো। তোহো ৰঙ্গ দেখহ।

সূত্ৰ—ওহি বুলি ধনঞ্জয় ৰাজাক প্ৰণাম কৰি, কৃষ্ণক হৃদয়ে ধৰি ৰথে চৰি মহাবেগে ৰথ ডাকল। বিমান মাৰ্গে গন্ধৰ্ব্বৰ সমীপ পাই যে বোলল।

অৰ্জ্জুন বোল—অঃ জানো, গন্ধৰ্ব্বে হামাক দেখি, ভয়ে বেগে ৰথ ডাকি, দেৱৰ সমাজে পশব। ইহা জানি শৰ হানি পথ নিৰুদ্ধ কৰোঁ।

সূত্ৰ—ওহি বুলি অৰ্জ্জুনে দিব্য শৰ হানি পথ নিৰুদ্ধ কয়ল। দেখি গন্ধৰ্ব্বে অৰ্জ্জুনক যে বোলল।

গন্ধৰ্ব্বে বোল—আহে ধনঞ্জয়, তোহো কাহে যাৱ? কি নিমিত্তে হামাৰ পথ ৰোধ কয়লি? দুৰ্য্যোধনক মেলাইতে আৱলি, ভালেতো পাঞ্চভায়েৰক দেশৰ ডাকল। ছিঃ তোহাৰ লাজ নাহি



সূত্ৰ—অৰ্জ্জুনে বোল।

অৰ্জ্জুন বোল—

পদ

মোহোৰ বচন শুন গন্ধৰ্ব্ব তনয়।
আজি মোৰ হাতে বেটা যাইবি যমালয় ॥
যদিবা পৰম শত্ৰু দদা আপোনাৰ।
সত্বৰে কৰহ মুক্ত দদাক আমাৰ ॥
যদিসে বচন তই নুশুন আমাৰ।
তাৰ প্ৰতিফল আজি দিবো দুৰাচাৰ ॥ (২২)

সূত্ৰ—অৰ্জ্জুনৰ বচন শুনি গন্ধৰ্ব্বে যে বোলল।

গন্ধৰ্ব্ব বোল—

পদ

শুন অৰে ধনঞ্জয় বুজিলোহো মতি।
ভালেতো তোহাক কৰে হেনয় দুৰ্গতি ॥
মৰিতে বাসনা তোৰ হুইয়াছে নিশ্চয়।
দুইভাই একেলগে যাইবি যমালয় ॥ (২৩)

সূত্ৰ—গন্ধৰ্ব্বৰ নিন্দা শুনি অৰ্জ্জুনে ঘোৰ সমৰ কয়ল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ কানাড়া, পৰিতাল**

ধ্ৰুং—এহি বুলি দুই বীৰে কৰয় সমৰ।
স্বৰ্গ মৰ্ত্ত্য পৃথিবী ভৈলেক অন্ধকাৰ ॥
পদ—দেখি পাৰ্থে হানিলেক বহু শৰ বাণ।

গন্ধৰ্ব্বৰ হাতত কাটিলে ধনুখান ॥
দোহোৰ বিচিত্ৰ শিক্ষা মাৰে লঘুহাত।
বৃষ্টিৰ সদৃশ কত পৰে নানা মত ॥
কাটিলেক দুইবো অস্ত্ৰ দোহাকাৰ শৰে।
জলক উঠলে যেন প্ৰলম্পি সাগৰে ॥
হইল দোহাৰ অঙ্গ শৰে জৰজৰ।
তিলেক বিশ্ৰাম নকৰয় দুয়ো বীৰ ॥
যিটো বাণে গন্ধৰ্ব্বে বান্ধিলে দুৰ্য্যোধন।
সেহি বাণ ধনুত যে জুৰিলা অৰ্জ্জুন ॥
বান্ধিলা গন্ধৰ্ব্ব গলভুজয়ে সহিতে।
নিজ ৰথ চলাইয়া আসিলা ত্বৰিত ॥
নিমিষতে পাইলা আসি ধৰ্ম্মৰ বসতি।
দুৰ্য্যোধন নাৰীগণ গন্ধৰ্ব্ব সহিতি ॥
এহিমতে গন্ধৰ্ব্ব জিনিলা পাৰ্থবীৰ।
বোল হৰি হৰি হোক পাপৰ অস্থিৰ ॥ (২৪)

সূত্ৰ—আহে সামাজিম লোক, যিটো বাণে গন্ধৰ্ব্বে দুৰ্য্যোধনক বান্ধল, সে বাণে অৰ্জ্জুনে গন্ধৰ্ব্বক বান্ধি দুৰ্য্যোধন নাৰীগণ সহিতে আনি যুধিষ্ঠিৰৰ আগে ভেন্টাৱল। ৰাজা দেখি সাধু সাধু অৰ্জ্জুন বুলি প্ৰশংসা কয়ল। পাছে ৰাজা দুৰ্য্যোধন গন্ধৰ্ব্বৰ বান্ধ মেলি গন্ধৰ্ব্বক আশ্বাসি যে বোলল।

যুধিষ্ঠিৰ বোল—হে বাপু গন্ধৰ্ব্বপতি, নজানি তোহাক বালক অৰ্জ্জুনে বন্ধন কয়ল। ইহাৰ দোষ নাহি ধৰবি।

শ্লোক

ৰাজ্ঞস্তু প্ৰিয়বাক্যেন গন্ধৰ্বপতিহৰ্ষিতঃ।
আশীৰ্ব্বাদং দদৌ তস্মৈ নিধায় শিৰসি কৰৌ ॥ ১৫ ॥

সূত্ৰ—ৰাজাৰ মুখে ঐচন বচন শুনি গন্ধৰ্ব্বে আশীৰ্ব্বাদ কৰি যে বোলল।



গন্ধৰ্ব্ব বোল—হে বাপু ধৰ্ম্মৰাজ! তোহো চিৰঞ্জীৱ ভৱ। ভ্ৰাতৃবধূ সমন্বিতে সৰ্ব্বদা কুশলে ৰহ।

সূত্ৰ—ৰাজাক আশীৰ্ব্বাদ কৰি গন্ধৰ্ব্ব স্বৰ্গে চলল। দুৰ্য্যোধনে লাজে অধোমুখে যুধিষ্ঠিৰক প্ৰণাম কৰি যে বোলল।

দুৰ্য্যোধন বোল—হে দাদা ধৰ্ম্মৰাজ, তোহো সম ভাগ্যৱন্ত পুৰুষ কোন আছয়? যাহাৰ সহায় নাৰায়ণ, চাৰি ভ্ৰাতৃ মহেন্দ্ৰ প্ৰায়,। হে হে বাপু অৰ্জ্জুন! তোহো হামাৰ পৰম উপকাৰী, গন্ধৰ্ব্বৰ হাতৰ মেলায়া আনল। হামাৰ লাজ মৰ্য্যাদা দূৰ ভেল। পাঞ্চ ভ্ৰাতৃ দ্ৰৌপদী সহিতে সুখে থাকাহা। যে বনে তোহো বসতি কৰৈছ স্বৰ্গতো কৰি উত্তম থান। হামাক বিদায় দেহ গৃহে যাওঁ।

সূত্ৰ—ওহি বুলি দুৰ্য্যোধনে ৰাজাক প্ৰণাম কৰি নাৰীগণ সহিতে গৃহে চলল। আহে সামাজিক দুৰ্য্যোধনে পাণ্ডৱক সদায়ে শত্ৰু ভাবি থাকয়। সে পাণ্ডৱে আপদত উদ্ধাৰ কয়ল, আহে লোকসব, কাকো কেৱে হিংসা নাহি কৰবি। দুৰ্য্যোধনত প্ৰমাণ দেখহ।

শ্লোক

প্ৰণম্য কৃষ্ণচৰণং, বিচিন্ত্য কেশৱং হৃদি
কীৰ্ত্তনীয়ঃ সদা ৰামঃ ভক্তিযুক্তৈঃ সদাবুধৈঃ ॥

আহে সভাসদসৱ, আকাৰ-ইকাৰাদি সংস্কৃত শ্লোকাদি ৰচনা দোষ হৰিৰ চৰণে মৰিষণ কৰোক। হেনজানি নিৰন্তৰে হৰি বোল হৰি। আহে সামাজিক লোক, শঙ্কৰ স্বৰূপে অৱতাৰ হুয়া নাম অস্ত্ৰৰে মল অৰণ্য কাটি, শুদ্ধ ধৰ্ম্ম প্ৰকাশ কৰি জীৱক নিস্তাৰ কয়ল। হেনয় শঙ্কৰক যিজনে গুৰু নামানয়, অধোকৃত হুয়া সংহাৰে পৰব।

॥ সমাপ্ত ॥

# কংসবধ-নাট

**শ্ৰীকৃষ্ণায় নমঃ**

শ্লোক

নবজলধশ্যামং নিত্যকৌশেয়বাসম্,
ভ্ৰূবযুগ সুবলিতং পদ্মগৰ্ভৰূপাক্ষম্ ।
অৰুণচৰণযুগ্মং ধ্বজবজ্ৰাদিযুক্তম্,
স্মৰকোটিজিতৰূপং ত্বামহং সম্প্ৰপদ্যে ॥

## গীত

**ৰাগ সুহাই, একতালি**

জয় জয় অচিন্ত্য কাৰণ কৃষ্ণ ৰাম ।
পদে কৰোঁ পৰণাম ॥
যোগেশ্বৰে যাক কৰে সেৱ, ।
তেৰি মেৰি গুৰু দেৱকুদেৱ ॥
সিদ্ধমুনি আদি কৰু স্তুতি ।
সুৰ নৰ তেৰি পদে গতি ॥
ত্ৰিদশ বৈৰী যোহি বিনাশি ।
কংসৰ প্ৰাণ চোড়ল আসি ॥
ভূমিভাৰ কৰল বিনাশ ।

ভূষণকহ কৈবল্য দাস ॥ (১)
নান্দ্যন্তে সূত্ৰধাৰঃ—অলমতি বিস্তৰেণ ।

সূত্ৰ— আদৌ শ্ৰীহৰি গোবিন্দ ৰাম ইত্যুক্ত্বা
শ্ৰীকৃষ্ণৰামঞ্চ প্ৰণম্য সভাসদান্ সম্বন্ধ্যাহ ॥

শ্লোক

সভাসদাঃ স্থিতাঃ সৰ্ব্বে শৃণন্তু অধুনাবচঃ ।
কংসস্য মোক্ষনামনাটকং মোক্ষসাধকম্ ॥

## ভটিমা

জয় জয় ব্ৰহ্ম সত্য সনাতন
কাৰণবো ঈশ দেৱ ।
জয় ইচ্ছাবিহাৰী আদি-অনাদি
সৰ্ব্ব সাক্ষী কৰোঁ সেৱ ॥
সোহি ঈশ্বৰ বহু গুণ ঈশ
কৰু লীলা বিবিধ বিধান ।
সোহি ভগৱন্ত আপুনি অৱতৰি
প্ৰথমে লৈলা পুতনাক প্ৰাণ ॥
চক্ৰবাত বক প্ৰলম্ব ধেনুক
অঘক দিলা মোক্ষ দান ।
কেশি ব্যোমনাশন ব্ৰজভয়মোচন
সৰ্ব্বভূত আত্মা প্ৰাণ ॥
ইন্দ্ৰ মখভঙ্গ ৰঙ্গে, গিৰিক আক্ৰমি
ৰাখিলা প্ৰাণ অশেষ ।
অক্ৰুৰ সমাগমে গোপগণ সমে
মথুৰাপুৰ প্ৰৱেশ ॥



চিণ্ডি শিৰ বজ্ৰকৰ বেশকাৰ সুদামাক
মোহি দিলা বৰ বিশেষ ।
ধনুসেনা বাৰণ অম্বষ্ঠ মালক
সোহি নাশন আশেষ ॥
পুৰ জন মোহি কংসক বিধ্বংসি
কৰল সাৰূপ্য ৰূপদান ।
বসুদেৱ দৈবকীক বন্ধন নাশন
থাপল ৰাজা উগ্ৰসেন ॥
পণ্ডিত যত জ্ঞাতি— গণকো থানে স্থাপি
বিদায় নন্দ গোপগণ ।
গৰ্গ পুৰোহিত আনি ঋষিগণ
লৈলা তেৰি উপনয়ন ॥
অমৰ বৈৰী বিনাশি, নিজ বীৰ্য্য প্ৰকাশি
সতত মন পূৰণ কাম ।
ভৱভয় ভঞ্জন কলিমল মোচন
যাকেৰি তুহু গুণ নাম ॥
সৰ্ব্ব ধৰ্ম্ম মাজে শ্ৰেষ্ঠ তেৰি চৰিত্ৰচয়
ওহি বিনা নাহি নাহি সাৰ ।
গুণ নাম শ্ৰৱণে সুপথ নিশ্চয় শুনি
ভজি শুনি হোৱে নিস্তাৰ ॥
তেৰি এক নিৰঞ্জন চৰিত্ৰ নাটক
কল্মষ ভঞ্জন্ মূল ।
শুনা সভাসদ পুণ্য ধৰ্ম্ম সঙ্কুল
ওহি বিনা নাহি তুল ॥
আলোকন সবকৰু কলিমলে কৰল
সৰ্ব্ব ধৰ্ম্ম একাকাৰ ।
চোড়ি বহু যত্ন বৰ তত্ত্ব নিগম সাৰ
কৃষ্ণ বিনা গতি নাহি আৰ ॥
সোহি পদ নিৰজৰজ হিৰণ্যগৰ্ভভৱ
গুৰুক মনে ধৰু ধিয়ান ।

সেহি ভগৱন্ত চৰিত্র কৰু সৰ্ব্ব পবিত্র
জানি জ্ঞানী নকৰা বিৰাম ;
শ্ৰীপ্ৰেমভূষণ কিঙ্কৰ কহন্ত কৈৱল্য
সমাজিক বোলহু ৰাম ৰাম ॥

সূত্ৰ—আহে সামাজিক, যে পৰমেশ্বৰ পৰমদেৱতা জগজনকৰ্ত্তা পৰমগুৰু পৰাপৰ সৰ্ব্বগুণনিয়ন্তা, যাহেৰ কটাক্ষে ব্ৰজনালয় পালন সয়ল সংসাৰ, শিৱ-বিৰিঞ্চি-সেৱিত চৰণপঙ্কজ পৰমব্ৰহ্ম পুৰুষোত্তম নন্দ নিকেতনে আবিৰ্ভাৱ হুয়া নানা ৰস বিভঙ্গি বিহাৰ কয়ল, সোহি চিদানন্দ গোপ ৰূপ ধৰি শ্ৰীকৃষ্ণ ওহি সভাত প্ৰৱেশ কয়কহো কংসবদ্ধ লীলা যাত্ৰা পৰম কৌতুকে অব্যাহতে কৰব। তৎ সাৱহিতমনা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

পুনঃ সূত্ৰ—প্ৰথমে বলো, বালক, গোবৎস মৰ্কটগণ সহিতে শ্ৰীকৃষ্ণক প্ৰৱেশ। তদনন্তৰে গোপীগণ সহিতে ৰোহিণী যশোমতীৰ প্ৰৱেশ। অথানন্তৰে বয়োবৃদ্ধ গোপ যূথপ আভীৰগণ সহিতে নন্দৰাজৰ প্ৰৱেশ। অতঃ পশ্চাৎ নাৰদ প্ৰৱেশান্তৰে কেশীঅনুক্ৰমে সকল সাৱহিতে কংসৰজাৰ প্ৰৱেশ। ইতিশ্ৰুত্বা সমাগমং জ্ঞাতা, সাৱধানে স্থিয়তাম্।

পুনঃ সূত্ৰ—আহে সভাসদ সজ্জাতালোক, ভক্তিৰ অধীন শ্ৰীগোবিন্দ কৃষ্ণকৃত লীলাচৰিত্ৰৰস শ্ৰৱণে মন গোচৰ হয়াছি। আজু নিশি বিজ্ঞানস্থিৰ হুয়া সোহি লীলাৰস ভক্তি অনুলক্ষি সাম্প্ৰতে পেখু। ওহি জন্ম সাৰ্থক কৰু। সদ্‌বোধস্থিত জনসৱ, তা দেখহ দেখহ, শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

পুনঃ সূত্ৰ—আহে স্বসঙ্গীগণ কি শব্দধ্বনি বাজত।

সঙ্গী কহ—হে সঙ্গী, দেৱ মৃদঙ্গাদি শব্দ, অপৰ বংশী শিঙ্গা বেণুৰাৱ শুনিয়ে। আঃ পৰমদেৱ শ্ৰীকৃষ্ণ এথা মিলল মিলল।



শ্লোক

আগতো মনুজশ্ৰেষ্ঠঃ বলবান সানুগৈঃ সহ।
শিঙ্গাবেণুস্বৰেনৈৱ চকাৰ কেলিমুত্তমম্ ॥

সূত্ৰ—আহে সামাজিক সজ্জাতাসব, হামাৰি বচনে যাকেৰি গুণমহিমা শুনল সোহি ঈশ্বৰেশ্বৰ শ্ৰীগোবিন্দ বলো, বালকগণ সহিতে এথা সভাত ৰমহ। প্ৰৱেশকয় আবে সূত্ৰ নিষ্ক্ৰান্তঃ। অতএব পৰম সাৱহিত হুয়া নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ সিন্ধুৰা, মান একতালি**

আৱত ৰামকৃষ্ণ কয় হাসলাস।
সঙ্গে বালকবৃন্দ প্ৰীতি অভিলাষ ॥
পদ—মাথে শিখণ্ড কৰ্ণে কুণ্ডল লুলে।
হিয়ে হেম মালা মঞ্জীৰে জনভোলে ॥
বালকে বাৱে বেণু বাংশী আগুধায়।
ভূষণ পদ গতি কৈৱল্য গায় ॥ ২ ॥

সূত্ৰ—এবম্বিধ চৰিত্ৰচয় বঢ়াই আনন্দে নৃত্য-গীত বেণু বজায়। পাঞ্চ-নিকৰে ধৰি বৎসগণ সহিতে ব্ৰজপুৰস্থ জনক সানন্দিত কৰি গোকুলে ৰহল।

শ্লোক

প্ৰৱেশমকৰোদ্ৰামা যশোদা সখীসংযুতা।
সহৰ্ষনৃত্যগীতাভ্যাং ৰূপলাৱণ্যসঙ্গতা ॥

সূত্র—তদনন্তৰে গোপীগণ ৰোহিণী সহিতে যশোদা প্ৰৱেশ । তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

### ৰাগ আসোৱাৰি, তাল জোতি

আৰে যশোৱা মাই কয়ো পৰবেশ ।
পাশে চলে ৰোহিণী গোপিনী বিশেষ ॥
পদ—মনোজ্ঞ ভূষণে ভূষিত কলেবৰ ।
দেৱাঙ্গ বসন ৰঞ্জে পীত অম্বৰ ॥
কুঙ্কুমে ৰঞ্জিতকুচ, কঞ্জনয়ন ।
ললাটে তিলক প্ৰকাশে বদন ॥
হাসলাস উৎসৱ গাৱে কৃষ্ণ গীত ।
গীতগোবিন্দ পদে মেৰি ইচ্ছিত ॥ ৩ ॥

সূত্ৰ—আহে সভাসদ সজ্জাতাসব, যশোদা ৰোহিণী গোপীসব দাসীগণ সহিতে পৰমানন্দে মুগ্ধ হুয়া নৃত্য-গীতে কৃষ্ণ গুণগান কৰিয়ে সুমন্দিৰে এক পাশ হুয়া ৰহল । পশ্চাত দাসীসবক সম্বুধি যে বোলত তা শুনহ ।

যশোদা বোল—আহে দাসীসৱ, হৰি পূজিবাক নৌতুন হৈয়ঙ্গমি ঘৃত লাগয়, তোহোসবে আপুনি জানস, তথাপি অৱহেলি অস্মদ দিৱস মহামথন কাল অতিক্ৰমণ কয়ল । ওহি ৰজনী নতু যাইতে সৰ্পিৰ্ষ মথন যব নাহি পাৰব, খীৰসব পৰ্য্যুসিত হয়, তব প্ৰাণান্তিক দণ্ড কৰব, যদি সত্বৰে দধি মথন তথা নাহি কৰহ, নাহি কৰহ ।

সূত্ৰ—আহে সামাজিক লোক, দধি মথিয়ে যশোৱা তুষ্ট মনে নিচুকি ৰহল ।



### শ্লোক

গোমেষং পুৰতঃ কৃত্বা নন্দৰাজা সমাগতঃ ।
বৃদ্ধগোপগণৈশ্চেব সিংহনাদং চকাৰসঃ ॥ ৪ ॥

সূত্ৰ—ঐচন প্ৰকাৰে গোপগণ সহিতে গোধনাদি কণ্ডিয়া-সিকিয়া দধি মথি ভাৰ লৈয়া পাঞ্চনিকৰে ধৰি গোপৰাজ শকটত চড়ি বৃদ্ধ-গোপগণ সহিতে প্ৰবন্ধে প্ৰৱেশ কয়ল । আৰে তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

### ৰাগ কানাড়া, পৰিতাল

আৰে নন্দৰাজা কয় পৰবেশ
শকটত চড়ি ৰঙ্গে চলে নিশেষ ॥
পদ—কতো ধনু পাঞ্চনি কৰে ধৰি ।
মহিষ মেঠন মেষ আগ কৰি ॥
বৃদ্ধ গোপগণে পাচু ধাই ।
শিঙা ৰাৱে দিশবিদিশ পূৰি যাই ॥
শকত ঘৰিষণে গোধুলি ৰহে ।
গোপমিত্ৰ কৃষ্ণযশ কৈবল্যে কহে ॥ ৪

সূত্ৰ—আহে সভাসদলোক, এবম্বিধ প্ৰকাৰে গোপৰাজ গোপগণ সহিতে ব্ৰজগোষ্ঠে স্থিত ভেল কৃষ্ণ মহিমাক সুমৰি কশ্চিৎ বৃদ্ধগোপে কাহিনী পৌৰুষ যশগুণ যৈছে কহত তা দেখহ শুনহ ।

বৃদ্ধগোপগণ বোল—হে ব্ৰজপুৰেশ্বৰ গোপগোপীসৱ, কৃষ্ণৰাম কুলৰ পুৰুষ, সৱ গোপগোপী-গোধনাদিৰ জীৱন, কৃষ্ণ বিনে নাহি নাহি আৰব

ব্ৰজৰ বান্ধৱ। সবহি অসুৰহন্তে বাৰম্বাৰ ৰাখইছে। কৃষ্ণ বিনে ব্ৰজবাসীৰ জীৱন নাহি নাহি ৰহব। কৃষ্ণসে প্ৰাণ জীৱন, কৃষ্ণসে পৰমদেৱ। হামাৰসব কুশল সাধব, কুশল সাধব।

সূত্ৰ—ঐচন প্ৰকাৰে বৃদ্ধ গোপসব কৃষ্ণগুণ কথনে, তদ্বাক্য শ্ৰুতিস্ফূৰ্ত্তি মিলিত হুয়া অত্যদ্ভুতাচৰ্য্য গুণগণ পূৰ্ব্বকৃত স্মৰি পৰমানন্দে মোহিত হুয়া কৃষ্ণগুণগণ কথনে ৰহল।

শ্লোক

প্ৰৱেশমকৰোদ্ৰাজা শ্বেতছত্ৰসমন্বিতঃ।
অস্ত্ৰশস্ত্ৰবলৈৰ্য্যুক্তো নৃপমধ্যেবৰোত্তমঃ ॥ ৫ ॥

সূত্ৰ—আহে সামাজিকসব পাত্ৰমন্ত্ৰী পদাতিসবে অস্ত্ৰশস্ত্ৰ হাতে ধৰি জ্ঞাতিগণ সহিতে যৈচে কংসৰাজা প্ৰৱেশ কয়ল, সভাসদ আবে তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল, হৰি বোল।

## গীত

**ৰাগ কানাড়া, পৰিতাল**

গৰজি আৱে কংসৰাজা দৰ্পে
সৈন্যৰ পদ ঘাৱে ধৰণী কম্পে ॥
পদ—হয় বাৰণৰ ৰথ চক্ৰ বোল।
বহু বাদ্য মাঝে জনমন ভোল ॥
মাথে কিৰীটি কুণ্ডল গণ্ডৰাজে।
সৰ্ব্ব অঙ্গ অলঙ্কৃত বিৰাজে ॥
দেৱাঙ্গ বসন গাৱে কৰে পৰকাশ
কহতু কৈবল্য কৃষ্ণকু দাস ॥ (৫)



সূত্ৰ—আহে সভাসদ সদ্জ্ঞাতাসৱ, যোহি ভোজৰাজ এবম্বিধ প্ৰৱেশ কয়-কহো সকল সাৱহিত মথুৰা নগৰে সুবেশ্মনিমহ ৰহল।

শ্লোক

মুনিনাৰদ আগত্য কৰযন্ত্ৰসমন্বিতম্।
প্ৰোবাচ নামমাঙ্গল্যং সৰ্ব্বপাৱনপাৱকম্ ॥ ৬ ॥

সূত্ৰ—আহে সামাজিকলোক, দেৱঋষি নাৰদ হৰিগুণ উৎচ্চৰি প্ৰৱেশ কয়ল। তা দেখহ, শুনহ হৰি বোল হৰি বোল।

## গীত

**ৰাগ আসোৱাৰি, পৰিতাল**

নাৰদ মুনি আৱে হৰিগুণ গাই।
বীণা মন্ত্ৰ উৎচ্চৰি সপ্তসুৰ উচ্চাই ॥
পদ—লব্ধ জ্ঞানকৃত ঋষিজন পবিত্ৰ।
কহতু লোকত গোবিন্দ চৰিত্ৰ ॥
জগত প্ৰৰ্যটে অবাধিত গতি।
কহতু কৈবল্য ভক্তিৰ শকতি ॥ (৬)

সূত্ৰ—এবম্বিধ প্ৰকাৰে হৰিগুণ উৎচ্চৰি আশিসকয়ে যৈছে কাহিনী-বাত নিগদিতে লাগল সজ্জাতাসব তা দেখহ, শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

শ্লোক

ভগবান্নাৰদঃ প্ৰাহ কংসস্য হিতকাম্যয়া।
বসুদেৱসুতঃ কৃষ্ণঃ বসতোনন্দবেশ্মনি ॥ ৭ ॥

নাৰদ বোল—হে ভোজৰাজ, দিক্কৰপ্ৰকাশক কংসৰাজ, নিৰ্ভয়ে ৰাজ-ভোলে কমনে আছস ? তোৰ প্ৰাণবৈৰী কৃষ্ণ বৃন্দাবনত শিশু যুবান হুয়া চন্দ্ৰকলা সদৃশ যৈচে বাঢ়ি আসয় । পূৰ্ব্বে দৈবকী পুত্ৰাষ্টমে দৈবীবাকে তোহাৰ প্ৰাণনিধনকাৰী শ্ৰুত হুয়াছি, সে দৈবকীৰ কনিষ্ঠসুত কৃষ্ণ বসুদেৱে বিভাৱৰীমহ চুৰি কৰি নিয়া ব্ৰজপুৰে থৈয়াছি । সে ব্ৰজেশ্বৰী যশোৱাৰ জীউ আনল, তেৰি কন্যা দৈবাকীজাত মানি আনি শিলাত আস্ফালি মহাৰাজা নিৰ্ভয় ভেলি । আঃ তোহোৰ যত অসুৰগণ বৃন্দাবন মহ যাই সবহি কনিষ্ঠ কৃষ্ণে জ্যেষ্ঠ ৰামে নিধন কয়ল । সত্যবাক স্বৰূপ বুজস । তোহোৰ হিত কয়লো- । যে যোগ্য হয় তা কৰহ তা কৰহ ।

সূত্ৰ—আহে সভাসদলোক, নাৰদৰ মুখে পূৰ্ব্বে প্ৰাণবৈৰী কৃষ্ণক ব্ৰজত নন্দ গেহে থৈবাৰ শুনি যে কৰল তা দেখহ শুনহ ।

সূত্ৰ— কংস কোপে কম্পমান দুই ভ্ৰূকুটি কুটিলে আখি দোহো আৰকত নয়ন ভেল । তেক্ষণ উঠি ফাঁক খুলি হাতে খাণ্ডা ধৰি কাটিবাক প্ৰতি মহন্ত বসুদেৱক দ্ৰুতে ধাৱল, তা দেখহ ।

পুনঃ সূত্ৰ—তা পেখি নাৰদমুনি তৎক্ষণে আগভেটি বাধিতে কান্থি গুপ্ত কৰি, হিতবোধে যে বোলল তা শুনহ দেখহ ।

শ্লোক

ৰাজ্ঞোবচনমাকৰ্ণ্য বিপৰীতমতদ্বিদঃ ।
কথাচ্ছলেন বচসা প্ৰোবাচ যথাবিধি ॥ ৮ ॥

নাৰদ বোল—হে কংস ৰাজাধিৰাজ, শুনিয়ো ৰহস্য হিতবাক্য । সম্প্ৰতি শুন তক্তি, বসুদেৱ তাতৰ নিধন শুনি লাগ নেদিবন্ত দুই ভাই । শীঘ্ৰে আন কৃষ্ণ-ৰামক, পশ্চাৎ যথাযোগ্য হয়, তাহান পিতাক দণ্ড কৰব ।

সূত্ৰ—আহে সামাজিকলোক, দেৱঋষি নাৰদৰ বচনত প্ৰতীতি হুয়া সিংহাসনে পুনু ৰাজা বৈঠল । সহৰিষে নাৰদে দেৱকাৰ্য্য



সাধি কপটে কংসক বচন সঙ্গাত কৰাই কংসত অনুজ্ঞা লৈয়া পৰম আনন্দে চলল । তা দেখহ, শুনহ ।

শ্লোক

নিবাৰিতো নাৰদেন তৎসুতৌ মৃত্যুমাত্মনঃ
জ্ঞাত্বা লোহময়ৈঃ পাশৈৰ্বন্ধ সহভাৰ্যয়া
প্ৰতিযাতেতু দেবৰ্ষৌ কংস আভাষ্যকেশিনম্
প্ৰেষয়ামাস হন্যেতাং ভৱতাং ৰামকেশৱৌ । ৯-১০ ॥

সূত্ৰ—পশ্চাৎ বসুদেৱ দৈৱকীক লোহাৰ নিহল পৰম দুৰন্ত কংসে লগাই বন্দী কৰাৱল । তা দেখহ শুনহ ।

কংস বোল—অয়ে বাপ কেশী, হামাৰ নিজ বৈৰী কৃষ্ণ-ৰামক ব্ৰজে গৈয়া প্ৰাণ চোড়াই হামাৰ প্ৰাণ ৰাখহ । মেৰি প্ৰতিকাৰ সাধহ, প্ৰতিকাৰ সাধহ ।

শ্লোক

ৰাজ্ঞো বচনমালক্ষ্য হয়ৰূপী মহাসুৰঃ
প্ৰত্যগতো গোকুলংক্ৰুৰঃ কৃষ্ণহিংসিতমানসঃ ॥ ১১ ॥

সূত্ৰ—তদনন্তৰে চানুৰমুষ্টিক সম্বুধি প্ৰয়োজন কথা যৈচে বচন বুলিতে লাগল তা দেখহ শুনহ ।

কংস বোল—হে দানৱগণ, সব হামাৰ বিপত্তি বৈৰীৰ কথা শুনিয়োক । আনকসুত ৰামকৃষ্ণ দুইহান্তক গোপাল নন্দৰাজা গেহে বসুদেৱে চুৰি কৰি থৈআছি । আঃ বিচেষ্টা কত কহব । শিৱচতুৰ্দ্দশীত পূজা পাতিবে। ভৱৰ । অসংখ্যাত বলি দিয়াইবো । উমাপতি তুষ্ট হৈবে । সোহি ধনুৰ্যজ্ঞত ৰঙ্গথান, চৌপাশে মঞ্চ সজাইবো । তাতে আৰোহি পুৰনিবাসী যতজন ৰঙ্গ চাহিবাক প্ৰতি আসিবেক । আনন্দে দুই ভাই চানূৰ মুষ্টিক দোহো মল্লে পাক আক্ৰমি প্ৰাণ চোড়াইবে, দুই হানে দুই হান্তক ॥

সূত্র—তদনন্তৰে কাৰ্য্যাভিপ্ৰায়কহি অম্বষ্ঠক স্বকাৰ্য্যে নিযোজল। তা দেখহ শুনহ।

পুনঃ ভোজৰাজ বোল—হে বাৰণপালন অম্বষ্ঠ, কুবলয়সমে সিংহদ্বাৰে অপেক্ষা কৰি ৰাখবি। যদি বসুদেৱ সুত গোবিন্দ ৰাম আসি পাৱব, হস্তী নিয়োজি প্ৰাণ চোৰাৱবি।

সূত্ৰ—আহে সামাজিক সদ্জ্ঞাতাসৱ, সোহি কংসৰাজাৰ আজ্ঞা শিৰোগত কৰি স্বকীয়কী কাৰ্য্য সাধিবাক প্ৰতি দৃঢ়মন কৰি সভা চোড়ি চলল। সে সময়ে কংসৰাজা দূতক সম্বধি বোল। তা দেখহ।

কংস বোল—অয়ে দূত, অক্ৰূৰক গৃহহন্তে শীঘ্ৰে আনহ, আনহ!

সূত্ৰ—তদনন্তৰে অক্ৰূৰক দূত নিযোজি কংসৰাজা অনাই পাণিকৰত ধৰি বাৰম্বাৰ বচন বুলিতে লাগল। তা দেখহ শুনহ।

কংসৰাজা বোল—শুন হেৰ অক্ৰূৰ, মোৰ বাক্য বৃষ্ণিবংশে তয়ু বিনে মিত্ৰ হিতকাৰী শ্ৰেষ্ঠ নাহি। যেন মতে বিষ্ণুৰ অনুকূলে পুৰন্দৰে অম্ৰাৱতী বিঘ্নি ৰহিত হুই ভোগ্য কৰে, সেহিমতে উপায় কৰি আমাৰ কাৰ্য্য সাধহ। ৰামকৃষ্ণক আনি দূৰ কৰিয়ো মৃত্যুভয় তোহো মহাশয়। তাক বসুদেৱ হামাত চুৰি কৰি থৈআছি। শীঘ্ৰে ৰথে চড়ি গৈয়া প্ৰবোধবাক্য বুলি নন্দগোপগণ সমে ৰাম মাধৱক আনহ, আনহ। তোহোত সম্প্ৰতি কহো, আগন্তুক কথা যেন তেন মতে কৰিবা। ৰামকৃষ্ণক তুমি বুঝাই আনিবা এথা। কুবলয় দন্ত ভিৰি মৰাইবো। ছলে বলে প্ৰাণ যদি ৰহে, ৰঙ্গশালা পাইলে মল্লসবে মালবন্ধে মাৰিবেক। তথা আনক আদি বান্ধৱগণ, উগ্ৰসেন তাতক সহিতে কাটিবো। অৱশ্যে উপায়েসে হোৱে কাৰ্য্যৰ সিদ্ধি যত। এহি উপায়সব কৰি আমাক ৰাখিবো। বৈৰীক নাশি নিৰ্ভয়ে ৰাজ্য ভোগ্য কৰিবো। আঃ মহা মহাৰাজা সহিতে শত্ৰুগণ নাশিবো তেবে নিৰ্ব্বৈৰ হৱে বসুন্ধৰী। আঃ জৰাসন্ধ হোৱন্ত শ্বশুৰ, কি কহবো জানাহা আপুনি। জগতে জানয় অসুৰ বাণ সম্বৰ, ৰাজাগণ শ্ৰেষ্ঠ হিতকাৰী সব আছয়।



শীঘ্ৰ কৰি ৰামকৃষ্ণক ৰঙ্গ চাইবাৰ কাৰণে আনহ। মোৰ চিত্তক কথা কহিলো বেকতে। সেহি কাৰ্য্য কৰিয়ে জীৱন ৰাজ্য ভোগ কৰব, ভোগ কৰব।

অক্ৰূৰ বোল—হে ভোজকুলপ্ৰকাশক, বৈৰীদলন অসুৰসব পালন বীৰকুলউজ্জ্বল, দিনকৰকিৰণে তিমিৰহনন মহাৰাজাধিৰাজ, ওহি মন্ত্ৰণা উপযুক্ত ভাষণ। আবে তাৰণ উপায় চিন্তিতে উচিত হয়। আৱৰ পুৰুষৰ সাধ্যতা নাহি, দৈবেসে সুখদুখৰ কাৰণ। প্ৰাক্তন জন্ম কাৰ্য্য মিলয়। অলক্ষিত কৰ্ম্ম নাহি হয়। তথাপি পুৰুষাৰ্থ কৰণে উচিত হয়। অৱশ্যে দৈবজন্য যথা লিখৈছে তথাপি নিষ্টে মিলব। আঃ তথাপি উপাসকৰ ৰাজআজ্ঞা কৰণে উচিত হয়।

সূত্ৰ—ওহি প্ৰকাৰে বচন সম্বুধি দানৱপতি মৌন হুয়া ৰহল। তদনন্তৰে কংসৰাজা সভা চোড়ি মন্দিৰে প্ৰৱেশয়, তা দেখহ শুনহ!

পুনঃ সূত্ৰ—যৈচে দানপতি মধুপুৰে ব্ৰজধামে সুনিবেতনে ৰজনী ৰঞ্চল তা দেখহ। আহে সভাসদমহ সদ্জ্ঞাতাসৱ, ওহি চৰিত্ৰচয় শ্ৰৱণ স্মৰণ কীৰ্ত্তনে কলিমল বিনাশ কৰয়। ইয়া জানি ঈশ্বৰেশ্বৰ কৃষ্ণক সৰ্ব্ব সম্বন্ধকয় হিতকাৰী দেখু। ওহি কৃষ্ণ সুখ দুঃখ নিয়ন্তা, স্বৰ্লোক ভুবন ৰাখন্তাৰ আৱৰ কৰ্ত্তা নাহি নাহি জানবি। ওহি সংসাৰ সাগৰ অনলতাপমোচন শীতল চৰণ জানি অয়ে লোক মনুষ্য জন্মক নিজ কৰ্ম্ম ভাবি শৰীৰৱধি ভক্তিভাৱে ওহি চৰিত্ৰচয় শ্ৰৱণ স্মৰণাদি কৰু। সদ্বোধস্থিত সামাজিক লোক, ইহা জানি নিৰন্তৰে হৰি বোল হৰি বোল।

শ্লোক

ৰাজ্ঞোবচনমালক্ষ্য হয়ৰূপী মহাসুৰঃ।
প্ৰত্যগাত্ গোকুলং ক্ৰূৰঃ কৃষ্ণহিংসিতমানসঃ ॥ ১২ ॥

সূত্ৰ—কংসৰ আজ্ঞা আকলি কেশী নিজ মায়া আশ্ৰয়ী গোকুলক প্ৰতি যৈচে ধাৱল। তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ বেলোৱাব, ৰূপকতাল**

চলিলি কেশী গোকুলক লাই ।
মায়ায়ে অশ্ব হুই লাঞ্জ উচ্চাই ॥
পদ—বৃহৎ তনু মেঘ যৈচে পেখি ।
হেৰণজনৰ ভয়কৰ মুখী ॥
হ্রেষণি প্রচণ্ড আৰকত দন্ত ।
শুনি ব্রজবাসীৰ ভয় মিলন্ত ॥
পদভৰে কেশ শিৰ ঝঙ্কাৰে ।
দেবৰ বিমানে চাৰে ঢলি ঢলি পৰে ॥
লাঞ্জৰ কোবত মেঘ চিণ্ডি পৰে ।
গোষ্ঠ পশি ফিৰে কোপ চণ্ড অসুৰে ॥
শিৰ উৎসাই চিহৰি দন্ত প্ৰকাশে ।
ব্রজবাসী ভয়ে কম্পিত তৰাসে ॥
কৃষ্ণক বিচাৰে কেশী কংসহিতে ।
কহতু কৈৱল্যানন্দ কানুক চিত্তে ॥

সূত্র—আহে সামজিকলোক কেশী অসুৰ মেঘৰ সদৃশ হুই হয়ৰূপে গোকুলে পশল । পেখি গোকুলবাসী সভয় ভেল । গোকুলবাসীৰ ভয় পেখি ভক্তবশেন কৃষ্ণ পীত-অম্বৰ কাচি কেশ বান্ধল । বাহু অস্ফালি যুদ্ধক সমুখ হুয়া দানবক সম্বুধি যে বোলল তা শুনহ ।

কৃষ্ণ বোল—শুনৰে দুষ্ট কেশী দুৰাচাৰ, অজ্ঞ, কমনে স্ত্রী-গোৱালক গোবৎসক ভয় দেখাৱস । হাওঁৰে দুষ্ট অসুৰ, যত বল বুদ্ধি থিক আগহুই আমাক যুদ্ধ দেহ । সিংহৰ আগত মৃগৰ আতাইতাই উমান নতু পাস । এখন প্রাণ চোড়াই শমন নিকেতনে পঠাইবো, পঠাইবো ।

সূত্র—আহে সামাজিকলোক, শ্ৰীকৃষ্ণৰ প্রচণ্ড খৰ্ব্ব বাক্য শুনি কেশী নসহল, পঞ্চানন সদৃশ ঘোৰনাদ যৈচে কৰল তা দেখহ ।



### শ্লোক

ক্রোধেন তৰসাযুক্তো হয়ৰূপী মহাসুৰঃ
ব্যাদানং বদনংকৃত্বা কৃষ্ণম্প্রতিঅধাৱচ্ছ ॥ ১৩ ॥

**সূত্র—এবম্বিধ প্রকাৰে মদান্ধ হুই দ্রুতে বেন্ত বাই হ্রেষণি শবদে মাধৱক** যৈচে ধাৱত । তা দেখহ শুনহ ।

## গীত

**ৰাগ কানাৰা**

গৰজে দানৱ গৰ্ব্বে দৰ্পে দন্দুৰ ।
মাধৱক দ্রুতে ধাইল অসুৰ ॥
মায়ায়ে মোহিত দুৰাচাৰ অন্ধ ।
দৰ্পে কৃষ্ণক যুদ্ধ কৰিবে প্রবন্ধ ॥
ঘোৰ নাদে মুখ মেলি চঙ্ক লগাই ।
মাতঙ্গৰ গতি পাছে লাথিক বৈসাই ॥
কেশীৰ প্ৰহাৰে কৃষ্ণ অন্তৰিলা ।
চলে দুয়ো ভৰি হাতে ধৰিলা ॥
উৰ্দ্ধক তুলি পাক ফুৰাইলা ।
কৃষ্ণে কেশীক নিলগাই পেলাইলা ॥
দৈত্যক পেলাই হৰি কৰে লীলা ।
পুনু দৈত্যে ক্রোধেয়ো খেদিয়া গৈলা ॥
পাছে বেন্তবাই আইল অসুৰ ।
দেখি গিৰিগহ্বৰ যেন ভয়ঙ্কৰ ॥
হৰি হৰ্ষে সব্যহস্ত ভৰাই মুখে ।
কেশী পেখি চোৱাৱে টানি মুখে ॥
ৰাহুত লাগি দন্ত ভৈল হত ।

বৃদ্ধি হোৱে কৃষ্ণহস্ত কেশীৰ দেহত ॥
নিৰোধিল বায়ু উসসিল পেট ।
শ্ৰমে ঘৰ্ম্মে আস্ফালে চৰণ আস্ফুট ॥
মূত্ৰ পুৰিষএৰে আখি ওলটাই ।
মৰিল কেশী ৰণস্থলী উপচাই ॥
হত দেহা হন্তে বাহু কৰি বাজ ॥
বোলা ৰামকৃষ্ণ সৰ্ব্বজন সমাজ ॥ (৮)

সূত্ৰ—আহে সামাজিকলোক, যৈচে ৰাজা অসুৰগণক স্বকী স্বকী কাৰ্য্য প্ৰেৰণ কৰল বৈনতেয় নাগক অপ্ৰয়াসে ধৰল, তদ্বৎ শ্ৰীকৃষ্ণ অকষ্টে অসুৰক সংহৰি দেৱকাৰ্য্য সাধি গোকুলবসীক সানন্দ কৰি শ্ৰীকৃষ্ণ দেৱতা নিজানন্দে ৰহল । তা দেখহ শুনহ । আহে সামাজিক-লোক, সে সময়ে বিস্ময় হুই ঈশ্বৰ জানি প্ৰণামি হৰি বিৰিঞ্চি ইন্দ্ৰাদি দেৱগণে কুসুমে বৰষিল । সানন্দে গন্ধৰ্ব্বে বিদ্যাধৰ চাৰণ-গণ বহু বাদ্য দুন্দুভি বজাৱত, তা দেখহ ।

শ্লোক

দেৱৰ্ষিৰূপসঙ্গম্য ভাগৱতপ্ৰবৰো নৃপঃ ।
কৃষ্ণমক্লিষ্টকৰ্ম্মাণং ৰহস্যেতদভাষত ॥ ১৪ ॥

সূত্ৰ—তদনন্তৰে কংসত কাহিনী কহি নাৰদ ঋষি হৰিষে কৃষ্ণক পাশক আসি ৰহস্যে যে ভাসত তা শুনহ ।

নাৰদ বোল— ভটিমা

জয় জয় ঈশ্বৰ বসুদেৱ কৃষ্ণ
জগত আধাৰ দেৱ ।
শাশ্বত পতি অপৰিচ্ছিন্ন
যোগেশ্বৰ কৰোঁ সেৱ ॥
তুমি সৰ্ব্ব-আত্মা কাষ্ঠে যেন বহ্নি



ব্যাপি আছে চৰাচৰ ।
অন্তৰক প্ৰকটে থাকা সাখী ৰূপে
নজানে মহাপুৰুষ ঈশ্বৰ ॥
অজ্ঞানী সবৰ আত্মজ্ঞান নাহি
থাকন্তে নজানে হৃদয় ।
তব মায়া বশে স্ৰজি গুণচয়
স্ৰজা পালা সংহৰা অন্তত ॥
কটাক্ষতে হোৱে জগত সৃষ্টি সিদ্ধি
এতেকে বোলে ঈশ্বৰ দেৱ ।
দুৰ্জ্জন নাশন সন্তক পালন
ৰূপধাৰী কৃষ্ণ কৰোঁ সেৱ ॥ (৯)

চপয়

হে প্ৰভু ভক্তসৰক তোমাৰ ।
দৈত্য দানৱাধ্যক্ষে কৰে অপকাৰ ॥
সেহি সব ধৰণীৰ ভাৰ ।
নাশন কৰল ওহি অৱতাৰ ॥
অশ্বতনু কেশী মন্দ দৈত্য ।
অঘ নাশী সুৰনৰ কয়লি শ্ৰুত ॥
হে দেৱ আজু মিলব অক্ৰূৰ ।
পৰদিনে গোপসমে যাইবা মধুপুৰ ॥
হুইবা তয়ু প্ৰসন্ন কুঁজী মালাকাৰ ।
ৰজক নাশি ধনুভাঙি কংসৰ ।
হুইবা তয়ু প্ৰসন্ন কুঁজী মালাকাৰ ॥
আউৰ দিনা বাৰণ অম্বষ্ঠক ॥
নাশিবা চানূৰ আদি মালক ॥
কেশত ধৰি কংসৰ লৈবা প্ৰাণ ।
জানিবে তোমাক ঈশ বিদ্যমান ॥
জনক দৈৱকী বন্ধন চোড়িবা ।

উগ্রসেনক ৰাজা পাতিবা ॥
গুৰুগৃহে যোড়শ কলা গ্ৰন্থক শিখিবা
পাঞ্চজন্যাসুৰ বধি শঙ্খ লৈবা ॥
বৈবস্বতপুৰৰ হন্তে আনি ।
মৃতক পুত্ৰক গুৰুক দিবা দানি ॥
যুদ্ধে নাশি মাগধ সৈন্যসব ।
ছদ্মে মুচুকুন্দ দৃষ্টি বধিব ॥
পাছে মুচুকুন্দে কৰিবে নত ।
ব্ৰজিবা দ্বাৰকা সমুদ্ৰমধ্যত ॥
প্ৰথমে হৰিবা ৰুক্মিণীক ।
বিহাইবা পাছে অষ্ট মহিষীক ॥
ক্ৰমে বধিবা মুৰ নৰক ।
জিনি দিবা কুণ্ডল অদিতিক ॥
সত্যভামাক আনি দিবা পাৰিজাতক ।
সাক্ষাতে জিনিবা দেখিবো ইন্দ্ৰক ॥
পত্নী যোড়ষ সহস্ৰ জিনি আনিবা ।
তুমি একৈকে সবাকো বিহাইবা ॥
আনন্দে তুমি কৰিবা পৰিহাস ।
ৰুক্মিণী সভয়ে দেহত এৰিব আশ ॥
চতুৰ্ভুজ ৰূপ ধৰি আঙ্কোৱালি ।
ধৰিবা দেৱীক আপুনি তুলি ॥
চৰিত্ৰচয়ক বঢ়াইবা তোমাৰ ।
ৰুক্মক নাশিবা বিহাত নপ্তাৰ ॥
যুজিবাহা ভববাণক ৰাখিতে ।
বিজিম্ভণ শৰে শিৱক মোহিতে ॥
চক্ৰ ধৰি বাৰাণসীপুৰ যাইবা ।
সুদক্ষিণ পৌণ্ড্ৰককো বধিবা ॥
তোমাৰ পুত্ৰপৌত্ৰ বাঢ়িব যতেক ।
সাদৃশ্যে দেখিবো গৃহাশ্ৰম ধৰ্ম্মক ॥
তোমাৰ ভক্তৰ হিতক চিন্তিবা ।



ভীমৰ হাতে জৰাসন্ধক বধাইবা ॥
তব ভক্ত ৰাজাগণক মুক্ত কৰিবা ।
স্বৰূপৰূপ দৃশ্য কৰিবা হৰি ॥
যুধিষ্ঠিৰক ৰাজসূয় কৰাইবা ।
শিশুপাল নিন্দা শুনি শিৰ কাটিবা ॥
কুৰু পাণ্ডৱৰ ভেদ লগাইবা ।
অৰ্জ্জুনৰ সাৰথি আপুনি হৈবা ॥
অষ্টাদশ অক্ষৌহিণী সেনা মৰাইবা ॥
ক্ৰোধ কৰি শৌভক মাৰিবা ।
চক্ৰ ধৰি শাল্বাদি ৰাজাক বধিবা ॥
গ্ৰহণত কুৰুক্ষেত্ৰক যাইবা ।
জনকৰ যজ্ঞ সাক্ষাতে কৰাইবা ॥
নন্দ যশোদাক গৌৰৱে সাদৰিবা ।
গোপীক ভক্তিদানে শান্ত কৰিবা ॥
মহাদান তোমাৰ তাতক প্ৰভু দিবা ।
দৈৱকীৰ মৃতক পুত্ৰক আনি দিবা ॥
সুভদ্ৰাক অৰ্জ্জুনত বিহা দিবা ।
ভক্ত দেখিবাক মিথিলাক যাইবা ॥
শ্ৰুতদেৱ জনককো জ্ঞানদান দিবা ।
মৃতক পুত্ৰক ব্ৰাহ্মণক আনি দিবা ॥
অৰ্জ্জুনৰ অঙ্গীকাৰ সাফল কৰিবা ॥
নৃপনৃগক শাপ মুক্ত কৰিবা ॥
দেৱকাৰ্য্য সাধি প্ৰভু ভাৰ হৰিবা ॥
দ্বাৰকাত চৰিত্ৰচয় বঢ়াইবা ।
সেহি স্থানে মোক আশেষ দেখাইবা ॥ (১০)

সূত্ৰ—দেৱৰ্ষি নাৰদ কৃষ্ণক আগু যৈচে লীলা-চৰিত্ৰ আগন্তক কথাচয় কহন্তে সপ্ৰেমভক্তি উপজিল, দণ্ডৱতে প্ৰণামি পুনঃ স্তুতি আৰম্ভল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

নাৰদ বোল—(কথা) সদানন্দ ব্ৰহ্ম ঘনশ্যাম ৰূপ ধৰি কৃষ্ণ নমো নমে পূৰ্ণ্যকাম। ঈশ্বৰৰো ঈশ, শক্তিৰো নমস্য কৰো চৰণে প্ৰণাম। জগত ঈশ্বৰ প্ৰভু তোমাৰ চৰাচৰ অধীন। তব কটাক্ষে মায়ায়ে সংসাৰ নিৰ্ম্মাণ কৰয়। বহু বিধ প্ৰজনাশ্ৰয় তুমি ব্ৰহ্ম সনাতন চিদানন্দ নানাবিধ অৱতাৰ ধৰছি। তুমি যদু কুলোত্তৱ পূৰ্ণ কৃষ্ণ, দেৱৰোদেৱ নমো চৰণে প্ৰণাম, নমো চৰণে প্ৰণাম।

সূত্ৰ—ঐচন প্ৰকাৰে দেৱৰ্ষি বহুবিধ স্তুতি কয়ল, পৰম সন্তোষে শ্ৰীকৃষ্ণ কটাক্ষ হাসিকহো বচন সন্তোষে সন্তোষি চলিবাক অনুমতি দেহল, তা শুনহ। পশ্চাৎ নাৰদে শ্ৰীগোবিন্দৰ মধুৰ মূৰ্ত্তি পেখি পৰম আনন্দ লভিকহো শ্ৰীকৃষ্ণৰ গুণগণ উচ্চাৰি চলি গেল। তা দেখহ শুনহ, হৰি বোল হৰি বোল।

শ্লোক

মুনির্ব্বচনমালক্ষ্য ভগৱান ভাৰহাৰক ঃ
গোবৎসান্ চাৰয়ন্দেৱো ব্যচৰৎ সহবালকৈঃ ॥ ১৫ ॥

সূত্ৰ— আহে সামাজিকসব, নাৰদৰ বচন অনুমানি যৈছে জগতপতি গোবৎস চৰাৱত তা দেখহ, শুনহ। নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ ধনশ্ৰী, একতালি**

সানন্দিতে ফিৰে কানাই।
বাছৰুগণ ছড়াই ॥
গিৰি শৃঙ্গে ব্যাপি যাই।
বৎসচয় মেষ বেৰাই ॥



গোপসব কৰে কেলি।
কেহো কেহোয়ে চোৰ বুলি ॥
গৃহস্থৰ ধৰ্ম্ম ধৰি।
ক্ৰীড়াত মেষ হয়লি ॥
পঞ্জাল নিৰেক্ষি ফুৰি
নিয়ে চেগে চুৰি কৰি ॥
চোৰ পাই কেশে ধৰি।
নানা শাস্তি কেলি কৰি ॥
স্তুতি নতি পাচু কৰে।
তথাপি নাতেজি মাৰে ॥
গোপে হাস পৰিহাসে।
কহতু কৈবল্য কিঙ্কৰে ॥ (১২)

সূত্ৰ—এবম্বিধ প্ৰকাৰে সানন্দে ৰিঙ্গ পাৰি কতো হাসি হমুৰাই পৰম নিশঙ্ক মনে শ্ৰীকৃষ্ণৰ পৰম প্ৰসাদ লভিকহো অন্তক সমান মৃত্যু গণাগণ নাহি, আহ্লাদে ভ্ৰময়।

পুনঃ সূত্ৰ—সোহি সময়ে ময়ৰ সুত দুষ্ট ব্যোম দুন্দুৰ দানৱ ভোজৰ বৈৰী নাশিতে বৃন্দাবনমহ পশি লীলা পেখি যৈচে গোপ ৰূপ ভেল, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ শ্ৰীপয়াৰ, পৰিতাল**

আৰে সুৰ ব্যোম কংসহিতকাৰী।
বৃন্দাবন পশি দুষ্ট গোপ ৰূপ ধৰি ॥
পদ—মায়া বলে নৈলা সঙ্গ পৰম দুন্দুৰ।
চোৰ ভেণ্ডা অশেষ আহৰি দৈত্য ঘোৰ ॥

থৈয়া অদ্ভুবিবৰমহ লীলায়ে ভেন্টিলা
গিৰিইঁতক অসুৰে নিবাক লাগিলা ॥
চাৰি পাঞ্চ আছোতে জানিল গোবিন্দে।
ভক্ত কৃপালু মাধৱ বধিবাক উঠয় সানন্দে ॥
গোৱালক আহৰন্তে ধৰি বেগে ৰাখিলা।
বোলে কৃষ্ণে কেনে যাইবি অহি কৰ লীলা ॥
দুষ্ট ব্যোমে তেখনে অসুৰ তনু ধৰিলা।
নাসাৰন্ধ্র যেন কূপ শ্রোত্রও নামিল ॥
আখি দোহো অৰ্য্যমা উদিত বিৰাজিত।
দন্তোপম গিৰিশিখৰ যৈচে প্রকাশিত ॥
তাৰ পেট বাতিৰিল পুষ্কৰিণী যেন।
ভয়ানক তনু বাহু শাল বৃক্ষ হেন ॥
ব্যোম দানৱৰ শিৰ স্বৰ্গক লঙ্ঘি আছে।
আৰিমুৰি কৰি বল জিজ্ঞাসন্তে আছে ॥
ছেগে কৃষ্ণে মুণ্ডত উঠিল ভিৰি ধৰি।
অসহন পিড়াত দানৱে আটাস পাৰি ॥
দোহো কৰে আক্রমিয়া পেলাইলা মাটিত।
স্বৰ্গ স্থিত দেৱসবে দেখে অদভুত ॥
দৈত্য শিৰ পকাৱে ছাগৰ যেন শিৰ।
প্রাণ চাৰি গৈলেক দেখয় দেবাসুৰ ॥
ব্যোমে নিয়া গোপ্য শিলা গুচায়া আনিল।
দুৰ্গতি নিস্তৰি তবে অশেষ সকল ॥
শিৰিষ কুসুম দেবে বৰিষে অপাৰ।
জয় কৃষ্ণ বোল হোক সংসাৰৰ পাৰ ॥ (১২)

সূত্র—আহে সামাজিক যৈচে নকুলক সৰ্পৰাজে ধৰল তদ্বৎ ঈশ্বৰেশ্বৰ শ্রীকৃষ্ণ ব্যোমৰ ঘাৰ মোচৰি প্রাণ চোৰাৱল, তা পেখি ইন্দ্রাদি দেৱগণে শিৰিষ, চম্পক, কুসুমসব সিঞ্চল, তা দেখহ।



শ্লোক

ভূভাৰহৰণোদেৱঃ স্বজনানন্দবৰ্দ্ধনঃ।
গোবৎসান্ পুৰতঃ কৃত্বাজগাম ব্রজমণ্ডপম্ ॥ ১৬ ॥

সূত্র—এবম্বিধ প্রকাৰে শ্রীকৃষ্ণ বলোবালক সহিতে গোবৎসে আগু বুলাই কেলি কৌতুকে বহু ভাৱ কৰি সায়াহ্নে গোষ্ঠমহ বৃন্দাবন চোড়ি যৈচে চলত, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

### ৰাগ বসন্ত, জোতিতাল

চলে ৰাম কানু গোবৎস আগুবুলাই।
শ্যাম তনু ৰঞ্জ পীত অম্বৰ শোহে
বহু ভূষণে ৰঞ্জয় ॥
পদ—গোপগণ চৌপাশে গাৱে গুণ গীত
সুমৰি মহিমা মোহিত চিত্।
গগনে দেৱতাগণে বহু স্তুতি কৰে
বাৱে মৃদঙ্গ পুষ্প বৰিষিত ॥
শিঙা বেণু বাৱে গোপ উচ্চে স্বৰে
ভুবন স্বৰ্গপুৰে যৈচে বোলা।
গোৱালী সবে আগবাঢ়ি চাৱে
মোহিত হুয়া কানু লীলা ॥
নয়ন নিৰীক্ষণ নুহি দৃষ্টি ভঙ্গ
কৃষ্ণমুহ সুধা কৰু পান।
ধাই যশোমতী আশ্বাসয় কানু
পুত্র বুলি সজ্জল নয়ন ॥ (১৩)

সূত্র—যদা শিঙ্গাৰ নিস্বান শ্রুত ভেল, তদা নিকেতাভ্যান্তৰ বঝাই গোৱালীগণে আগবাঢ়ি পেখি মূহিত ভেল। তবধ সজ্জল নয়নে আনন্দে কৃষ্ণৰাম মুখাৰবিন্দ যৈচে পান কয় আশ্বাসি আনত তা দেখহ, শুনহ।

পদ—গন্ধ জলে স্নানি অন্ন ভুঞ্জাৱত
মুহ হেৰয়ে পৰম সন্তোষিত।
ওহি যশ গুণ ৰহোক বয়নে
কৰু কৈবল্য অনুভব চিত্॥

সূত্র—ঐচন প্রকাৰে নন্দৰাণী ৰোহিণী সহিতে ৰামকৃষ্ণক আনি সুগন্ধ জলে স্নান কৰাই পৰমান্নাদি ভুঞ্জাই পৰম সন্তোষ ভেল। তা দেখহ, শুনহ।

পুনঃ সূত্র—আহে সামাজিকসব, এবম্বিধ চৰিত্রচয় জননিস্তাৰ নিমিত্তে কৰল। অসুৰ সংহৰি ভূমিভাৰ দূৰ কৰি যৈচে গোকুল বাসীৰ মন সন্তোষি নন্দক মন্দিৰে ৰহল সদ্‌জ্ঞাতাসব তা দেখহ, শুনহ।[১]

সূত্র—আহে সামাজিকসব যোহি দানপতি ৰাজাজ্ঞা অনুমানি শ্রীৰামকৃষ্ণ মন মুগ্ধ হুই অনিদ্রায়ে স্বনিকেতনে ৰহল সেহি অক্রূৰ অৰুণোদয়ে ব্রজপথে কৃষ্ণ গুণগণ কৰি পথি ৰথ উপৰে চলত, তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ মাহৰ ধনশ্রী, জোতিমান**

চলে অক্রূৰ মধুপুৰ পথে ৰথ উপৰে হৰিষিত;
হৰি গুণ যশ গাই কৃষ্ণ গীত তনু প্রেমে পুলকিত॥

---

১এই খিনিতে শ্লোক বুলি লেখিছে, কিন্তু পুথিত শ্লোক নাই, খালি ঠাই মাত্র আছে।



পদ—প্রাতসতে যান্ত মনে আলোচন্ত ভাগ্যে ভৈল শুভদিন।
কৃষ্ণ অনুভব মিলে ব্রহ্মানন্দ গাই যাই কৃষ্ণ গুণ॥ (১৪)

সূত্র—আহে সামাজিকসব, অক্রূৰে আপোন ভাগ্য মানি কৃষ্ণ মহিমা অৱতাৰসব গুণগণ যৈচে বৰ্ণাৱত, তা দেখহ, শুনহ।

অক্রূৰ বোল— (পয়াৰ) কোন কৰ্ম্ম কৰিলো পূৰ্ব্বৰ জন্মত।
সাম্প্রতে দেখিবো কৃষ্ণ গোপ যত॥
কৃষ্ণ দৰশন অসাধ্য পৰম।
অবিদ্যা মোহে মোৰ দুৰন্ত ভ্রম॥
শ্রুতিৰ অধিকাৰ নোহো যদ্যাপি।
কৃষ্ণ দৰশনে সৰ্ব্ব সিদ্ধি হৈৱন্ত তথাপি॥
সংসাৰৰে মন মুগ্ধ জীৱ যত।
ভ্রমণ পৰিছেদে হোৱে ভকত॥
অৱতৰি যদুকুলে ব্রজে ফিৰে।
শিশুৰ চৰিত্র কৃষ্ণ ৰামে কৰে॥
জানিলো সংসাৰ ভ্রষ্ট ভৈল মোৰ।
আজু নমিবো শিৰে পদ কৃষ্ণৰ॥
শম্ভু স্বয়ম্ভু নমে ওহি পদ নিত্য।
কংসে কৰিলেক মোক কিনো কৃতকৃত্য॥
ওহি কৃষ্ণৰ চৰণ কান্তি।
সগৰাদিৰ ভ্রষ্ট ভৈল তিমিৰ ভ্রান্তি॥
যাৰ সেব্য জানি ব্রহ্মা মুনিগণে।
ভজে সন্তে সুৰদ্রুম? জানি মনে॥
শ্বেতছত্র তীৰ্থৰো জনন।
ভবভয় নাশক দেখিবো চৰণ॥
অলক সুকপোল নাসা কঞ্জলোচন।
স্মিত হৰ্ষিত মুখ যাৰ আলোকন॥
আগমনে মৃগ খগ যায় শুভ দিশ।
সুমঙ্গল ভৈল পাইবো কৃষ্ণ ঈশ॥

হৈব মোৰ তনু আজিসে পবিত্ৰ ।
জগত পবিত্ৰকাৰী যাৰ চৰিত্ৰ ॥
গুণ কৰ্ম্মযুক্ত বাক্য শুচি কৰে ।
মায়াজন্য বচনে অপবিত্ৰ কৰে ॥
হৰিযুক্ত বাক্যে সংসাৰক তাৰে ।
সোহি হৰি গোপ সঙ্গে বৎস চাৰে ॥
দেৱৰ সুখদ লক্ষ্মী যাৰ বশ ।
শম্ভু স্বয়ম্ভু আদি গাৱে যাৰ যশ ॥
ত্ৰৈলোক্য মোহন মূৰ্ত্তি গুৰু ইষ্টদ ।
সমুজ্জ্বল ৰসে ভক্তিৰো সুখদ ॥
ৰামকৃষ্ণ পদত সেৱা কৰিবো ।
ৰথ চোড়ি জাম্প মাৰি পদে ধৰিবো ॥
কৃষ্ণ সখি গোপযূথক নমিবো ।
যোগীধ্যেয় যাক ভক্তি সাক্ষাতে পাইবো ॥
গোপীশ্ৰম যোহি কৰে দূৰ কৰিলা ।
সোহি পাণি সেৱি বলি সম্পত্তিক পাইলা ॥
সৰ্ব্ব ভয় শৰণীয় নিৰ্ভয় দেন্ত ।
পদৰ হন্তে হস্তে মোক তুলিবন্ত ॥
কংস অনুজ্ঞা মানি আৱলো যদ্যপি ।
ভেদ বুদ্ধি নকৰিবন্ত জ্ঞানৰূপী ॥
চৰণ সামীপ্য মোক দেখিবন্ত ।
ঈষৎ দৰ্শনে নিষ্পাপ কৰিবন্ত ॥
তেখনে ধৰিবো কৃতাঞ্জলি ।
মোক ৰামকৃষ্ণে ধৰিবো বাহু মেলি ॥
হৈব মোৰ তনু তেখনে পবিত্ৰ ।
কৰ্ম্ম বন্ধ নষ্ট হৈব নাহি চিত্ৰ ॥
হাস্য কৰি তাত বুলিবন্ত মোক ॥
তেখনে জন্ম কৃতকৃত্য হৈবেক ॥ (১৫)

# গীত

ৰবি অস্ত ভৈল ব্ৰজত মিলিল
গুণ গান্তে গৈল দিন ।
মহা জ্ঞানশীল যায় ৰথে চৰি
ব্ৰজ পাই ভৈলা চেতন ॥
ঘোঁৰা যে লই যাই গোষ্ঠ প্ৰৱেশাই
শুনিয়া মথনি ৰোল ।
ধৰসি নাজানি নিৰেক্ষি আছন্ত
ভূষণ দাস কৈবল্য বোল ॥ (১৬)

সূত্ৰ—এবম্বিধ অনুভাব প্ৰকাৰেণ প্ৰাচুৰ্য্য অধুনা অবিদ্যাত গেল, যৈচে নিৰনুভাৱ হুই ৰোলকল্লোলশঙ্কিতগ্ৰাম, দধিমথনাদি ক্ৰিয়া সাম্প্ৰতে পেখি দিশসৱ নিৰীক্ষল, তা দেখহ শুনহ ইত্যাদি ।

শ্লোক

পদানি তস্যামখিল লোকপাল
কিৰীটমুষ্টামলপাদৰেণোঃ ।
দদৰ্শ গোষ্ঠ-ক্ষিতিকৌতুকানি
বিলক্ষিতান্যব্জ যবাঙ্কুশাদ্যৈঃ ॥ ১৭ ॥

সূত্ৰ—আহে সামাজিক লোক, শ্ৰীকৃষ্ণৰ পদচিহ্ন ধ্বজ ব্ৰজ, পঙ্কজ অঙ্কুশালংকৃত যৈচে চক্ষু মাৰ্গে পেখল, তা দেখহ শুনহ, ইত্যাদি ।

## গীত

**আসোৱাৰী ৰাগ, জৌতিমানেন গীয়তাম্**

খোজ নিহালি অক্রুৰ পৰম ... ল।
ধ্বজ ব্রজ পঙ্কজ অঙ্কুশে অলঙ্কৃত দেখল গোকুল মণ্ডল ॥

পদ—হৰিক সুমৰি প্রেম উপজল
ভৰে চিত্ত পুলকিত তনু
ৰথ চোড়ি পৰি কৃষ্ণ খোজ ধূলি
নেত্রনীৰ বহে লোটায়িত তনু ॥
সানন্দে কৃষ্ণ গেড়ি দেই প্রেম যায় চৰি
কৃষ্ণ পদৰজ কৰে প্রণতি।
পৰম আকুল ভেল দান পতি
কহ কৈবল্য কৰে তেৰি প্রণতি ॥ (১৭)

সূত্র—ঐচনভাৱে ৰামকৃষ্ণৰ খোজ অৱলোকন কৰিকহো পৰম প্রেম ভক্তি উপজল। কৃষ্ণপদে মন মজি লজ্জা এৰি ধৰণীত লোটাৰি পাৰি উচ্চভাৱে ৰামকৃষ্ণ বুলি গেৰি দেন্ত, তা দেখহ। ঐয়ে লোক, দেৱৰো দুৰ্লভ ওহি প্রেমভক্তি মনুষ্য জন্মক সার্থক কৰি ওহি ভক্তিপদে পৰমপদ প্রাপ্তি কৰাৱত। পৰমব্রহ্ম ঈশসেৱা মিলা-ৱয়। ওহি দুর্নিবাৰ সংসাৰ গোবৎসপদনয় কৰত। ইহা জানি মোহ-ৰাগ অসম্ভাৱনাদি পৰিত্যাগি শ্রীগুৰু হৰিপদে গাঢ় মন কৰি সভামহ সদ্জ্ঞাতাসৱ নিৰন্তৰে হৰি বোল হৰি বোল।

সূত্র—কথং কথমপি দানপতি কৃষ্ণৰামক দেখিবাক প্রতি মন দৃঢ় কৰি ৰথে পুনু আৰোহি চলয়। বয়নে সানন্দিত কৃষ্ণৰাম উচ্চাৰিকহো ক্ষণে ক্ষণে প্রীতি ভাৱে যৈচে তা দেখহ শুনহ ইত্যাদি।

**শ্লোক**

দদর্শ কৃষ্ণং ৰামঞ্চ ব্রজেগোদোহনং গতৌ।
পীতনীলাম্বৰধৰৌ শৰদম্বুৰুহেক্ষণৌ ॥ ১৮ ॥



সূত্র—আহে সামাজিকসব গোদোহন কৃত চাহন্তে দানপতি যৈচে পৰমাদ্ভুত মনোহৰ ৰূপ ৰজত-মৰকত-কনকৰচিত শৈলনয় তনু ৰামকৃষ্ণৰ ঐচন নিৰেক্ষি নয়ননীৰ নিগৰি ভগবৎৰূপ জানি মানি স্যন্দন চোড়ি সপদি ক্ষিতৌ চৰণ প্রান্তে দণ্ডৱতে প্রণামকয়ল তা দেখহ, শুনহ ইত্যাদি।

## গীত

**ৰাগিৰি পয়াৰ স্বৰ পৰিতাল মানেন গীয়তম্।**

পথে দানপতি যায় দেখে ধেনু দোহন্তে।
কৃষ্ণ ৰাম গোষ্ঠে পশি গোপ কৃত্য কৰন্তে ॥

পদ—পৰম পুৰুষ দেৱ ৰূপৰ লাৱণ্য।
গৌৰ পীত পট্টবাসে কৰয় শোভানু ॥
লম্বিত কৰগণ অৰবিন্দ বয়ন।
সুসম কপালত নিৰজ নয়ন ॥
অনুপম তনু যুগ লেপিত চন্দন।
সুভাষিত উৰে লুলে মালা পৰিধান ॥
কৰে ৰত্নময় ভূষণ প্রকাশে কলেবৰ।
সানন্দিত হাস নিৰেখি কৃপাতৰ ॥
পদ অঙ্কুশাদি চিহ্নে খোজে ব্রজ শোভিত।
জগত কাৰণ তনু দোহো প্রকাশিত ॥
মৰকত পদতল মঞ্জীৰে ঝনৰিত।
কৰতু বিনোদ কেলি গোকুল ৰঞ্জিত ॥
সন্ধ্যাত অক্রূৰে দেখে ৰূপ অদ্ভুত।
স্নেহে প্রীতি প্রেম জন্মি নয়ন জুৰিত ॥
দানপতি প্রেম জন্মি দ্রবিলন্ত হিয়া।
তেখনে ৰথৰ নামিলন্ত জাম্প দিয়া ॥

কৃষ্ণৰাম সমীপতে কৰি দণ্ডৱত ।
কাৰ্য্যক কৈবাক লাগি নাসিলেক মাত ॥
পৰম ভকতি দেখি সভয় নয়ন ।
আকুলিত কৃষ্ণস্নেহে দয়ালু নাৰায়ণ ॥
কৃষ্ণ হস্তে তুলি তাঙ্ক আশ্বাসি ধৰিলা ।
খুৰা বুলি ভক্তক বলো ভৱনে প্ৰৱেশাইলা ॥
স্বৰ্ণময় আসনত বৈসাইলা সাদৰি ।
ধুইলা পদ অক্ৰূৰ দেৱ শ্ৰীহৰি ॥
সাদৰে মধুপৰ্কাদি বাৰ্ত্তাক পুছিলা ।
সামাজিক লোক সব হৰি হৰি বোলা ॥ (১৮)

সূত্ৰ—আহে সামাজিকলোক, শ্ৰীকৃষ্ণ পৰম দেৱতাক পাই দানপতি চৰণযুগল ধৰি নিচুকি আছয় । ৰথহন্তে কৰে তুলি আশ্বাসি মন্দিৰাভ্যান্তৰে হেমময় আসনে বৈসাই দুঃখাৰ্দ্দিত কুশল কাহিনী অক্ৰূৰক সম্বুধি যৈচে বাৰ্ত্তা পুছত তা শুনহ ।

কৃষ্ণ বোল—হে অক্ৰূৰ খুৰা, কিৰূপে বঞ্চিছ ? মধুপুৰে কংস ৰাজা সঙ্গে আশ্ৰমদেহাদি কি নিমিত্তে ৰহৈছি ? আপোন ভাগিনগণক সমূলি মাৰল, মেষকঅন্তক শাৰ্দ্দূল যৈচে তদ্বৎ, যদুকুল বৈৰী কংস । আঃ জ্ঞাতি বৰ্গে প্ৰজাৰ নিকজ বাৰ্ত্তা কি পুছয়, পুছয় ।

সূত্ৰ—... সভাসদলোক, দানপতি শ্ৰীকৃষ্ণ দেৱতাক পাই সৰ্ব্ব কাৰ্য্যাভিপ্ৰায় বিজ্ঞাত জানি জনসব নিৰেখি কংসত শঙ্কায়ে মৌনে ৰহল । দানপতি পৰমপ্ৰীতিভাৱে ভুঞ্জন্ত । তদনন্তৰে মুখ শুদ্ধি মাল্যাদি নিবেদল । তা দেখহ । সে সময় নন্দৰাজা সাদৰে সানন্দে বাৰ্ত্তা পুছত, তা দেখহ, শুনহ ।

নন্দ বোল—হে প্ৰাণপ্ৰিয়, তুহু অক্ৰূৰ ক্ৰুৰ কংস বিদ্যমানে কিমতে প্ৰাণ ধৰৈছি ? মেষপালৰ যৈচে শাৰ্দ্দূল ৰক্ষক ভেল ; জীৱন কিমতে ধৰৈছি । দুৰ্জ্জন কংসে আপোন ভাগিনগণ মাৰল । উগ্ৰসেনক নিগ্ৰহি ৰাজ্য লেলহ, অত্য প্ৰজাৰ কুশল পুছব ?



সূত্ৰ-এবম্বিধ প্ৰণয়-প্ৰীতি বহুভাৱে পুছল । দানপতি ৰামকৃষ্ণৰ প্ৰচুৰ বাক্যসন্দেশ সংকাৰ লভি পৰম সন্তোষে স্বৰ্ণময় পালঙ্কে নিদ্ৰা কৰল ।

সূত্ৰ—তদনন্তৰে পেখি বাঞ্চিত পূৰণ ভেল, আৰ ভগৱন্ত প্ৰসন্ন ভেল, অপ্ৰাপ্য কি থাকয় ? তথাপি কৃষ্ণ চৰণ বিনা বাঞ্চয় নাহি । পশ্চাৎ অপৰাহ্ণ কালে ৰামকৃষ্ণ পৰমান্ন ভুঞ্জিকহো অক্ৰূৰৰ সমীপে গৈয়া নিৰ্জ্জনত প্ৰয়োজন বাত পুছয়ে লাগল । তা দেখহ, শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

কৃষ্ণ—হে কনিষ্ঠ পিতা, পন্থে কি কুশল আৱল ? হামাৰ বান্ধৱ সব গোত্ৰজ কুশলে কি আছয় ? অন্যথা পুছো মথুৰাত মাতুল কংসকালৰ উন্নতি দিনে দিনে বাঢ়য়, কুশল কি মিলব । পিতা বসুদেৱমহ দৈৱকীক মাতৃ দুয়োজন হামাৰ কাৰণে বহু কষ্ট চিৰ বন্দীশালে লোহাৰ নিহল পাইলেক । শ্ৰেষ্ঠ পুত্ৰৰ নিধনে হামাৰ কাৰণে দুখিনী মাতৃ দুখ পাইলেক বহুত । হে খুৰা অক্ৰূৰ বাপ, তোমাক লাগি মোৰ দহে গাৱ । এখনে তোমাক দেখি পাইলো পৰম আনন্দ । কিহেতু আসিলা সোণকালে কহিয়ো কথা আমাত ।

সূত্ৰ—আহে সামাজিক সদজ্ঞাতাসৱ, যৈচে কৃষ্ণ পূৰ্ব্ব দুঃখ বৃতান্ত কুশল কাহিনী প্ৰয়োজন বাত পুছল তা শুনি মহন্ত অক্ৰূৰে নাৰদ মুনিক বচন আকলি কংসৰাজা মৃত্যুসংশয় মানি কোপিত হুই যে কৰল, বহুবিধ মন্ত্ৰণা কথি দানপতিক যদৰ্থে পঠাৱল কৃষ্ণক আশু সৱ বিনাৱত । জনমহ সদজ্ঞাতাসব তা শুনহ ।

অক্ৰূৰ বোল—হে ৰামকৃষ্ণ দেৱবোদেৱ, তোৰাসৱক চুৰি কৰি নন্দৰ গৃহে থৈলেক বুলি নাৰদ মুনি কংসৰাজাগ্ৰে কহল । তা শুনি তেক্ষণে কোপে খাণ্ডা ধৰি কাটিবাক লাগি ধাৱল । তা নিবেক্ষি নাৰদে কান্থি মন্ত্ৰণা কৰি ৰাখল । পালটি আসনে বসি বসুদেৱ দৈৱকীক বন্দী কৰাৱল । কেশীক মধুৰ বচনে তোমাক নাশিতে

পঠাৱল। সব অসুৰ নিয়োজি ধনুৰ্যাগ কৰিতে ৰঙ্গস্থানে চৌপাশে উচ্চ মঞ্চ পাতিবাক মন্ত্ৰীপাত্ৰক আদেশ কৰি দ্বাৰে অম্বষ্ঠক কুব-লয় সমে বধিবাক আদেশ কৰিছয়। মুষ্টিক চানূৰ আদি মাল-সবক শ্ৰমবান্ধে মাৰিবাক আদেশ কৰিছি। পৰম সুহৃদ ভাব জন্মাই তোৰাসবক ওহি অনেক উপায়ে মৰাইবে বুলি কহিছা হামাত। ছদ্মে ৰঙ্গ চাহিবাক প্ৰতি অসুৰ ক্ৰূৰ কংস ৰাজা তোৰাসবক নিবাক পঠাৱল। ওহি সন্তেদচয় কহলো। যথা যোগ্য হয় তা কৰহ, তা কৰহ।

সূত্ৰ—আহে সামাজিক যৈচে কংসৰাজাৰ দুৰ্মতি মন্ত্ৰণা প্ৰকটি অক্ৰূৰে কহল তা শুনি শ্ৰীকৃষ্ণ নন্দৰাজাগ্ৰে যা কহল তা শুনহ

শ্ৰীকৃষ্ণ বোল—হে পিতৃ গোপৰাজ, কংসৰাজাৰ কত হিংসা সহবো? অক্ৰূৰক আদেশি গোপ সমে তোহাক হামাক মধুপুৰক ধনুৰ্যাগ মহোৎসৱ চাইবাক পৰদিনে যাইবাক লাগয় বুলি কহছি। হে পিতৃ, ৰাজন্যাভ্যান্তৰে সত্বৰে সাজ হোৱ।

সূত্ৰ—ঐচন শ্ৰীকৃষ্ণৰ বাণী শুনি গোপৰাজ ত্বৰিতে সব গোপ আনি কাৰ্য্য নিয়োজন কৰিতে লাগল, তা দেখহ শুনহ।

নন্দৰাজ বোল—হে গোপসব, ৰজনী গতে সোণকালে চলিতে লাগয়। মধুপুৰে অক্ৰূৰে নিবাক লাগি আসিচয়। সম্বৎসৰ কৰ শকটে নিযোজি লৰস; দধি দুগ্ধ ঘৃতাদি সম্ভূতসব লৈয়া প্ৰভাততে চলিতে লাগয়, চলিতে লাগয়।

সূত্ৰ—গোপৰাজাৰ বাণী শুনি পৰস্পৰে গোপসবে যে বোলল তা শুনহ।

গোপসব বোল—হে পিতামাতাভ্ৰাতৃপতিপুত্ৰসব, সব কৰণ নিয়োজন সত্বৰে কৰহ। আজু কংস দূত অক্ৰূৰ ৰামকৃষ্ণক মল্ল মহোৎসৱ চাইবাক নিতে আৱল। প্ৰাতসে যাইবাক লাগয়, নন্দৰাজা হামাক নিয়া কহৈছি, সব সম্ভূত সমে গোপসবে যাইবাক কৈআছি।



শ্লোক

ৰামকৃষ্ণৌপুৰিংনেতুমক্ৰূৰঃ ব্ৰজমাগতঃ।
তৎশ্ৰুত্বা গোপগোপীনাং মুখশ্ৰীমলিনাগতা ॥ ১৯ ॥

সূত্ৰ—আহে সামাজিকসব, অক্ৰূৰে ব্ৰজ পশি ৰামকৃষ্ণক মধুপুৰ নিবাৰ শুনি গোপীসবৰ পৰম সন্তাপে মুখ মলিন ভেল। নিশ্বাস ফোকাৰি যৈচে বিলাপ কয়ল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ শ্ৰী, জোতিতাল**

হৰিক বিৰহে গোপী দেখে অন্ধিয়াৰি।
সন্তাপিত তনু তাৱে বয়ান ফোকাৰি ॥
পদ—সদৃশ মৃতক তনু শুখাইল বয়ন।
দুঃখত মলিন মুখ খসিল বসন ॥
কুচ শাস্ত্ৰ মুক্ত ভৈল ধৰৈ কৃষ্ণ ধ্যান।
নেখেলাৱে অন্য মন চিন্তাযুক্ত যেন ॥
কৃষ্ণ বাক্য লীলা গতি স্মৰি মোহ যাই।
বিৰহে নেত্ৰে নীৰ ঝুৰে আকুলিত হই ॥
এক ঠাই হুয়া গোপী কাতৰ কৰই।
ভূষণ চৰণে ৰতি কৈবল্য গাই ॥ ১৯

সূত্ৰ—যৈচে গোপীসবে কৃষ্ণলীলাসুধা স্মৰি পৰমতাপে মূৰ্চ্ছিত ভেল, পুনু চেতন লভি পৰিহাসাদি স্মৰি কৃষ্ণক বাহ্যাভ্যান্তৰে জ্ঞানদৃষ্টি দেখত। আকুলিতভাৱে গোপীসব একত্ৰ হুই বিধাতাক নিন্দা কৰিতে লাগল, তা দেখহ শুনহ।

গোপীসব বোল—হে জগতস্ৰষ্টা, তোহো সুহৃদসৱ দ্ৰোহ কয়লি। সোহি ৰামকৃষ্ণ, মনভঙ্গ নুহি হন্তে, পুনু দুইহন্তক নিকালয়লি। হা হা,

কৃপা নাহি তোহাৰি। আঃ কি নিৰ্দ্দয় অকাৰুণ্য ভেলি। হামাৰ জগত পিতা-মাতা তোয়ি। ওহি সৰ্ব্ব কৰ্ম্ম অভক্তৰ যেন হোয়ি।

সূত্ৰ—ঐচন প্ৰকাৰে বিধাতা সমে যৈচে অক্ৰূৰক নিন্দিতে লাগল তা শুনহ।

গোপীসব বোল—অয়ে অক্ৰূৰ নাম লৈলি, কেনে? ক্ৰূৰ হৈয়া হামাৰ ৰামকৃষ্ণচক্ষুদি অন্ধ কৰি নেৰস। অজ্ঞানীৰ কৰ্ম্ম কৰ তঞি। হামাৰ দেৱৰ সম্পত্তি কৃষ্ণৰপৰা মিলৈছি। সুহৃদ্যতা ভঙ্গ কৰ তঞি।

সূত্ৰ—খেদ কৰি গোপী পৰস্পৰে বোল।

গোপীসব বোল—হৰি হৰি, আঃ কিনো নিদাৰুণ বলোনন্দ। গোবিন্দ পতিপুত্ৰ জ্ঞাতি ইহাঙ্ক পাই আতুৰ হই সব তেজিলো, স্মিত নিৰীক্ষণ পেক্ষি দাসী ভেলো। অকৰুণ চিত্ত হামাক তেজি কোননো চিত্তে নবীন হুয়া সঙ্গক বঞ্চি যাস। আঃ কি পুণ্য কৰিলে পূৰ্ব্ব জন্মত, আজু ৰজনী মথুৰা নাগেৰীৰ সুপ্ৰভাত মিলব।

অপৰ গোপী বোল—নাগেৰী নাৰীৰ মধুৰ আলাপ বচনে কৃষ্ণৰ চিত্ত হৰিবেক। গ্ৰাম্যনাৰী আমাসাক প্ৰতি কিয় আসিবেক আৰৰ? দৈবকী বসুদেৱ আসন্নাৰ অধীন বান্ধৱসবক আজু ভোজ বৃষ্ণি অন্ধক সাত্বত দৰ্শন কৰি ওহি যদুকুলৰ শ্ৰীপতি ভগৱন্তক পৰম মহোৎসৱ মিলব। দৈবকীনন্দনক পন্থে পেখি পথিক জনসৱৰ নয়নমহোৎসেব হৈবেক।

সূত্ৰ—অপৰ গোপী অক্ৰূৰক নিন্দি বোলত তা শুনহ।

অপৰ গোপী বোল—হামাৰ প্ৰাণত অধিক শ্ৰীকৃষ্ণক দূৰপথে চক্ষুৰ অগোচৰ কৰি অক্ৰূৰে লৈয়া যাই। প্ৰিয়ভঙ্গ এনয় নিন্দুক কৰ্ম্ম কৰ তঞি। অক্ৰূৰ নাম কি নিমিত্তে লভৈছি? হামাৰ প্ৰাণক নেস কাঢ়ি। অঃ ব্ৰজত তঞি কি অমঙ্গল মিলল, মিলল।

সূত্ৰ—এৱমপ্ৰকাৰে কৃষ্ণ গুণৰূপ বৰ্ণাই পুনু বিধাতাক নিন্দিতে লাগল তা দেখহ, শুনহ নিৰন্তৰে হৰি বোল, হৰি বোল।

## গীত

**ৰাগ সুহাই, তাল জোতি**

নিকৰুণ বিধি বোলে গোপী চৰিত্ৰ তোহাৰি ;
স্মিত সুধাক বঞ্চি বয়ন মুৰাৰি ॥
পদ—সুষম ললাট মাজে তিলক বিৰাজিত।
শোভিত নাসা উন্নত মোহন ঈক্ষিত ॥
সুন্দৰ ৰামকানাই শোকক নাশিত।
দিয়া নিয়া কাঢ়ি কেনে অসাধুৰ কৃত ॥
কেহো বোল অক্ৰূৰ তঞি ক্ৰূৰ সাক্ষাত।
কৃষ্ণ-আখি হৰি নিয়া কৰ অন্ধ মাত্ৰ ॥
দিলি বিধি তঞি দেখিলো নয়নে।
কানু অঙ্গ স্বৰ্গসুখ একৈক হেৰনে ॥
কাহু বোলে নন্দসুত তেজন্ত আমাক।
এখনে প্ৰিয় আলাপ চোড়িলা সবাক ॥
গেহ স্বজনাদি তেজি তোমাৰ ভৈলো চেড়ী।
নবপ্ৰিয় সুহৃদ তেজি উদ্ধাৰু মুৰাৰি ॥ (২০)

সূত্ৰ—কাশ্চিদ্ব্ৰজবালা তাপিতমনা এবম্বিধ অভাষৎ।

গোপীসব বোল—হা হা কিনো কৃষ্ণৰ কঠিন হৃদয়! হামাৰ প্ৰাণ এখনে ত্বৰিতে আমাক তেজি ৰথে আৰোহল। সঙ্গে গোপগণ চলৈছে, বৃদ্ধ গোপগণেও বাধা নাহি কৰয়। দৈব যদি হামাৰ হিতক সাধয়, কেনে বজ্ৰপাত ভূমিকম্প বিজৃম্ভণ বলিযাত্ৰাভঙ্গ উৎপাত নাহি হয়। আঃ পৰম দৈৱদোষ ভেল, দৈবদোষ ভেল।

সূত্ৰ—অন্যোঅন্যে গোপি নিবাৰিতে সাস কৰি বোল।

অপৰগোপী বোল—হামাৰি কি দুৰ্দ্দিন ক্ষণমপি কৃষ্ণসঙ্গ এৰণ নযাই। দৈব নাশ কৰি প্ৰাণে সমূলি মাৰো। নন্দ বৃদ্ধগণে কি কৰিবন্ত? আসা গোপীসব বাধি ৰাখো, ৰামকৃষ্ণক ধৰিয়া ৰাখো।

সূত্র—ৰাসকেলি স্মৰি বিয়োগ তাপিত হুই কাচিৎ গোপী বোল। ওহি নন্দনন্দন গোবিন্দৰ স্মিত মনোহৰ হাস্য পৰিহৰি ৰাসকেলি সময়ে লীলাসব পেখি যামিনী ক্ষণপ্ৰায় নিলো। হেনয় কৃষ্ণৰ বিৰহ দুৰ্নিৰ দুঃখ কিমতে গোপী সহবো? জীৱন কি ৰহবি। আঃ দিনগত সময়ে গোৰজে ৰঞ্জিত অলকাবৃতমুহ ৰমেকৃষ্ণ দুই গোপসব মাঝে বেণু বজাই ঈষৎ হাসি নিৰেখি চিত্তক হৰিলা। এনয় কৃষ্ণ নেদেখি কিমতে জীৱন ধৰবো?

### শ্লোক

এবং ব্ৰুবানা ৱিৰহাতুৰাভৃশং ব্ৰজস্ত্ৰীয়ঃ কৃষ্ণৱিযুক্তমানসাঃ।
বিসৃজ্য লজ্জাং ৰুৰুদঃ স্মসুস্বৰং গোবিন্দ দামোদৰ মাধৱেতি ॥১৯॥

সূত্ৰ—আহে সভামহ সদ্বোধস্থিতসৱ, ঈশ্বৰেশ্বৰ কৃষ্ণ-ৰামৰ বিৰহাগ্নিযুক্তা গোপীসব বিকলিত বিলজ্জিত হুই গোবিন্দ মাধৱ বুলি উচ্চেডাকে যৈচে সক্ৰন্দন কৰয়, তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

প্ৰাণনাথ কতনো বিৰহ দুখ্‌খ সহবো।
তোমাৰ বিয়োগত শোকাগ্নি দহয়ে দেহা,
কিনো কামে জীৱন, ধৰবো ॥
পদ—সব বন্ধু তেজিয়া তোমাৰে ভৈলোহো চেড়ী
কিনো নিদাৰুণ দেৱ শ্ৰীহৰি।
জীৱ প্ৰাণ মন সুম্পি আছোঁ তোৰে লাগি
তথাপি হামাক যাস এড়ি ॥



কিনো কঠিন চিত্ত কিঞ্চিত নাতিকে দায়া
নবীন ৰমণী ইচ্ছা কৈলা।
তথাপি সবাকে তেজি কুগ্ৰামিনী নাৰী যাইবো
গোবিন্দ মাধৱ বঞ্চিত কৈলা ॥ (২১)

সূত্ৰ—আহে সামাজিক সদ্জ্ঞাতাসব, গোপীসব মহাপ্ৰেমে লোতক নিগৰি গোপীগণ কৃষ্ণত মন মগ্ন ভৈল। পতি সুত সোদৰ শ্বশুৰ বান্ধৱাদিসৱত লজ্জা তেজল। পৰম সন্তাপে ক্ৰন্দন কৰন্তে ৰজনী প্ৰভাত ভেল। আহে সামাজিকসৱ, সে সময়ে শ্ৰীকৃষ্ণ বলো সমে ৰথে আৰোহল। দানপতি সন্ধ্যাদিকৃত্য কৰি ৰথে বৈঠল। যৈচে নন্দাদি গোপগণসব শকটত চড়ি কৰে সম্ভ্ৰমে লৈ পৰম অন্টোপে শ্ৰীদামাদি বালকগণে ভূষিত হুই চৌপাশে উপাসি যাৱত। গোপীসব প্ৰেমে ক্ৰন্দনকয় প্ৰিয় সম্ভাষণ বাঞ্চায়ে চলি যায়। এবম্বিধ প্ৰকাৰে কৃষ্ণ মথুৰাপুৰী যৈচে চলল, তা দেখহ শুনহ। নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ ধনশ্ৰী, একতালি**

শুভক্ষণে চলে কৃষ্ণৰাম, সঙ্গে যাই গোপগণ।
বিৰহে আকুল গোপী চাই কৰয় ক্ৰন্দন ॥
পদ—পৰম আকুল পেখি মাধৱে ভকতক।
আদেশিয়া দূত মুখ বাক্যে সন্তোষিলা গোপীক ॥ (২২)

কৃষ্ণ বোল—হে শ্ৰীদাম সুদাম, গোপীসবৰ সমান সৌভাগিনী প্ৰিয় নাহি মোৰ। তাসম্বাৰক পৰম তাপে আকুলিত পেক্ষি নসহয় হামাৰ চিত্ত। মল্ল খেৰি ৰঙ্গ চাই আসিবো গোকুলে। কষ্টে নাসোক, যাউক উলটি সকলে।

সূত্র—শ্ৰীকৃষ্ণৰ বাণী শিৰোগত কৰি দোহো বালক দূত গৈয়া গোপীক বোধ কৰাৱল। তা দেখহ।

দূত বালক বোল—হে মাই পেসী-মাসী-ভগিনী আদি গোপীসব, তোৰা-সবৰ ক্ৰন্দন আকুল দেখি হামাক কৃষ্ণে পঠাৱল! ঐচন বাত বোলৈছে; তোৰাসবৰ সমান প্ৰিয় নাহি আৰৰ। তাসম্বাক পৰম আকুলিত পেখি নসহে মোৰ প্ৰাণ। মল্ল খেৰি চাই সোনকালে আসিবো বুলিছে। কষ্ট চোড়ি যাউক গোকুলে। তোৰাসবক ওহি বাক্য বোলৈছি। নিষ্টে নিষ্টে হে সখিসৱ অৱশ্যে আসিৱন্ত যদুৰাই। সানন্দে যাৱাহা ব্ৰজপুৰ, ব্ৰজপুৰ।

সূত্ৰ—বচনামৃতে গোপীগণ কিঞ্চিত স্বস্থ হুই কৃষ্ণক নিৰেখি ৰথধ্বজ ধূলি নয়নগোচৰ যাৰত পেখল,-তাৰত কাল পেখি চিত্ৰ পুতলি প্ৰায় ৰহল। তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল।

পদ—অক্ৰূৰে চাবুক চাটে ডাকে ৰথক।
বায়ু বেগে চলি যাই পাইলে যমুনাক॥
ৰামকৃষ্ণ পিল পৱিত্ৰ জলক।
ৰথত চড়ি ৰহিলন্ত বৃক্ষৰ ছায়াক॥
অক্ৰূৰে প্ৰবোধি থৈলা কংসৰ ভয়ত।
ৰথ চোড়ি দানপতি নামিলা জলত॥
কালিন্দী জল নামি বিধিৱতে স্নান কৰি।
বুৰ দিলা অক্ৰূৰ মন্ত্ৰ সনাতন স্মৰি॥
জল মাজে দেখে গোবিন্দ মাধৱক।
শঙ্কায়ে অক্ৰূৰে উঠিয়া চাইলন্ত কৃষ্ণক॥
দেখে ৰথে ৰামকৃষ্ণ পূৰ্ব্বৱতে আছে।
দেখিলোহো মিছা বুলি বুৰ দিল পাছে॥
আবৰ অক্ৰূৰ তৈতে ৰামকৃষ্ণক দেখয়।
ভূষণ দাস কৈবল্য কৃষ্ণ লীলা কয়॥ (২৩)॥

সূত্ৰ—আহে সামাজিকসৱ, যমুনা জলভ্যান্তৰে পেখল সহস্ৰ শিৰমণি প্ৰকাশিত। শ্বেত কলেৱৰ নীলবাস শ্বেতগিৰি সদৃশ অনন্তক সৰ্প নায়কগণে চৌপাশে উপাসি আছয়। অক্ৰূৰ পেখি বিস্ময় নিৰেখি। নাগেশ্বৰ ক্ৰোড়-কুণ্ডলিত চতুৰ্ভুজ ঘনশ্যাম পীতবাস অৰুণ নয়ন, প্ৰসন্নবদন হাস। আলোকনন চাৰু আঙ্গুৰি অঙ্গুষ্ঠ। পদপঙ্কজ ৰঞ্জিত। সৰ্ব্ব অঙ্গে চাৰু বত্তিশ ভূষণেভূষিত। বনমালা কটিসূত্ৰ, শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী ভগবন্ত সমে যৈচে পেখল।



### শ্লোক

প্ৰহ্লাদনাৰদবসুপ্ৰমুখৈৰ্ভাগবতোত্তমৈঃ।
স্তূয়মানং পৃথগ্ ভাবৈৰ্ব্বচোভিৰমলাত্মভিঃ॥

সূত্ৰ—সে সময়ে মূলা প্ৰকৃতিশক্তি বিদ্যা অবিদ্যা মায়াহ্লাদিনীসিদ্ধি শ্ৰিয়াপুষ্টি, গিৰাকান্তি, কীৰ্ত্তিতুষ্টি শ্ৰিয়াজয়া আদি মায়াগণে চৌপাশে উপাসি আছয়। এবম্প্ৰকাৰে কৃষ্ণৰূপ নিৰেখি পৰম-ঐশ্বৰ্য্য সেব্য-সেৱকানুভাব পেখি দানপতি আত্মমনে যেন মানল, তদ্বচন শুনহ।

অক্ৰূৰ বোল—ওহি হামাৰ কৃষ্ণবৰ্ণ ঈশ্বৰেশ্বৰ, দোহো দেৱ, আনকসুত নুহি নুহি।

সূত্ৰ—আহে সভাসদ সদ্জ্ঞাতাসব যৈচে পৰমঈশ্বৰ-স্ফূৰ্ত্তি মিলল অক্ৰূৰৰ তনু পুলকিত। নীৰনয়নে জুৰয়। সত্বগুণ মিলি দণ্ডৱতে প্ৰণামি, বসি কৰযোৰি স্তুতি আৰম্ভল। তা দেখহ শুনহ।

অক্ৰূৰ বোল—

চপয়

হে কৃষ্ণ বাসুদেৱ নমো জগনিবাস।
তয়ু খুড়া নোহো হামো তব চৰণকু দাস॥
অখিল ভুবন তুমি কাৰণ হেতু।
আদি অনাদি তুমি গৰুড়কেতু॥
তয়ু নাভি পদ্মে ব্ৰহ্মা উৎপন্ন।
পঞ্চভূত অহঙ্কাৰৰো কাৰণ॥
তোমাৰ ইচ্ছাত প্ৰকৃতি ভৈলা জাত।
ইন্দ্ৰ আদি দেৱগণ অঙ্গে উত্তৰ সাক্ষাত॥

তোমাৰ স্বৰূপ তথাপি নজানে কেৱ
ব্ৰহ্মা আদি জীৱকো মুহিছা তুমি দেৱ
জড় জীৱে জানে জীৱসবক ।
নজানে চৈতন্যৰূপ তোমাক ॥
জ্ঞানী চিন্তে এক ব্ৰহ্ম নজানে আনক ।
দেৱক ঈশ্বৰ বোলে মীমাংসিক ॥
মহাপুৰুষক অন্তৰ্যামি বোলয় ।
সাধুসবে ধৰ্ত্তাকৰ্ত্তা বুলিয়া ভজয় ॥
তোমাকেসে যজে যজ্ঞে এৰি দ্বিজসব ।
নন্দে সৰ্ব্বকৰ্ত্তাদেৱ বুলি কৰে সেব ॥
শিৱ দীক্ষা ধৰি নাম ভেদে পূজে ।
বিষ্ণু মন্ত্রে লভি প্রদ্যুম্নাদি মূৰ্ত্তি ভজে ॥
আচাৰ্য্য ভেদে পাশুপাতাদি মতে ।
বাসুদেৱ বুলি চিন্তে সততে ॥
তোমাকেসে অন্য দেৱ বুলি কৰে সেৱ ।
তুমি বিনে নাহি নাহি অন্য দেৱ ॥
তোমাকে প্রণামো সত্য সনাতন ।
প্রকৃতিৰ ভৈল তিনি গুণ ॥
ব্ৰহ্মলোক আদি স্থাৱৰ পৰ্য্যন্ত ।
সেহিগুণে প্রবৰ্ত্তি অন্তে লয় হন্ত ॥
সমস্তৰে আত্মা তুমি নিৰঞ্জন ।
তব মায়া স্রজি দেৱ সিদ্ধ নৰগণ ॥
নমো সদগুণৰূপী কৃষ্ণ নাৰায়ণ ।
মহীয়ে ভৈল তোমাৰ চৰণ ।
বহ্নি ভৈল তোমাৰ বদন ।
চন্দ্রসূৰ্য্য ভৈল দোহো নয়ন ॥
স্বৰ্গে মাথা ৰেতস তোমাৰ ।
......ভৈল শ্ৰুতি যাৰ ॥
ইন্দ্ৰ আদি দেৱ বাহু ভৈলা
আকাশে নাভি অৰ্ণবে কুক্ষি ভৈলা ॥



বায়ুমানে প্রাণশক্তি ভৈল ।
ৰোমসব বৃক্ষ ভৈল ॥
শৈল্য ভৈল অস্থি নখচয় ।
দিবানিশা নিমেষ তোমাৰ হয় ॥
বিশ্বস্রষ্টা ভৈল মেঢ্র তোমাৰ ।
বিষ্টিয়ে ঔৰস ভৈল যাৰ ॥
পূৰ্ণ অব্যয় পুৰুষ প্রপঞ্চকাৰী ।
বহুবিধ স্রজন পালন তোহাৰি ॥
বাৰিচয় আশ্রয় জলে যেনয় ।
ডিম্বৰু মধ্যত মশ তেনয় ॥
নজানে অন্যোঅন্যে জীৱগণ ।
সেহিমতে নজানি ভ্রমে ব্ৰহ্মাণ্ডত জন ॥
নমো বাৰিচৰ হৰি ।
মধুসৰূপে বেদ উদ্ধাৰি ॥
নমো হয়শীৰ্ষ তুমি দেৱ ।
মধুকৈটভনাশী কৰো সেৱ ।
নমো কূৰ্ম্মৰূপী মন্দৰধাৰী ।
কল্কিৰূপী নমো ম্লেছাদি ক্ষয়ঙ্কাৰী ॥
নমো ব্ৰহ্ম ঘনশ্যাম লীলাকাৰী ।
কৈবল্য দীন দাস লেহু উদ্ধাৰি ॥ (২৪)

কথা—হে কৃষ্ণ ভগবন্ত, তোমাৰ মায়ায়ে সৰ্ব্বলোকক মোহিছা। মোহাশ্রয়ী সৰ্ব্বজনৰ তুমি নমস্য । হামো অনাত্মা দেহক আত্ম-কৰি গৃহপত্নীপুত্র জ্ঞাতি বন্ধুসবক স্বপ্নপ্রায়ে ওহিসৱক সত্য মানি কৰ্ম্ম ফলে সংসাৰ ভ্রমো । আঃ কিনো মোৰ মন্দবুদ্ধি বিপৰীত! অনিত্য নিত্যবোধ কয়লো । তোমাক প্রভু সুহৃদ আত্ম প্রিয় নজানো । অজ্ঞানে মোহিত হুয়া জলক স্থলে ইচ্ছা কৰে মৃগগণে । হামো তোমাক তেজি সেহিমতে বিষয়বাসনা ইন্দ্রিয়ে মোহিত বুদ্ধি হৈই কাম্য কৰ্ম্ম কৰি মতিনাশ কয়লো । অভক্তৰ তোমাৰ চৰণ শৰণ সেৱা । পৰম দুৰ্ল্লভ তোমাৰ অনুগ্রহ হামাত নিমিত্তে ওহি চক্ষুৰ গোচৰ সেৱা

মিলে। সন্তৰ কৃপাত জীৱৰ ভগৱন্ত ৰতি হয় ; ওহি যত হয় তথাপি অনুগ্ৰহ কি লাগয়। হে পদ্মনাভ প্ৰভু, যত জীৱৰ সংসাৰ বন্ধন ভ্ৰমণ পৰিছেদন কালে মিলয়। তব অনুগ্ৰহ কৰহ। তেবেসে জন্ম ধৰি সন্তাশ্ৰয়ী সঙ্গ পাৱব। তেবেসে তোমাৰ সেৱা মিলয়। নমো বিজ্ঞানৰূপধাৰী। প্ৰণমো ৰূপধাৰী, পুৰুষৰো সুখ-দুখদাতা। কালকৰ্ম্মাদিৰো নিয়ন্তা। ব্ৰহ্ম অনন্ত শক্তি তুমি ; পুৰুষৰো অন্তৰ্যামী। নমো ভগৱন্ত বাসুদেৱ, সৰ্ব্বভূত নাশকৰদেৱ! হৃষীকেশ নমো নমো, তোমাৰ শৰণাগতক ৰাখা আমাক।

সূত্ৰ—আহে সামাজিক লোক যৈচে শ্ৰীকৃষ্ণ সঙ্কৰ্ষণৰ পৰমাদ্ভুত ৰূপগুণ-লাবণ্য মধুৰ মূৰুতি উপাসকসৱ সহিতে জলাভ্যান্তৰে পেখল, তাত সৰ্ব্ব অন্তৰ্দ্ধান ভেল। পশ্চাৎ বিস্মিত হৈই যৈচে দানপতি কৃত্য সমাপি সত্বৰে স্যন্দনে আৰোহল তা পেখি ঈশ্বৰেশ্বৰ পৰমদেৱতা শ্ৰীকৃষ্ণ যৈচে বাত পুছত তদ্বচন শুনহ।

কৃষ্ণ বোল—হেক্ৰূৰ খুৰা, হামাক পাই তব মুখ বিস্মিত দেখোঁ। কিমদ্ভুত জলে স্থলে বা দেখল সত্বৰে হামাত কাৰ্য্য বুজাই কহ।

সূত্ৰ—অনুপম কাৰ্য্যাভিপ্ৰায় যৈচে শ্ৰীকৃষ্ণ পুছল, গান্দিনীসুত তদ্বচন-মাকৰ্ণ্য যৈচে বাত নিগদিতে লাগল তা শুনহ।

অক্ৰূৰ বোল—হে স্বামী কৃষ্ণ তোহো বিশ্বৰ অন্তৰ্যামীৰূপসব। অদ্ভুত তোমাৰ ৰূপ আছয়। হামো পেখলো অপৰ একৰূপ জলমধ্যত। কিমদ্ভুত দেখব তুমি ব্যতিৰেকে। অদ্ভুত চৈদ্ধৈয় ভুবনে কিমপি নাহি নাহি। জল স্থল আকাশত তোমাকে দেখোঁ। হে ঈশ্বৰে ব্ৰহ্ম ব্যতিৰেকে অন্য অদ্ভুত পেখল নাহি নাহি।

সূত্ৰ—আহে সামাজিক লোক যৈচে গান্দিনীসুত এবং কথা কথি স্যন্দন নিয়োজিত চতুস্তুৰঙ্গম মথুৰাপথে ধীৰে ডাকত, অন্য গাড়ী গোৱালসব চলি যাই তা দেখহ।

## গীত

### ৰাগ শ্যাম, পৰিতাল

মথুৰাক ধীৰে ধীৰে ডাকে ৰথে।
পথি চাৱে পথিক সব পথে॥
পদ—শ্যামতনু পেখি পুলকিত হোই।
ৰূপৰ লাবণ্য গুণে অন্যোঅন্যে চাৱে।
প্ৰেমে পুলকিত তনু হৱে॥
পৰম মেহনৰূপ নখণ্ডে তৃপিতি।
ৰূপৰ দেখে পৰম জেউতি॥
আনন্দে যাহন্তে পথে দিন গেল।
মথুৰাপুৰৰ সমীপ ভেল॥
গোপগণে চৌপাশে কৰে ৰোল।
ওহি অনুভৱ মন ৰঙ্গ কৈবল্য বোল॥ (২৫)

সূত্ৰ—আহে সামাজিক লোক, যদা শ্ৰীকৃষ্ণ ৰাজমাৰ্গ জনসব চৰাই যাই অক্ৰূৰ নন্দাদি গোপগণসবৰ অপৰ দৃষ্টি কৃষ্ণ বিনে নাহি কৰয়। পৰমপ্ৰীতি মথুৰাপুৰৰ সামীপ্য উপবন লভি ৰহল। জগদীশ্বৰ কৃষ্ণ অক্ৰূৰৰ হস্তাক্ৰমি হাসিয়ে যে বোলল তা দেখহ।

কৃষ্ণ বোল—হে অক্ৰূৰ খুৰা, তোহো ৰথ লৈয়া গৃহে হামাক চোড়ি অগ্ৰে যাৱত। এথা ক্ষণেক বিশ্ৰাম কৰি নগৰক যাৱবো, পশ্চাৎ তব গৃহক দেখিবো।

সূত্ৰ—শ্ৰীকৃষ্ণৰ তদ্বচন শুনি পৰম বিনীত বাক্যে অক্ৰূৰে যে বোলল তা দেখহ।

অক্ৰূৰ বোল—হে কৃষ্ণৰাম, তোহো দুহন্তক চোড়ি মথুৰাপুৰীত কিমতে প্ৰৱেশ হৈবো? হে নাথ, তোহাৰি মঞি ভক্ত, ভক্তবৎসল।

হামাক ত্যাগ কৰিতে উচিত নুহি। হে ব্ৰাহ্মণ্য কৃষ্ণ হামাৰ গৃহক আসা, মই অনাথক সনাথ কৰিয়ো। সংকৰ্ষণনন্দন, গোপগণ, সুহৃদসমে দেৱগৃহক প্ৰবেশি হামো গৃহস্থীৰ নিকেতনে গৈয়া পৰম পবিত্ৰ কৰস। তব পদৰজে গৃহবাসীসব পবিত্ৰ হয়। তব পদপঙ্কজ প্ৰক্ষালণবাৰি অমৰাধিপতি হুতাশন প্ৰমুখ্যে অদিতি অমৰগণ শিৰে ধৰি পৰম ঐশ্বৰ্য্য লভি ভকতৰ গতি পাৱয়। পিতৃগণো তজ্জল মিশ্ৰিত পিণ্ডদানে পৰম তৃপ্তি লভৈছি। দৈত্যপতি বলি তব চৰণে সেবি পবিত্ৰ হয়, পৰম ঐশ্বৰ্য্য লভি ঐকান্তিক ভক্ত গতি পাৱৈছি। তব পদ প্ৰক্ষালণোদকে ত্ৰিভুবন পবিত্ৰ হৱৈছি। সোহি জল শিৰে ধৰৈছি সগৰপুত্ৰসবৰ অস্থি, সোহি জল স্পৰ্শনে নিৰয় নিবাৰণ হুয়া স্বৰ্গক গেল। হামাৰ আজু জন্মৰ সাৰ্থক, গৃহাশ্ৰমতীৰ্থতোধিক কৰি পবিত্ৰ হৈব গোষ্ঠী, পাদোদকে স্নানি পবিত্ৰ হুইবো। হে দেৱদেৱ জগতনাথ, তয়ু নামযশগুণগণ শ্ৰৱণ কীৰ্ত্তন সৰ্ব্ব পুণ্যাধিক লভৈছি। যদুবংশতিলক দিনকপ্ৰকাশক ভগবন্ত নাৰায়ণ, তব চৰণমূলে সহস্ৰ কৌটি সততে নমস্কাৰ ৰহোক।

সূত্ৰ—অক্ৰূৰৰ প্ৰণতিত সন্তোষ হুই শ্ৰীভগবন্ত শ্ৰীকৃষ্ণ যে বোলল তা শুনহ।

শ্ৰীকৃষ্ণ বোল—হে গান্দিনীসুত, যদুকুলদ্ৰোহী কুলকণ্টক কংস ৰাজাক বধি সুহৃদসবৰ প্ৰিয়ক সাধি বলোদাদা, পিতৃ গোপৰাজ, গোপগণ সহিতে তোমাৰ গৃহক অৱশ্যে যাইবো। আবৰ কিঞ্চিতেকো নুবুলি স্বগৃহে যাৱ, স্বগৃহে যাৱ।

সূত্ৰ—শ্ৰীকৃষ্ণৰ ঐচন বচন বাণী শুনি অক্ৰূৰ বিমন হুয়া মথুৰা নগৰে প্ৰবেশি কংসৰাজাৰ আগে যৈচে কাৰ্য্য নিবেদল তা শুনহ।

অক্ৰূৰ বোল—ভোজকুলনীৰজ প্ৰকাশক, দানবঅসুৰকুল পালক মহাৰাজাধিৰাজ হামাৰ প্ৰণাম। তব চৰণ শিৰোগত কৰি গোকুলমহ গই গোপগণ সহিতে ৰামকৃষ্ণক আনি নগৰ সমীপ্যে অপৰাহ্ন কালে উপবনে থৈআছি। বাৰ্ত্তা নিবেদিতে আৱলো।

সূত্ৰ—কংসৰাজা অক্ৰূৰক প্ৰশংসি যে বোলল তা শুনহ।



কংস বোল—ধন্য ধন্য যদুকুলজ গান্দিনীসুত, হামাৰ প্ৰিয় সাধলি, মৃত্যু-ভয় তব চেষ্টাত দূৰ হৈবে। আঃ কি কৰ্ম্ম কয়লি! তব মনোৰথ সাফল কৰবো। এথা পন্থা শ্ৰম হৈ আসৈছে। আজু তব গৃহে যাৱ। ৰজনী গতে সোনকালে আৱব আৱব।

সূত্ৰ—কংসক প্ৰণামি অক্ৰূৰ যৈচে আপোন মন্দিৰক চলল, তা দেখহ। আহে সামাজিক সদ্‌জ্ঞাতাসব, পৰম পবিত্ৰ ৰাজমাৰ্গে গৈয়াকহো সুৰপুৰাধিক চৌপন্থা, পদূলি সাজি মাজি পৰম শোভন কৰোৱত। ধ্বজদণ্ড, তোৰণ বহু অলঙ্কতে মণ্ডিত, নাগেৰীনাৰীসৱ পৰম লাবণ্য সুবেশ বেশ দেৱ-নাৰীকো নিন্দি সুৰ-নৰ-মুনি মন মোহে, হেনয় বিতোপন্ন মধুপুৰক প্ৰতি শ্ৰীকৃষ্ণ পৰম দেৱতা বলো নন্দাদি গোপ-গণ সহিতে যৈচে দেখল তা দেখহ শুনহ।

## গীত

**পয়াৰ**

ফটিকৰ তম্ভ দ্বাৰ নিয়োজিত।
চৌপাশে গড়খাই পেখি সচকিত ॥
বহুত উচ্চতে গড় শিলাৰ নিৰ্ম্মিত।
বৃহত দ্বাৰ তোৰণ সুবৰ্ণে মণ্ডিত ॥
দুৰ্ব্বাৰ কপাট হেমময় খচিত।
উপদ্বাৰ কোঠ তাম্ৰময় নিৰ্ম্মিত ॥
পুষ্প বাৰী উপবন নিকটে ৰঞ্জিত।
বহুবিধ হৰ্ম্ম্য চৌচালি শোভিত ॥
সুবৰ্ণ কলসি বহু স্থাপিত।
শাৰী পাৰী গৃহসব পৰম ভূষিত ॥
অন্য মন্দিৰ সবাকো ৰঞ্জি কাচে।

বৈদুৰ্য্য, হীৰা, মণি আদি ৰঞ্জি আছে ॥
গৃহজালা জ্বলে মণিময় শোহে ।
সুভাসিত তথি গন্ধ যত বহে ॥
কৰে পাৱাৰত ময়ূৰ নাদ বিপৰীত ।
হৰ্ম্যপুৰে স্থাপি আছে তম্ভ অলঙ্কৃত ॥
ধূপ ধূম্রে কৰি আছে সুগন্ধিত ।
চৌপন্থা পদূলি অঙ্গনা মাঞ্জিত ॥
দ্বাৰসৱত পূৰ্ণ কুম্ভ স্থাপিত ।
অক্ষত, লাজ ফলপুষ্প তথিত ॥
ফলযুক্ত কদলি ৰোপিত ।
মালাসব আৰিয়া দীপ প্ৰকাশিত ॥
পতাকা তোৰণ যুক্ত তৰু (?) তথিত ।
গৃহসৱ পাট বস্ত্ৰে ৰঞ্জিত ॥
চন্দন অগৰু সিঞ্চি আছে পন্থত ।
শাৰী শাৰী পদূলি প্ৰকাশে বিপৰীত ॥
বসনে ভূষণে কলেবৰ শোভিত ।
নাগৰীক ৰোলে শুনি মন মোহিত ॥
সুৰ পুৰাধিক নগৰ শোভিত ।
সভাসদ বোল হৰি কৃষ্ণ পদ চিন্ত ॥ (২৬)

সূত্ৰ—আহে সভাসদ সদ্জ্ঞাতাসৱ, বসুদেৱনন্দন কৃষ্ণৰাম ৰাজমাৰ্গে এবম্বিধ পৰিপূৰ্ণ সুমঙ্গলাদিযুক্ত পুৰৰ প্ৰৱেশি চলি যাই সে সময়ে পুৰনিবাসী স্ত্ৰীগণ স্বকী স্বকী ভৱন উপৰে ত্বৰিত কৃষ্ণ বলৰামক পেখিতে যৈচে অৰোহল তা দেখহ। আহে সামাজিকসব, অপৰ স্ত্ৰীসব বিপৰ্য্যয় আভৰণ বসন পৰিধান কয়ল। একশ্ৰোতে কুণ্ডল দোহো কাছি গোপী, কঙ্কণ দোহো এক হাতে, এক পদে মঞ্জিৰ উজটি কাচি কৰ্ণে নপূৰ একহি লোচনে কঞ্জল লেপিত। কতো ভোজন ত্যাগিল। সোৎসাহ মনে তৈল ঘষি স্নানক তেজল। নিদ্ৰা জাগি দ্ৰুতে ধাৱল। স্তন পান কৰাইতে সুতক চোড়ল তা দেখহ শুনহ।



কাশ্চি কৰ্ণে নপূৰ একহি লোচনে কঞ্জল লেপিত। কতো ভোজন ত্যাগিল। সোৎসাহ মনে তৈল ঘষি স্নানক তেজল। নিদ্ৰা জাগি দ্ৰুতে ধাৱল। স্তন পান কৰাইতে সুতক চোড়ল। তা শুনহ।

**শ্লোক**

মনাংসি তাসামৰবিন্দলোচনঃ প্ৰগল্‌ভলীলা হসিতাৱলোকনৈঃ।
জহাৰমত্তদ্বিৰদেন্দ্ৰবিক্ৰমোদৃশাং দদচ্ছ্ৰীৰমণাত্মনোৎসৱম ॥ (২২)

সূত্ৰ—আহে সামাজিকসব ঐচন প্ৰকাৰে সৱ পৰিহৰি পৰম বিহ্বলে বসনে-ভূষণে কেশবন্ধন তেজি মধুৰ মূৰ্ত্তি আলোকি প্ৰাণমন সন্তোষিত ভেল। যৈচন কৃষ্ণৰ ৰূপ পেখল তা দেখহ শুনহ।

## গীত

**ৰাগ বলোৱাৰ, তাল জোতি**

ৰামকৃষ্ণ চলে ৰাজপথে।
গোপগণ সঙ্গে দামশ্ৰীদাম ৰঙ্গে।
সানন্দে প্ৰগল্‌ভে মন মথে ॥
পদ—অলকাতুলিত মুহ ললাট বিৰাজিত
ৰূপৰ উপমা নাহিকয়।
মথুৰা নাৰীৰ চিত্তক হৰিল
লক্ষ্মীৰ মন সুলীলা কয় ॥
কৃষ্ণ-স্মিত-সুধা সাম্প্ৰতে দেখিয়া
নেত্ৰ মুহে পানলব্ধ হুয়া।
পুনু পুনু শ্ৰুত মনৰ সন্তাপ
সৱ দূৰ গেল পেখিয়া ॥ (২৭)

সূত্ৰ—মথুৰানাগেৰী নাৰীগণে শৃঙ্গাৰ-ৰসে মগ্ন আকুলিত হুই যৈচে কৰত তা দেখহ।

মথুৰা নাগেৰী নাৰী বোল—হে বিপক্ষ-দমন-অৰিকুল-ক্ষয়ঙ্কাৰী, লোভ-মোহকামবৰ্দ্ধক হে কৃষ্ণৰাম, আঃ হামৰি নাৰীগণৰ আসিয়া সন্তাপ চোড়াই প্ৰীতি সাধলি, প্ৰীতি সাধলি।

সূত্ৰ—আহে সামাজিক সদজ্ঞাতাসব, যৈচে বলো-শ্ৰীকৃষ্ণৰ লাবণ্য ৰূপ গুণ যশ জনমুখে শুনি মথুৰা নৰনাৰী জনসৱ পৰম তাপিত হুই মিলৈছি সোহি ৰামকৃষ্ণক নিৰেখি সবে মনপ্ৰাণ জুৰাৱল, অনুপম প্ৰীতি পাৱল। যৈচে মত্ত গজেন্দ্ৰগতি আকলি পৰম প্ৰেমে, নেত্ৰে নীৰ পৰি তনু পুলকিত ভেল। বহুবিধ কুসুম আঞ্জলি ভৰি সিঞ্চল, নাগৰিক দ্বিজগণে স্ৰক-চন্দন গন্ধ-উপায়নসৱক জল পাত্ৰ সহিতে পূজল, সানন্দে অক্ষত সিঞ্চল। এবম্বিধ মহোৎসেৱ মিলাই যৈচে কৃষ্ণ চলি যাই পুৰনিবাসী স্ত্ৰীসবো গোৱালীগণক প্ৰশংসি যৈচে বোলত তা শুনহ।

মথুৰা নাৰীসব বোল—আহে মাই, বন্ধু-বান্ধৱীসৱ, গোপীসৱ পূৰ্ব্বজন্মত পৰম তপ কয়লি, ওহি ৰামকৃষ্ণৰ ৰূপ পেখি পৰম ৰূপ মিলছি। এনয় মধুৰ মূৰ্ত্তি অনুপম ৰূপ হেৰণে সুৰনৰ-মুনিৰ মন পৰম মোহ মিলৈছি। তেৰাসৱ ক্ষণমান কৃষ্ণ-বলোক নাপেখি প্ৰেমা-নলে দগ্ধ হুয়াছে। পৰম তাপিত হৈয়া প্ৰফুল্ল বয়ন, নয়ন কমল পাসি, ভ্ৰূয়ুগ কামচাপ, নয়ন খঞ্জন হেৰণে মন মোহ ৰহৈছি। তিলফুল নাসা শোহে, অধৰ বাতুল মোহে, ললাটে তিলক ৰাজে। কম্বুকণ্ঠ, উৰে শ্ৰীবৎস, নবীন জলধৰক গঞ্জি নিন্দে। সিংহ-বন্ধ কটি, উদৰ লম্বিত। গম্ভীৰ নাভি শোভে, উৰুযুগল পৰম শোভন। পদপঙ্কজ মৃগমুহ নিন্দে, ধ্বজ ব্ৰজ পঙ্কজ পৰম শোভন। বাহুযুগ সুবলিত, আঙ্গুলি চম্পককলি। বসন সুবেশ বেশ, নটবৰধিক বেশ পৈৰাৱে। বত্ৰিশ ভূষণ দৰ্শিত কলেবৰ। মুহসৱ শশী নিন্দি প্ৰকাশে, আঃ হেনয় মূৰ্ত্তিক সততে আলাপি কি ভাগ্যোদয় মিলৈছি, ভাগ্যোদয় মিলৈছি।

সূত্ৰ—আহে সামাজিকসৱ, ৰজকগণে উত্তম ধৌত ৰাজযোগ্য বহুবিধ বসনসব ৰাজপন্থে ভোজ ৰাজাৰ আগত যোগাইবাক প্ৰতি লৈয়া যায়। সে বসন আপুনি স্বীকাৰ নিমিত্তে কৃষ্ণে যৈচে ৰজকত বাত পুছত, তা দেখহ শুনহ।



কৃষ্ণ বোল—হে ৰজকগণ ধৌত উত্তমসৱ বসন হামো দোহো ভাইৰ শৰীৰানুকল্পিত যোগ্য বস্ত্ৰ দেহি। তোহো-সবৰ পৰম কুশল মিলব। হামো দোহো ভাইক বস্ত্ৰ দেহি। ইহাত সংশয় নাহি, সংশয় নাহি।

সূত্ৰ—আহে সামাজিকলোক, শ্ৰীপতি ভগৱন্ত আপুনি সৰ্ব্বপূৰ্ণ, সোহি ভগৱন্ত ৰজকক কৃপায়ে বস্ত্ৰ মাগল। ৰাজভৃত্য পৰম গৰ্ব্বে কোপিত হুই কৃষ্ণৰ পৌৰুষালি গুণক নগণি গাড়ি দেৱত, তা দেখহ।

ৰজক বোল—হে পৰম দুৰাশয়, বনচৰ গোপজাতি ৰাজাৰ বস্ত্ৰক পৰিধান কৰিতে বাঞ্ছা কৰহ! কিনো মূঢ়, হামাত দেৱযোগ্য প্ৰাৰ্থনা কৰহ। ৰ'জদূতে নতুপান্তে সত্বৰে ঐৰ অন্তৰ। এনয় ৰগুক ৰাজদূতে পাইলে বান্ধি মাৰি সব দ্ৰব্য আগ্ৰহি নেয়। উগ্ৰ শাস্তি কৰয়। পৰে নতু শুনন্তে আপোন থানে যাৱস, যাৱস।

সূত্ৰ—বিকৰ্থনা নিন্দা বাণী শুনি দৈৱকীনন্দন শ্ৰীকৃষ্ণ পৰমকোপে চৰৰ মাৰি ৰজকৰ শিৰ চিণ্ডল। অনুচৰ যত ৰজক বস্ত্ৰ-সৱৰ ভাৰ বোজা পেলাই চৌভিতি চৌপন্থাত দ্ৰুতে পলাৱল। তা দেখহ শুনহ।

শ্লোক

বসিত্বাত্মপ্ৰিয়ে ৱস্ত্ৰে কৃষ্ণঃ সংকৰ্ষণস্তথা।
শোষাণ্যাদত্ত গোপেভ্যো ৱিসৃজ্য ভুৱিকানিচিৎ ॥ ২৩

সূত্ৰ—আহে সামাজিসৱ সঙ্কৰ্ষণ অচ্যুত ভগৱন্ত কৃষ্ণ দোহো ভাই কমনীয় বসন বাছি বাছি লেল। অপৰ স্নিগ্ধ বস্ত্ৰসব গোপগণক যথা-যোগ্য দিয়া অৱশেষ বস্ত্ৰসবক ভূমিত সিঞ্চি পেলাৱল তা দেখহ। তৎপৰ্শ্চাৎ বেশকাৰে সে ৰাজপথে স্থিত হুই সব বৃত্তান্ত পেখি ৰামকৃষ্ণক আগবাঢ়ি প্ৰণামি যে বোলল তা দেখহ শুনহ।

বেশকাৰ বোল—হে দেৱদেৱ, জগন্নাথ, তোহাৰি চৰণযুগলে প্ৰণামো, চৰণে ৰতি ৰহোক। হামো কংসৰাজাৰ বেশকাৰী, বেশ কৰাইতে পাৰোঁ।

সূত্ৰ—বেশকাৰৰ প্ৰীতি-স্বভাৱ বাণী শুনি শ্ৰীকৃষ্ণ যে বাত বোলত তা শুনহ।

কৃষ্ণ বোল—হে বেশকাৰ, হামো দোহো ভাইক শৰীৰানুকল্পিত পট্ট-কাৰ্পাস চিত্ৰবিচিত্ৰ-বৰ্ণযুক্ত বস্ত্ৰে মল্লবেশে সালঙ্কৃতে কচাৱ।

সূত্ৰ—ঐচনভাৱে নানা বিলক্ষণে-লক্ষিত বেশকাৰে পৰম প্ৰীতি ভাব কৰাৱল। যৈচে দোহো বালক গজ ভূষিতদীপ্তিমাল্যানুলেপিত, সততে নীল পৃষতসদৃশ সঙ্কৰ্ষণ ভগৱন্ত দোহো প্ৰকাশ কয়ল। অয়ে লোক, পৰম কৃপালু ভগৱন্ত দেৱ ওহি গুণে তুষ্ট হুই অবাঞ্ছিতে বেশকাৰক যৈচে ইষ্ট বৰ দেৱল তা দেখহ শুনহ।

শ্ৰীকৃষ্ণ বোল—হে বেশকাৰ, তৱ বেশত ভূষিত দোভাই পৰমতুষ্ট ভেলো। হামাৰ সাৰূপ্য মুকুতি পাৱবি, ইলোকে শ্ৰীবল-ঐশ্বৰ্য্য হুইব।

সূত্ৰ—ঐচন বৰ লভি প্ৰণামি বেশকাৰ লৰি গেল, আহে সামাজিকসৱ ওহি বেশাকাৰৰ কিঞ্চিৎ পূৰ্ব্বভক্তি নাহি। বেশ মাত্ৰ কৰাৱল, তথাপি সাযুজ্য মুক্তি শ্ৰীসম্পত্তি ইন্দ্ৰিয়বাঞ্চিত প্ৰীতি সাধলি। ওহি ভগৱন্ত কৃষ্ণ বিনে কৃপালু দেৱ নাহি নাহি জানব। যাৰা-সৱে নিতে পৰমভক্তিভাৱে সেৱা কৰয় তাৰাসৱৰ কি ভক্তি মুক্তি কি নসাধয়! শ্ৰীপতি ভগৱন্ত প্ৰসন্নে ভুবন-বাহ্যাভ্যান্তৰে অনন্য কিঞ্চিতেকো নাহি নাহি। ওহি শাস্ত্ৰৰ সন্মত অনবৰত শ্ৰৱণ কীৰ্ত্তন স্মৰণাদি একৈক ভক্তিভাৱে সৰ্ব্ব সাধয়। ইহা জানি সদ্জ্ঞাতাসৱ হৰিৰ চৰণে কায়বাক্যমনে ভজ, নিৰন্তৰে হৰি বোল হৰি বোল।



শ্লোক

ততঃ সুদাম্নো ভবনং মালাকাৰস্য জগ্মতুঃ
তৌ দৃষ্ট্বা স সমুত্থায় ননাম শিৰসা ভুবি ॥ ২৪ ॥

সূত্ৰ—এবম্বিধ চৰিত্ৰচয় বঢ়াই পথে লয়লাসে চলি যাই মালাকাৰ সুদমাৰ মন্দিৰেক ৰামকৃষ্ণ গোপগণ সমে প্ৰবেশল। দোভাইক দেখি পৰম সাদৰে তেক্ষণে উঠি শিৰে ভূমি পৰশি প্ৰণামি পশ্চাৎ আসন দিয়া পাদ্যআচমন মালানুলেপন তাম্বূলাদি বহু পূজা দ্ৰব্যে অৰ্চ্চি যৈচে প্ৰশংসি বাত নিগদিল তা দেখহ শুনহ।

মালাকাৰ সুদামা বোল—হে প্ৰভু, তৱ চৰণ বন্দন অৰ্চ্চন পৰ্শন দৰ্শনে হামাৰ জন্ম পবিত্ৰ ভেল। তোহাৰি দোহো ভাই আসিয়া হে নাথ, হামাৰ কুলকো পবিত্ৰ কয়লি। দেৱ পিতৃ তুষ্ট ভেল। হে ভগবন্তদেৱ, গুৰু, তোহাৰি চৰণৰজে হামাৰ মন্দিৰ তীৰ্থতো অধিক ভেল। নিশ্চয়ে জানলো ওহি ব্ৰহ্মাণ্ডৰো পৰম কাৰণ, জগতৰে সুহৃদ তোহো কাৰণ, জগতৰে সুহৃদ তোহো বান্ধৱ। তুহু চতুৰ্ব্বিধ জীৱকো সমভাৱে প্ৰৱৰ্ত্তাইছা, পুনু ভজন্তা জনকেসে ভজিছা। ঈশ্বৰৰ ওহি পৰম দুৰ্ল্লভ আজ্ঞাকৰণ প্ৰসাদ পৰম ভাগ্যেসে পাৱয়।

সূত্ৰ—এবম্বিধ বহুভাৱে ৰাম-কৃষ্ণাগ্ৰে নিবেদি সুদামা দণ্ডৱতে প্ৰণাম কয়ল। সঙ্কৰ্ষণ কৃষ্ণ ভগৱন্তৰ অভিপ্ৰায় কটাক্ষে বুজি সুগন্ধ কুসুমে ৰচিত মাল্যে সবাকো ৰঞ্জল। প্ৰীতি আকুলিত সানন্দমনে সুদামা কৃতাঞ্জলি কৰি কৃষ্ণচৰণ স্পৰ্শি যে বোল তা শুনহ।

সুদাম বোল—হে কৃপাময় দেৱ চক্ৰপাণি, আবেসে জানিলো সংসাৰ নিস্তাৰিলো, তৱ চৰণ নমিবাক পাই, শৰণ পশিলো। স্বামী দায়াশীল প্ৰভু। দীন দুঃখিতক নচাৰিবা, নাথ।

সূত্ৰ—এবম্বিধ স্তুতি বহু বাণী বুলি যে বোল তা শুনহ।

ৰামকৃষ্ণ বোল—হে সুদামা তোৰ সপ্ৰেম ভকতি বিনয় ভাব পেক্ষি হামো দোহোজন পৰম তুষ্ট ভেলো। যোহি বৰ লাগে তুৰিতে বল। ধনুৰ্যাগ চাহিবাক চলি যাঞো, চলি যাঞো।

সূত্র—এবম্বিধ কৃপা জন্য অনুপম ৰামকৃষ্ণ বাণী শুনি তৎক্ষণে সুদামা দুকৰ যোৰ কৰি বিনয়ভাবে যে বোলত, তা শুনহ।

সুদামা বোল—হে বৰদ দীনদায়াশীল পতিতজন-উদ্ধাৰণ, ভবভয়ভঞ্জন, অসুৰ-বিনাশন, প্ৰপন্নজনতাৰণ, করুণাসদন কৃপাকুৰু। নাথ শ্ৰীশ্ৰীৰাম-কৃষ্ণদেৱ তোহাৰি চৰণে নিশ্চল ভক্তি ৰহোক। হে অখিলাত্মা প্ৰাণ ভগবন্ত, তোহাৰি চৰণে শৰণ ৰহোক। বয়ন-শ্ৰৱণাদি তোমাৰ নাম-গুণ-কৰ্ম্ম সৰ্ব্বক্ষণে কৰি ৰহোক। তব ভক্তগণ হামাৰি সুহৃদ হোক। সৰ্ব্ব জীৱ গণত পৰম দয়ালু, ওহি বাঞ্ছিত সাফল কৰু, কৃপালু নাথ বাঞ্ছিত সাফল কৰু, হে নাথ।

সূত্ৰ—এবম্বিধ প্ৰকাৰে বৰ যাচি সুদামা মৌনে ৰহল। সংকৰ্ষণ ভগৱন্ত যাচিত বৰ দেলহ। আনো বৰসবক তান ভকতিত বৈশ্য হুই যৈচে বৰ দিতে লাগল তা দেখহ শুনহ।

কৃষ্ণ বোল—হে সুদামা মালী, যত বৰ প্ৰাৰ্থলি তব সব বৰ সাফল হৌক। আয়ু যশ বল অধিক বাঢ়োক, বংশৰ মহিমা বৃদ্ধি হৌক।

সূত্ৰ—আহে সামাজিকসব এবম্বিধ বৰ দিয়া সুদামাৰ মন্দিৰ বজাই ৰাজপথে পৰম ভূষিত হৈই গোপগণ সঙ্গেঁ চলি যায়, তা দেখহ শুনহ।

শ্লোক

অথ ব্ৰজন্ ৰাজপথেন মাধৱঃ স্ত্ৰীয়ং গৃহিতাঙ্গবিলেপভাজনম্।
বিলোক্য কুব্জাং যুৱতীং ৰৰাননাং প্ৰপচ্ছ যান্তীং প্ৰহসন্ ৰসপ্ৰদঃ॥২৫॥

# গীত

## ৰাগ মাহুৰ, বিষম তাল

ত্ৰিভঙ্গ ভঙ্গি মথুৰাক চলে মাই।
স্নিগ্ধবয়নী কজ্জলনয়নী যুৱতী লহু লহু ধাই॥
পদ—পীন কঠিন ঘন কুচ যুগশোভন
করে লেপন লৈয়া যাই।
বসন ভূষণ তনু চৰাৱত
হাসি হাসি নয়ন চলাই॥
কংসৰ প্ৰিয় কৰ দাসী মুক্ষোত্তম
মৃগ-মদচন্দন যোগাই।
ভূষণ কিঙ্কৰ কৈবল্য নন্দন
হৰিক চিন্তে এহু ৰঙ্গ ৰস গাই॥ (২৮)

সূত্ৰ—এবম্বিধ কুব্জীৰ করে ধৰি লেপন সহিতে ভাজন পেখি হাসি হাসি যে বোলত তা শুনহ।

কৃষ্ণ বোল—হে বৰনাৰী ৰমণী, তুমি বা কেনে ওহি শ্বেতচন্দন করে লৈয়া যাস? কাক লাগি কহ স্বৰূপ বাণী।

কুব্জী বোল—আঃ হামো দো ভাইক যদি উত্তম সুগন্ধ চন্দন নিয়োজন কৰ্ম্ম কৰেঁা, হামাৰ কুব্জী নাম। প্ৰিয়কৰ চন্দন কংসৰাজক যোগাঞো। ভোজপতিৰ প্ৰীতি অধিক মিলয়। ওহি চন্দনৰ তোহো বিনে অন্যজন যোগ্য নোহে, যোগ্য নোহে।

সূত্ৰ—যৈচে শ্ৰীকৃষ্ণ বাত পুছল সোহি সবকথা কথি যুৱতী কুব্জী ৰূপ গুণ পেক্ষি পৰম প্ৰীতিভাবে যৈচে সুহস্তে চন্দন পিধান কৰাৱল, তা দেখহ শুনহ। নিৰন্তৰে হৰি বোল হৰি বোল।

# গীত

**ৰাগ গান্ধাৰ, বিষম তাল**

মধুৰ লাৱণ্য মূৰ্ত্তি হাস লাস আলাপক পেখি কুব্জী ।
কামভাবে বিচলিত তনু পুলকিত দোভাইকো লেপন দিল ৰঙ্গি ॥
পদ—শীতল তনু সম্ভোগ তনু-অনুৰঞ্জিত
হেম জিনি যৈচে বিৰাজিত ভানু ।
ভ্ৰূভঙ্গিনী কুব্জীক ঋজু কৰিবাক মন
ভৈলন্ত প্ৰসন্ন দেৱ ৰাম কানু ॥
চৰণ দোহো ভিৰি কুব্জীৰ পদে ধৰি
চিবুকত ধৰি কৰ আঙুলি দোহো উল্লাসি ।
ঋজু বৰ নাৰী পীন পয়োধৰী
কৃশ কটী শ্ৰোণি বিপুল মদনে ঈষৎ হাসি ॥
কৃষ্ণ পৰশনে কুব্জী ৰূপ-গুণে সুন্দৰী
স্মৰপীড়িত চিত্ত কানু ৰূপে বিমোহিত ।
ধৰি বস্ত্ৰাঞ্চল কৰে পিঠ জাঞবিৰে (?)
উৎসৱে তেজিবে নাপাৱো গোপিনী বিত্ত ॥
তয়ু ৰূপে গুণে চিত্ত মথিলা মাধৱ
হুয়ো প্ৰসন্ন নৰোত্তম, ভৈল মেৰি মন ভোল ।
প্ৰেমভূষণে নিত কৈবল্যানন্দনন্দন চিত্ত
কুব্জী কানু গুণ মনে কৰু ৰোল ॥ (২১)

সূত্ৰ—যৈচে অঙ্গৰাগ কুব্জী ৰঞ্জল শ্ৰীকৃষ্ণ-সংকৰ্ষণৰ তনু পৰম শোভন ভেল । ভগৱন্ত শ্ৰীকৃষ্ণ প্ৰসন্ন হৈয়া কুব্জীৰ চৰণযুগ্ম ভিৰি চিবুকত কৰাঙ্গুলিয়ে গলে আক্ৰমি লীলায়ে ঋজু কৰল । সে কুব্জী পৰম বিতোপনী স্ত্ৰীকুলে ৰত্ন ৰূপে-গুণে ধন্যা ভেল । ভগৱন্তৰ ৰূপ পেখি মদনে মৰ্দ্দিত হুয়া শ্ৰীকৃষ্ণ বস্ত্ৰাঞ্চলে ধৰি সৈৰিন্ধ্ৰী যে বোলত তা দেখহ ।



স্বৈৰিন্ধ্ৰী বোল—হে জগদীশ্বৰ কৃষ্ণ, তোমাৰ কৃপাত দিব্য তনু ভেল । হামাৰি চিত্তক মদনে মথল, আশা গৃহক যাঞো, তোমাক তেজি পৰমানন্দে স্বমন্দিৰে নযাঞো । হে বীৰ পুৰুষোত্তম নৰদেৱ, হামাৰ সমন্ধী প্ৰসন্ন হোৱা । হে নাথ, প্ৰসন্ন হোৱা ।

সূত্ৰ—যৈচে স্বৈৰিন্ধ্ৰী প্ৰাৰ্থনা কৰত সে সময়ে কৃষ্ণে ৰাম মুখ পেখি গোপগণবয়ন নিৰেখি পৰিহাস কৰি যে বোলত তা দেখহ ।

কৃষ্ণ বোল—হে স্নিগ্ধবয়নী, ভ্ৰূযুগ-মনোহাৰিণী, মদনমৰ্দ্দিত পীড়া উপশমনকাৰিণী হামো গৃহবাসী । ভাৰ্য্যা নাহিকয়, প্ৰবাসীজনৰ তুমি সে আশ্ৰয় । অৱশ্যে কংসক বধি সুহৃদসবৰ নিজ প্ৰয়োজন সাধি তোমাৰ গৃহক অৱশ্যে আসিবো ।

সূত্ৰ—এবম্বিধ বচন জানি মানি স্বৈৰিন্ধ্ৰী বস্ত্ৰাঞ্চল চোড়ি ৰহল ; তা দেখহ শুনহ । অয়ে লোক, ভকতবৎসল গুণ দেখু । কেৱল চন্দন মাত্ৰ পৰিধান কৰাৱল, কুলশীল মৰ্য্যাদাহীন স্ত্ৰীজাতিত ওহি অল্প-গুণে তুষ্ট হুই পৰম কৃপায়ে দিব্য লাৱণ্য নৌতুন ৰুচিকৰ পৰম তনু কৰল । ওহি ভগৱন্ত গুৰুক পৰম ভক্তিভাৱে ভজনে কি ভক্তি মুক্তি নসাধৱ ? বৰদ বৰদেশ্বৰেশ্বৰ জানি মানি চৰণ যুগলে শৰণ পসি সামাজিক সদ্জ্ঞাতাসব এক চিত্ত কৰি নিৰন্তৰে হৰি বোল হৰি বোল ।

পুনঃ সূত্ৰ—এবম্বিধ লীলা ৰহস্য ভাব চলি যাই সে ৰাজ-মাৰ্গস্থিত বাণিজ্যাৰুগণে পৰম ৰূপ-গুণ পেক্ষি মোহিত হুই সমীপতে পাই স্বকী স্বকী নানা উপায়ন তাম্বূল অগৰু চন্দন গন্ধাদি পূজা দ্ৰব্য লৈই সংকৰ্ষণ-ভগৱন্তক প্ৰণামি যৈচে অৰ্চ্চিত তা দেখহ ।

বাণিজ্যাৰু বোল—হে দেৱ নৰবৰ, চিদানন্দ লীলা বিলাসী মনুষ্য বপু ধৰি অসুৰ সংহৰি ভূভাৰ নাশিছ । হামো বাণিজ্যাৰুগণে হামাৰি শৰণ । সব উপযোগ্য মিলাইছ । তব চৰণপঙ্কজ নিবেদিলো, হামাৰি প্ৰণাম, হামাৰি প্ৰণাম ।

সূত্ৰ—মথুৰা নাৰী যৈচে বিমোহিত ভেল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

# গীত

## ৰাগ বসন্ত, তাল জোতি

মদনে আকুলিত চেতন নাহি গাই।
নাগেৰি নাৰীগণ পৰম বিভ্ৰমমন চিত্ৰ পুতলি যেন কাই।
পদ—বসন খসল বলয়া দূৰ গেল
ভূষণ কুচবন্ধ মুক্ত ভেল।
মদন পীড়াত ঘৰ্ম্ম জল বহে
তনু মন ঘন চঞ্চল ॥
কাহাতো নাহি কয় চিত্তৰ সন্ধান
কৃষ্ণত মজিল সবে প্ৰাণ।
ৰাজ মাৰ্গপেখি ৰামকৃষ্ণ অনুচৰগণ
ওহি চৰিত্ৰ কহ নন্দন ॥ (৩০)

সূত্ৰ—ওহি ভগৱন্ত কৃষ্ণৰ ৰূপ লাবণ্য পেখি বিমোহিত হুয়া মথুৰা নিবাসী নাৰীগণ অন্যেঅন্যে যে বোলত তা দেখহ।

মথুৰা নাৰী অন্যোঅন্যে বোল—হে সখী, ভগিনী, শাশু সঙ্গীগণ, ওহি পুৰুষক পাই লক্ষ্মী-ব্ৰহ্মাদি-দেৱগণক চক্ষু তেৰ কৰি চাৱত, ক্ষণেকো চাৰয়ে নাহি। হেনয় কৃষ্ণক অনৌপম্য ৰূপক পেখি হামোসব কিমতে ৰহবো প্ৰাণ ধৰবো, ওহি ওহি ৰূপ কবহু নাহেৰি। কিমতে ৰহবো?

সূত্ৰ—আহে সামাজিকলোক এবম্বিধ প্ৰকাৰে লয়লাসে বহু লীলা বঢ়াই পৌৰজনত ধনুৰ্যাগ স্থান পুছত।

কৃষ্ণ বোল—হে পৌৰ সজ্জন, ধনুৰ্যাগ কোন স্থানে কৰৈছি, হামোসব গোকুল চাৰি ৰঙ্গ চাহিবাক ইসে স্থানক আসৈছি।

সূত্ৰ—কৃষ্ণ বাক্য শুনি মথুৰাপুৰজনবাসী বোল।



পুৰবাসী বোল—ওহি ৰাজমাৰ্গ আগু দিশে ধনুৰ্যাগৰ মহৎ গড, দেখৱ নানা বাদ্য ভণ্ড নৃত্যাদি পৰম উৎসৱ কৰৈছে। ক্ষণিক গৈয়া শব্দ শুনয় দেখয়।

সূত্ৰ—এবম্বিধ বচন শুনি সানন্দে গৈয়া ধনুৰ্যাগশাল সমীপতে নিৰেখি ৰামকৃষ্ণ প্ৰবেশি দেখল। পুৰন্দৰচাপ সদৃশ পৰমাদ্ভুত ধনুক বহু পদাতিগণে প্ৰবন্ধে বহু দ্ৰব্যে পূজি অস্ত্ৰ-শস্ত্ৰ ধৰি ৰক্ষা কৰি আছয়। ৰাম সমে ঈশ্বৰেশ্বৰ কৃষ্ণে কটীত পীত বস্ত্ৰ বান্ধি হাসি হাসি সানন্দে ধনুৰ নিকট যাৱত। তা পেক্ষি ৰক্ষকগণে যে বোলত তা শুনহ।

ৰক্ষকগণ বোল—কোন দোহো বালক? ভোজকুল মহাৰাজাৰ চাপ সামীপ্যাক নযাইবি নযাইবি।

সূত্ৰ—(পুনুৰক্ষকগণ বোল) কাৰ দোহো বালক? জীৱন মৰণ অনুভৱ নাহি, ৰাজাৰ প্ৰিয় ধনুক ধৰিবাক যাৱে। পৰম দুৰ্ম্মদ কংস ৰাজা দুষ্টদমন কালান্তক প্ৰায়। ওহি যে কৰব তা শুনহ। তোৰাসৱক সত্বৰে মাৰব, হামাক চোৰয়ে নাহি। হামাৰি বাধাক উলঙ্ঘি নযাইবি, নযাইবি।

সূত্ৰ—বহুজন বাধাক উলঙ্ঘি কৃষ্ণে সব্যকৰে পৰম লীলায়ে ধনু তুলি ধৰি তৎক্ষণে জ্যা লগাৱল। ধনু টঙ্কাৰি ঠাট্‌কাৰ শবদে বিভঙ্গল, যদ্বত্‌ বাৰণে ইক্ষুখণ্ড ভাঙ্গল তদ্বৎ। ভগবন্তে অপ্ৰয়াসে ধনু ভাঙ্গল। সোহি শব্দ দশেদিশে ৰক্ষকগণৰ কৰ্ণত তাল লাগি নিৰুশ্বাসে ভূমিত পৰল। তা দেখহ। ক্ষণিক পেক্ষি পৰম কোপে অন্ধ হুই অস্ত্ৰ ধনু আয়ুধগণ হাতে ধৰি দ্ৰুতে যৈচে বচন বুলি ধাৱল, তা দেখহ শুনহ।

ৰক্ষকসব বোল—অয়ে কোথেৰ বালক, ৰাজাৰ ধনু ভাঙ্গল। ধৰি ৰাখু, সমূলে মাৰি পেলাঞু। সবহি ধৰ ধৰ।

সূত্ৰ—এবম্বিধ সৈন্যৰ বচন শুনি ৰামকৃষ্ণে ভঙ্গ ধনু দুইখণ্ডক দোহো কৰযুগলে ধৰি সব সৈন্যক ক্ৰোধে কোবাই সমুলি প্ৰাণ চোৰাৱত

মাৰত, তা দেখহ শুনহ। পশ্চাৎ ধেনুভঙ্গ শব্দ শুনি পৰম বিস্ময়ে কি শব্দ মিলল বুলি ভোজৰাজা পুছত।

কংস বোল—অয়ে মন্ত্ৰী অনুচৰসৱ, কি পৰমাদ্ভুত শব্দ মিলল ?

সূত্ৰ—ৰাজাৰ আজ্ঞা শিৰোগত কৰি মন্ত্ৰী দূত পাঞ্চল।

মন্ত্ৰী বোল—অয়ে দূত নৰৰাক্ষসগণ, কি শব্দ উঠৈছি শীঘ্ৰে বাত কহ আসি।

সূত্ৰ—মন্ত্ৰীৰ বচন শুনি নৰৰাক্ষস দূত দোহো খাণ্ডাবাক ধৰি লৰি গেল। পশ্চাৎ ধনুভঙ্গ সেনাগণ নাশ পেখি পুৰজনৰ মুখে কাৰ্য্য আকলি পুনু লৱৰি বাত কহত। তা দেখহ শুনহ।

দূত বোল—হে মন্ত্ৰী, নন্দপুত্ৰ দোহো ৰাজাৰ ধনুভঙ্গ কয়ল, সব সেনা সমূলি মাৰল। গোটেকো এড়াইতে নাহি পাৰল, নহি পাৰল।

সূত্ৰ—প্ৰেৰিত দূত মুহে বাণী শুনি মন্ত্ৰী কংসৰাজাগ্ৰে যৈচে শব্দ কাৰণ ভাষত তা দেখহ, শুনহ।

মন্ত্ৰী বোল—হে ভোজকুল কংস মহাৰাজা, জনসবৰ মুখে শব্দ কাৰণ বুজি তব অনুচৰগণে কহৈছে। বসুদেৱসুত ৰামকৃষ্ণ আসি তোমাৰ ধনু ভাঙ্গল। সব সেনা নিৰ্ম্মূল কৰি মাৰল।

সূত্ৰ—এবম্বিধ কাৰ্য্য আকলি মৃত্যু শঙ্কায়ে ভয় মিলল, ক্ষেণেকে মদান্ধ হৈই তৎক্ষণে মদান্ধ গৰ্ব্বে ঈশ্বৰৰ শক্তি নজানি পৰম ক্ৰোদ্ধ উঠল। কৃষ্ণক মাৰিতে যৈচে দূত পাঞ্চল তা দেখহ শুনহ।

কংস বোল—অয়ে মন্ত্ৰী, হামাৰি ধনুভঙ্গ কৰল, ৰক্ষকগণ মাৰল তাহাৰ পিতাক লোহাৰ নিহল লগাই বন্দীশালে থৈয়া আছোঁ। আঃ তভো গণাগণ কৰয়ে নাহি। ওহি প্ৰচণ্ড বালক মাৰিতে কি অপেক্ষা কৰৈছি। এথনে গৈয়া দ্ৰুতে মাৰহ, মাৰহ।



সূত্ৰ—ৰাজাৰ চণ্ড-প্ৰচণ্ড বাক্য শুনি যৈচে সৈন্যগণ কালান্তক প্ৰায় হাতে শৰ ধনু শেল আদি বহু অস্ত্ৰ ধৰি দ্ৰুতে ধাৱল তা দেখহ। সোহি সৈন্যগণ পেখি মত্ত-মাতঙ্গাধিক বিক্ৰম-প্ৰচণ্ড ৰামকৃষ্ণে দ্ৰুতে ধাই সব সেনাগণৰ উৰু কটি হাৰঘাৰ ভাঙ্গল। শিৰ চিৰাচিৰ কৰি প্ৰাণ চোৰাৱল যৈচে, তা দেখহ শুনহ।

সূত্ৰ—ঐচন কেলি পৰম কৌতুকে গোপগণে কৰতালি বজাৱত সংকৰ্ষণ ভগৱন্তে নৃত্য কৰত তা দেখহ।

## গীত

**ৰাগ বেলোৱাৰ, পয়াৰ**

নাচত কেশৱ আনন্দ লীলাই।
তোহাৰি কৰ্ম্ম শুনি কংসৰ প্ৰাণ যাই ॥
পদ—সেনাগণ হাৰঘাৰ বিদাৰি নাশিলা।
ওহি অপমানে জ্ঞানো থিয়য়ে মৰিলা ॥
ফেৰুৱাৰ প্ৰায় যতেক নাশিলা ক্ষণেকে।
ৰজনী প্ৰভাতে আসি বধিবা প্ৰত্যেক ॥
জগত প্ৰাচুৰ্য্য বল তুমি বিনে নাই।
কহন্ত কৈবল্য ঈশো হৰিগুণ গাই (৩১)

সূত্ৰ—আহে সামাজিক লোক, দিনান্তে সোহি ৰাজমাৰ্গে শকট স্থিত উপবন স্থানে পুনু যৈচে আৱত তা দেখহ।

# গীত

**ৰাগ সুহাই, পৰিতাল**

চলে ৰামকৃষ্ণৰাই ঈশ-কৰ্ম্ম সাধি ।
সঙ্গে বালকগণ নাহি হৰ্ষ অৱধি ॥
পদ—বাৱে শিংগা বেণু কৰি উৎসৱ ।
হাসলাস বহুভাৱে যাৱন্ত মাধৱ ॥
পুৰনিবাসী সবে যান্ত উৎসৱে ।
পাৱল উপবন কহ কৈবল্য কেশৱে ॥ (৩২)

সূত্ৰ—আহে সামাজিকসৱ, শকট সমীপ্য পাই বাসা কৰি পদ প্ৰক্ষালণ কৰাই ক্ষীৰ সিদ্ধ পৰমান্ন গোপগণে সমে ভুঞ্জি পৰম ৰঙ্গে ৰজনী বঞ্চিল । মথুৰা গমন সময়ে গোপীসবে যৈচে আশিস কয়ল সবহি স্বৰূপ ভেল । কশ্চিৎ জনমুখে শুনি মন্ত্ৰী ৰাজাগ্ৰে সব সেনা বধল তা নিবেদল । কংস ৰাজা নানাবিধ বিমঙ্গল মৃত্যুসূচক দিবানিশি পেখল, পেখল, ৰজনী নিদ্ৰা নিমিলয় । হিৰণাক্ষ ৰাক্ষস দূত পেখল । প্ৰেতসবে স্বপ্নত আলিঙ্গি ধৰয়, অমৃত ভুঞ্জি খৰক যান কৰি জৱাকুসুম মালা পিন্ধি তৈলক মৰ্দ্দি উলঙ্গট হুই দখিণক যাৱয় । অন্য বিমঙ্গল স্বপ্ন জাগৰণ কালে বহুত পেখি পৰম চিন্তায়ে নিদ্ৰা কৰিতে নপাৰয় । নিশাতে কংসৰাজা মল্ল মহোৎসৱ যৈচে কৰাৱত তা দেখহ ।

কংস বোল—হে মন্ত্ৰীসৱ, নৰনাৰীগণক ঢাক ঢোল তবল কৰতাল শিংগা শঙ্খ আদি বহুত বাজনসৱ, ৰাজাগণক পদাতি সহিতে অস্ত্ৰ শস্ত্ৰ সমে শীঘ্ৰে আনহ । ৰঙ্গশালাৰ চৌপাশে মঞ্চ সজাই পতাকা তোৰণ মাল্যসব নিযোজি অলঙ্কৃত কৰহ, মল্লসৱক আচৰ্য্যসমে আনহ আনহ ।

সূত্ৰ—ৰাজাৰ বচন মন্ত্ৰীসব কাৰ্য্য ত্বৰিতে নিয়োজিল ।



মন্ত্ৰী বোল—অয়ে সুবোধ দূত, কংস নৃপতিৰ আদেশ কহব, শুনহ । অস্ত্ৰশস্ত্ৰাদি সহিতে ৰাজাগণক শীঘ্ৰে আনহ । অয়ে হয়মুখ দূত, নৰনাৰীগণক বহু বাদ্য-বাজনসব সহিত ত্বৰিত সৱে এথা মিলাৱ । হে পাত্ৰ-মন্ত্ৰীগণ শীঘ্ৰে মঞ্চ সাজি ভূষণ কৰহ, ভূষণ কৰহ ।

সূত্ৰ—যৈচে ৰাজদূত মুখে শ্ৰুত হুয়া ৰাজাগণ নৰনাৰী বহু বাদ্য সমে সমজ্যা আৱত তা দেখহ শুনহ ।

# গীত

**ৰাগ বলোৱাৱাৰ, ৰূপক তাল**

আৱে ৰাজাগণ অসুৰকুল প্ৰধান
নৰ কিন্নৰাসুৰ ধৰিছা পৰাণ ॥
পদ—ৰথ ঘোঁৰা হয় হস্তী চলে অশেষ ।
নৰনাৰী শিশুবৃদ্ধ ভূষিত বিশেষ ॥
মল্লশালা ভৰি প্ৰজা কৰে দলদোপ ॥
আৱলসব বুলি কহে দূত মন্ত্ৰীত ।
কহন্ত কৈবল্য হৰিকো চিত ॥ (৩৩)

সূত্ৰ—ৰাজ নিযোজিত সব কাৰ্য্য মিলল পেখি মন্ত্ৰী ৰাজাগ্ৰে যৈচে কহত তা শুনহ ।

মন্ত্ৰী বোল—হে মহাৰাজা অখণ্ড দুৰ্নিবাৰ তব আজ্ঞা শিৰোগত কৰি এখনে ৰাজাগণ আসি মিলল । সব সেনাগণ মল্লসমে আসি পাৱল পাৱল ।

সূত্ৰ—মন্ত্ৰীৰ মুখৰ বাণী শুনি তেক্ষেণে কংস ৰাজা সালঙ্কৃত হুই মঞ্চে আৰোহি সিংহাসনে বৈঠল । সব মন্ত্ৰীগণ চৌপাশে বসি মঞ্চে ৰহল । ৰাজাগণ উভয় পাশে মঞ্চ উপৰে যথাযোগ্য আসনে

বৈঠল। মথুৰাপুৰ নিবাসী যতজন মঞ্চে চৰল তা দেখহ। ভোজ-কুলকীৰ্ত্তিবিবৰ্দ্ধন, অসুৰ-পালন, বৈৰী-নিপাতন সুৰনৰৰাজধ্যক্ষ কংসৰাজা যৈচে বাজন বজাইতে আজ্ঞা কৰল তা দেখহ।

কংস বোল—হে মন্ত্ৰী মল্ল বাদ্য বজাইতে আজ্ঞা কৰস

সূত্ৰ—(মন্ত্ৰী বোল) অয়ে দূতসব বাজনা বাজাইতে দেহ দেৱহ।

সূত্ৰ—মন্ত্ৰীপ্ৰেৰণ দূত মুখে বচন শুনি বিশেষ মল্লবাদ্য বজাৱত তা দেখহ শুনহ। সোহি বাদ্য শুনি উপাধ্যায় সহিতে চানূৰ মুষ্টিক কুটশল্লতোশল্ল প্ৰমুখ্য কৰি সবে মল্ল কাচন কাচি ৰঙ্গশালা মহ প্ৰবেশল। তা দেখহ। তদনন্তৰে নন্দ গোপগণ সহিতে সাম্বৎসৰিক কৰ কংসৰাজাগ্ৰে নিবেদি মঞ্চে আৰোহল।

সূত্ৰ—পশ্চাৎ বসুদেৱ দৈবকীক নিহল সমে দূৰাশয় কংসৰাজা মঞ্চে চৰাৱল তা দেখহ। সে সময়ে চতুৰ্ভিতি কৃষ্ণ কথা যৈচে কহত তা শুনহ।

নাগেৰিকজন বোল—যোহি ৰামকৃষ্ণৰ পৰমাদ্ভুত বিপুল কৰ্ম্মযশ শ্ৰবণ মন গোচৰ হুই আছি সোহি বসুদেৱসুত ঈশ্বৰেশ্বৰ কৃষ্ণৰামক নয়ন দোহো ভৰি দেখব। আঃ জন্মৰ সাৰ্থক, তদ্দৰ্শনে স্পৰ্শনে সংসাৰবন্ধন মোচন হৈব। আজু মল্ল মহোৎসৱে পৰম দুই হাস্তক মিলব পেখি সব নৰনাৰী কৃতকৃত্য হৈইবো।

সূত্ৰ—আহে সামাজিকলোক, পূৰ্ব্ব দিবসে ধনুৰ্ভঙ্গ সেনাগণ নাশি মাতুল বদ্ধাশায়ে শুচিভেল, নিজ ঐশ্বৰ্য্য প্ৰকাশ কয়ল। তথাপি নিষ্খল কংসে বসুদেৱ দৈৱকীক তেজয় নাহি জানি যে ভাষত তা শুনুত।

কৃষ্ণ বোল—হে দদা, অয়ে বালকগণ, মল্ল দুন্দিভি-বাদ্য তাল বাজত। আঃ কি নিষ্খল কংস! পূৰ্ব্বাহ্নে দিৱসে ধনুৰ্ভঙ্গ সেনাগণ-নাশি হামো দোহো ভাইৰ নিজ ঐশ্বৰ্য্য প্ৰকাশ কয়লো। তথাপি হামাৰ পিতামাতাৰ কাৰণে বন্ধন চোৰয়ে নাহি; হামো দোভাইক মাৰিতে



যত্ন কৰয়। আমা দুইক বধি দোহো জনক মাৰিতে বন্ধন কৰয়। মাতুল বন্ধ হামাৰ মিলব? অৱশ্যে দোষ কৰ্ত্তাক প্ৰতিকাৰ কৰিতে উচিত হয়। হে দদা গোপগণ সহিতে সাজ হুয়া সত্বৰে চলি যাঞ্‌।

সূত্ৰ—আহে সামাজিক লোক, ৰামকৃষ্ণ গোপগণ সহিতে কংস হনন নিমিত্তে যৈচে চলল তা দেখহ।

## গীত

**ৰাগ কানাড়া, পৰিতাল**

চলে ৰামকৃষ্ণ সানন্দিত।
গোপগণে আনন্দ কৰে বিপৰীত॥
হাসলাস খেড়ি খেলে পাৰি ৰিঙ্গ।
দ্বাৰত পেখল মত্ত মাতঙ্গ॥
অম্বষ্ঠে খেদিয়া ভেটিলে বাট।
অক্ষুণ গিৰি যৈচে দ্বাৰকপাট॥
ইঙ্গিতে জানি বান্ধিলা পীতবাস।
অম্বষ্ঠক মাতিলা লাসে লাস॥ (৩৪)

কৃষ্ণ বোল—হে অম্বষ্ঠ, হামাক ৰঙ্গ চাহিবাক লাগি কংসৰাজা অনাইছি পন্থ বিচোৰি দেহ, যেবে সত্বৰে কুঞ্জৰক নান্তৰা তেবে এখনে যমৰ সদনে পঠাৱবো, পঠাৱবো।

পদ—বিকৰ্থনা শুনি বাৰণ খুম্পিলা।
দৈত্যপুৰ নাশিতে ৰুদ্ৰে যেন ধাইলা॥
ধৰিলন্ত শুণ্ডে মেহ্লাই বাৰণে।
লীলাই কৃষ্ণে এৰাইলা তেখনে॥
আৰ ভৈলা তাৰ ভৰি মাজে গোপাল।

ক্ৰোধত কুবলয়ে বিচাৰে যেন কাল ॥
পুনু ধৰিলে শুণ্ডে মেহ্ৰাই তেখনে ।
এৰাইলা হাসি বলে যদু নন্দনে ॥
মাৰিলা মুষ্টি কুম্ভ স্থল ভেদি ।
তমোময় দেখি পাছে যায় খেদি ॥
লীলায়ে ধৰিলা তাৰ লেঞ্জত ।
বলে ধৰি টানি নেন্ত কৰ শত ॥
শালিধান কটা লীলাই সুপন্নে (?) ।
এৰিলে মল-মূত্ৰ তৰাসে বাৰণে ॥
দখিণক ভ্ৰমন্তে ধৰিবে চাৱে ।
সেহি ছেগে কৃষ্ণে হস্তীক ভ্ৰমাৱে ॥
বালক যেন গোবৎসে ঘূৰাৱে ।
সেহিমতে কৃষ্ণে কুবলয়ক পকাৱে ॥
পাছে মাৰিলে আগবাঢ়ি চাপৰ ।
খেদি নেই কৃষ্ণক বাৰণে আৱৰ ॥
লীলায়ে পৰি উঠি গৈলা তেখনে ।
ক্ৰোধে আছে বুলি ভিড়িল বাৰণে ॥
পাছে কুবলয়ে নাহি বুলি জানিলা ।
অম্বষ্ঠে প্ৰেৰিত বাৰণে পুনু ধাইলা ॥
ধাইয়া আসন্তে পুনু ধৰিলা মুণ্ডত ।
লীলায়ে পেলাইলা কৃষ্ণে ভূমিত ॥
তাকে পাৱে ভিড়ি দন্ত লৈলন্ত ।
দন্তে কোবাই অম্বষ্ঠক মাৰিলন্ত ॥
মৃগেন্দ্ৰ সদৃশ কৰ্ম্ম কৰিলা ।
কহন্ত কৈবল্য সামাজিক হৰি হৰি বোলা ॥ (৩৫)

সূত্ৰ—আহে সামাজিকলোক ঐচন লীলাকয় অম্বষ্ঠ সমে মত্ত-মাতঙ্গক যম সদনে যৈচে পঠাৱল, হস্তীক পৰাক্ৰমি দন্তক উভাৰি আৱৰ সবহস্তী মাহুত সমে কোবাই সবাৰো প্ৰাণ চোৰাৱল, সব নৰনাৰী জয় জয় কৃষ্ণৰাম জোকাৰ কৰল তা শুনহ ।



ওহি কৰ্ম্ম বালকসবে দেখি বিস্ময় মানল । সোহি কুবলয়মদ ৰক্তবিন্দু চটা লাগি শৰীৰ ৰঞ্জল । ঘৰ্ম্ম বিন্দু বদন পঙ্কজ অধিকে শোভা কৰত । কতিপয় গোপ বৃত্ত দুই ৰামকৃষ্ণ দোভাই সহিত পৰমাদ্ভুত গজদন্তাস্ত্ৰক লৈয়া যৈচে ৰঙ্গশালা প্ৰৱেশল তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল যৰি ।

**শ্লোক**

দদৰ্শ জিগীষুঃ চৈব মঞ্চস্থোপৰিসংস্থিতঃ ।
ভ্ৰমন্তং ঘৰ্ম্মবক্ত্ৰাস্যং কৃষ্ণংৰঙ্গগতং তদা ॥ ২৬ ॥

সূত্ৰ—সুবেশ শ্যাম মধুৰ মূৰ্ত্তিক চমৎকাৰে পৰমবিস্ময়ে নানা ভাবে যোহি ৰূপে পেখত, ক্ৰমে সব জনে যা কথা বোলত তা দেখহ, শুনহ নিৰন্তৰে হৰি বোল হৰি বোল ।

মল্লাচাৰ্য্য বোল—অয়ে চানূৰ মুষ্টিক কুট শল্লতোশল, আঃ নুহি বসুদেৱসুত ৰামকৃষ্ণ দোহো, কঠিন বজ্ৰাধিক তনু । শিশুৰ এনয় কাৰ্য্য নাহি নাহি ।

সূত্ৰ—মঞ্চস্থিত নৰসবে যে বোলল তা দেখহ ।

নৰ বোল—হে জ্ঞাতিবন্ধু আঃ কি মধুৰ অনোপম্য মূৰ্ত্তি নৰগণ মধ্যে এনয় বৰশ্ৰেষ্ঠ ৰূপ নতু পেখৰ । শ্ৰৱণ গোচৰ নাহি হয় ।

সূত্ৰ—পুৰনিবাসী নাৰীগণে মঞ্চ উপৰে বোলত ।

নাৰীসব বোল—হে মাই সখী সঙ্গিনীগণ, কি লাৱণ্য লয়নু অধিক তনু, কোটি কামদেৱ আসি এনয় মধুৰ মূৰ্ত্তি অৱ হামো নাৰীসৱৰ মন উপশমন মদনমৰ্দ্দিত কৰিতে ধৰৈছি, ধৰৈছি ।

সূত্ৰ—গোপীগণক সম্বুধি কশ্চিৎ গোপ ভাষত ।

গোপ বোল—হে নন্দ ৰাজা, গোপগণ, হামাৰি বালকগণ সহিতে তোহাৰি ৰামকৃষ্ণ শুভ দোহো ; মদ-বিন্দু-ৰক্ত-ঘৰ্ম্ম জল-কণিকা, বাৰণ

দন্ত সমে পৰম শোভিত দুই ৰামকৃষ্ণ দোহো ৰঙ্গশালা মহ আয়ত, দেখু দেখু ।

সূত্র—নৰাধীক্ষগণে অন্যোঅন্যে সম্বুধি বোলত ।

ৰাজাগণ বোল—হে ৰাজাগণ, হামাৰ আশ্রয় দুঃখ-নিবাৰণ ওহি দুইজন পৰম ভগবন্ত হামাক তাৰিতে অবতাৰ ধৰৈছি ।

সূত্র—বসুদেৱ দৈৱকীক সম্বুধি দোহো বালকক পেখি মনে মানি যে বোলত তা দেখহ শুনহ ।

বসুদেৱ বোল—অয়ে পত্নী, হামাৰ কনিষ্ঠ পুত্র গোকুলে নন্দ গৃহে ৰোহিণী সমে ওহি জ্যেষ্ঠক সমে থৈয়াছি । সোহি ৰামকৃষ্ণ দোহো তোহাৰি সুত, আহান কাৰণে অতয়ে নিকাৰ, তথাপি মাৰিতে প্রবন্ধে কৰি আনছি । এনয় অদ্ভুত মূর্ত্তি দোহাক নয়ন ভৰি পেখু ।

সূত্র—কংসৰাজা হিতকাৰী মন্ত্রীসবক পেখি যে বোলল তা দেখহ শুনহ ।

কংসৰাজা বোল—হে মন্ত্রিগণ, সুহৃদগণ ওহি বসুদেৱ কনিষ্ঠসুত হামাৰ মৃত্যু হৈয়া জন্ম ভেল । দৈববাণী শুনি জানি মম নিধনকাৰী মানলো । হাহা কালমৃত্যু হামাৰ নিধন কাৰণে ৰূপ ধৰৈছি, ৰূপ ধৰৈছি ।

সূত্র—মঞ্চস্থিত কংসপ্রিয়কৰ অজ্ঞানীসব বোলত ।

অজ্ঞানীসব বোল—হে বন্ধু নিবাসীজন, ওহি বন্ধুদেৱসুতৰ অত মহিমা কহৈছি, আঃ ওহি কংসৰাজাক বধব কি আচর্য্য কথা কহৈছি ! ওহি চোট বালক দেখু, দেখু ।

সূত্র—ওহি ৰঙ্গশালাৰ মহাযোগীগণে যে বোলত তা দেখহ শুনহ ।

যোগী বোল—ওহি চিদানন্দ জ্যোতির্ম্ময় ব্রহ্ম ভূভাৰ-হৰন-লীলা কাৰণ-সাধন-তনু বিহাৰ নিমিত্তে শ্রীশ্রীযুত নাৰায়ণ উদ্ভৱ স্থিত । লক্ষ্মীৰ মনমন্মথন কৃষ্ণৰাম তনু ধৰৈছি, ধৰৈছি ।



সূত্র—বৃষ্ণিকুলসম্ভৱ জনসবে যৈচে ভাষত তা দেখহ শুনহ ।

বৃষ্ণবংশী বোল—হে বন্ধু-বান্ধৱ সুহৃদ পিতৃপুত্রসব, ওহি ৰামকৃষ্ণ দোহো কর্ণৰ পৰম ইষ্টসাধক, দেৱ-পিতৃসবৰো প্রকৃষ্ট দেৱতা, আন দোহো হামাৰ কুলৰো তাৰন্তা । হামাৰ কুশল নিমিত্তে পৰমেশ্বৰ ৰামকৃষ্ণ নাম ধৰি কুলজ হৈয়া অৱতাৰ ধৰৈছি ।

সূত্র--আহে সামাজিকলোক, যৈচে বহু প্রগল্‌ভ হাসলাস গতি কৰি ৰঙ্গশালে প্রৱেশল, তন্মঞ্চস্থিত জন এবম্বিধ দশপ্রকাৰে মনে মানি যৈচে বোলল তা শুনহ । পশ্চাৎ কংসৰাজা বাৰণদন্ত কৃষ্ণৰামৰ কন্ধত নিৰিখি সভয় দুই যে বোলত তা দেখহ শুনহ ।

কংস বোল—আঃ কিনো দুর্জয় ৰামকৃষ্ণ দোহো, কুবলয়পীড়ক বন্ধল, ওহি দন্ত দেখোঁ দিক্‌গজ-ৰাজাক হোই, ইহান সমান বলবন্ত নাহি নাহি জানলো । দুইহানৰ হাতত সবংশে নির্ম্মূল হৈবো । হামাৰি মহা অসুৰ বীৰগণক ওহি বসুদেৱসুত দোহো নির্ম্মূল কৰল ।

**শ্লোক**

সিতাসিত ৰূপৌ দেৱৌ ৰঙ্গশালামুপাগতৌ ।
দিব্যাভৰণসংযুক্তৌ পশ্যতাম চিত্তহাৰকৌ ॥ ২৭ ॥

সূত্র—আহে সামাজিকসব, যৈচে ৰামকৃষ্ণ সভাত প্রৱেশল, নটবৰবেশাধিক সুবেশ বেশ প্রকাশ যৈচে কৰয় তা দেখহ শুনহ ।

## গীত

**ৰাগ মাহুৰ, একতালি**

ৰামকৃষ্ণ ৰাজিত নটবৰবেশ ।
শিৰে শিখণ্ড কর্ণে কুণ্ডল বিৰাজিত কুঞ্চিত কেশ ॥

পদ—কপোলে তিলক কম্বুকণ্ঠে কৌস্তুভ
তথি হেম হাৰ লুলে ।
বাহুত কেয়ূৰ কঙ্কণ শোভিত
বনমালা শোভে গলে ॥
কটি পীত ভুনি কিঙ্কিণী তথিত
অঙ্গুৰি অঙ্গুঠি মেলা ।
গাৱে পীতবাস চৰণে মঞ্জীৰ
স্মৰজিনি বিৰাজে ভালা ॥
সিত নীল তনু শোভে পীত বাস
মাতঙ্গ জিনি গতি গম্ভীৰ ।
ভূষণ কিঙ্কৰ নন্দনে ভণিত
ওহি ৰূপ চিত্ত হৰিব ॥ (৩৬) ॥

সূত্ৰ—আহে সামাজিক লোক, যৈচে ৰূপলাবণ্য, অনৌপম্য স্নিগ্ধ সুবেশ বত্তিশ ভূষণ, অগৰু চন্দনগন্ধবাজিত মনোহৰ ৰূপ বিপক্ষ ক্ষয়কৰ ৰূপ, এবম্বিধ উত্তম পুৰুষক পেখি মঞ্চস্থিত নাগৰিক-দেশান্তৰজনসবে প্ৰহসিত বয়নে প্ৰফুল্লিত নয়ন হুয়া ৰামকৃষ্ণৰ পঙ্কজমুখ নিৰেখি তৃপ্তি নযাৱত, তা শুনহ ।

সূত্ৰ—ঐচন মনমুগ্ধ হুই নাগৰিকজনে যথা ভাষত তা শুনহ ।

নাগৰিক জনসব বোল—ওহি আচৰ্য্যৰূপ সবে অঙ্গে আলিঙ্গি ৰামকৃষ্ণক পান কৰোঁ, এনয় মধুৰ মূৰ্ত্তি অজয় অভঙ্গ বিসৰ্গ (?) কুৱলয়বো প্ৰাণ চোৰাৱল, ভগবন্ত নাৰায়ণ বসুদেৱ মন্দিৰে কৃষ্ণৰাম নাম ধৰি দৈবকীত জন্ম ভেল । উত্তৰ কালে নিয়া বসুদেৱে গোকুলত থৈয়াছি । ওহি কাল অবধি নন্দসুত নাম ধৰি আছা। এতমান দোহো ভেল ব্ৰজত, ত্ৰিপক্ষত পুতনাক প্ৰাণ শুষিল । শিশুকালতে দাৰুণ চক্ৰবাতক আকাশে প্ৰাণ চোৰাৱল, শকট উভঞ্জল, অৰ্জ্জুনকো ভাজিলা । অঘ বক ধেনুকাসুৰ কেশী, ব্যোম লৈলা প্ৰাণ । কালিক দমিয়া হ্ৰদক নিৰ্ব্বিষ কৰি, গোবৎস গোপ-গোপী শিশুগণকো বনাগ্নিত ওহি ভগবন্তে মোচন কৰিলা । নন্দকো বৰুণ স্থানহন্তে আনিলা । গোপীসব ওহি কৃষ্ণৰ ঈষত নিৰীক্ষণ



ঈষত কটাক্ষ পেখি পতি-পুত্ৰ গৃহাশ্ৰমকো সব জ্ঞাতিতো লজ্জা এৰি প্ৰাণ মন সমৰ্পিল । এবম্বিধ অনেক দুৰ্গতি তৰাৱল । ওহি যদুবংশে শ্ৰীযশ মহিমা আতহন্তে বাঢ়ব । ওহি বংশ মধ্যে কমল-লোচন মহা জ্ঞানবন্ত সৰ্ব্বকৰ্ম্মদক্ষ কৃষ্ণ, জ্যেষ্ঠ ৰাম প্ৰলম্ব বৎসাসুৰক বধিলা । প্ৰথমে আসি কংসৰ ধনুক কৃষ্ণে ভাঙ্গল, সেনাসবো সমূলে নাশিলা । কি দুৰ্জয় ওহি ৰামকৃষ্ণ দোহোজন, ভালেতো যশমহিমা গণক কহৈছি, সাম্প্ৰতে পেখলো পেখলো ।

পুনঃ সূত্ৰ—আহে সামাজিক লোক, এবম্বিধ প্ৰকাৰে সভাস্থিত সৱজনে বহুভাৱে প্ৰশংসা কৰত । তৎ প্ৰশংসনে সোহি চানূৰ যৈচে কৃষ্ণ-ৰামক সম্বুধি বোলত তা দেখহ ।

চাণূৰ বোল—হে নন্দসুত কৃষ্ণ, হে ৰাম, তোহো দোহো বীৰবাহু, যুদ্ধত নিপুণ শুনি ভোজকুলজ কংসৰাজা যুদ্ধ চাহিবাক প্ৰতি দূত পাঠি অনাইলা । ৰাজাৰ প্ৰীতিক অৱশ্যে সাধিতে লাগয় ; হে কৃষ্ণৰাম, ৰাজাৰ সন্তোষে আমাসাৰ কুশল । প্ৰাণীসৱ তোমাৰ সম্বন্ধি প্ৰসন্ন হৈবেক, বাক্যে মনে কৰ্ম্মে অন্যথা কৰিতে উচিত নুহি । অনবৰতে গোপগণে পৰমানন্দে মল্লযুদ্ধ কৰি বলুকা বৃন্দাবনত গো-চাৰি ফুৰাহা, এহি কাৰণে তুমি মল্লযুদ্ধ কৰহ । যুদ্ধত নিপুণ দোহো ভাই বলবন্ত, তুমি আমি ৰাজাৰ প্ৰীতি সাধি মল্লযুদ্ধ কৰোঁ । তোমাৰ আমাৰ সম্বন্ধি সবলোক সন্তুষ্ট হোক । সৰ্ব্ব প্ৰাণীময় ৰাজা, ৰাজাৰ সন্তোষে প্ৰাণীসৱে সন্মান কৰে । এতেতে ৰাজাৰ প্ৰীতিক সাধিতে উচিত, সাধিতে উচিত ।

সূত্ৰ—চাণূৰবচন শুনি সানন্দে যদুনন্দনে যুদ্ধ কৰিবাক প্ৰতি দেশ-কাল উচিত জানি যথা ভাষত তা দেখহ ।

কৃষ্ণ বোল—হে চাণূৰ, ভোজপতি ৰাজাৰ তোহো সবশ্ৰেষ্ঠ অনুচৰ । হামোসৱ বনচৰ প্ৰজা, তথাপি ৰাজাৰ প্ৰীতিক সাধি হামো দোহো ভাই মল্লযুদ্ধ কৰবো । হামো বালক, তুল্য বল সমে যুদ্ধ উচিত । সানন্দে মল্লযুদ্ধ কৰিবো । সমুচিতে যুদ্ধেসে সভাস্থিত

জনকো দোষে নপাইবে । ৰাজাৰ প্ৰীতিক অৱশ্যে সাধিবো ।

সূত্ৰ—কৃষ্ণৰ বচন শুনি চাণূৰে যে বোলল তা শুনহ ।

পুনঃ চাণূৰ বোল—হে কৃষ্ণৰাম, তোহো বালক নোহৱ, তোহো কিশোৰ বয়স, শ্ৰেষ্ঠ বলৱন্তোধিক, তোমাসাৰ বল সহস্ৰাধিক বলৱন্ত কুবলয়ক লীলায়ে প্ৰাণ চোৰাৱলি । এহিসে কাৰণে বলবন্ত সহিতে যুদ্ধ কৰিতে উচিত হয় । তুল্য বয়স নিৰ্ব্বলী জনে তোহাক কি যুদ্ধ কৰব ! হে দৈবকীসুত কৃষ্ণ, হামো সহিতে যুদ্ধ কৰোহো। মুষ্টিক সহিতে ৰামে যুজোক, যুজোক ।

সূত্ৰ—চাণূৰৰ নিশ্চয় সংকল্পিত ইচ্ছা শুনি কৃষ্ণে যে বোলত তা দেখহ শুনহ, নিৰন্তৰে হৰি বোল হৰি বোল ।

## গীত

ৰাগ সাৰঙ্গ, পৰিতাল

মল্লযুদ্ধ কৰত শ্ৰীকানুৰাম
চাণূৰ-মুষ্টিক মন পূৰণ কাম ।
কৰদোহো দোহো হাত বান্ধি
চান্দি মল্লযুদ্ধ কৰত অনুপাম ॥

পদ—কৃষ্ণে চাণূৰক মুষ্টিকে ৰামক
আজোৰা-আজুৰি কৰে টানি ।
আৱত্তিএ মুষ্টিক জানুত আকোৰ মাৰি ধাই
দ্ৰুতে ধায়া মাৰে টানি ॥
মস্তকে শিৰত উৰু স্থলে হিয়াত
দোহো দোহো মাৰে ধৰি ।
হস্তে ধৰি দাড়ি তিপি টানি মাৰে
উৰ্দ্ধক লাগিয়া দেই এৰি ॥



আগত পকাৱে কতো পৃষ্ঠত পকাৱে কতো
হস্তে পাণিতলক ধৰি আনে ।
পদ জানু পকাই কণ্ঠে কণ্ঠ লগাই
দুই হানে ধৰাধৰি কৰি টানে ॥
পৃথিবীত পৰি হাতে তুলি ধৰি
ক্ৰোধে চাই ভ্ৰূকুটি নয়নে ।
বিপক্ষক নাশিতে কৰিয়া প্ৰবন্ধ
কহত কৈৱল্যানন্দ এগুণ গান ॥

কৃষ্ণ বোল—হে চানূৰ, ভাল বোল বুলিচি, ওহি হৌক তোমাৰ আমাৰ যুদ্ধ । মুষ্টিক সহিতে দদা কৰোক মালবান্ধ ।

সূত্ৰ—এবম্বিধ বচন বুলি শ্ৰীকৃষ্ণে ৰামে দুইকো দুই ধাই-ধৰল, তা দেখহ শুনহ । এবম্বিধ প্ৰকাৰে অন্যেঅন্যে ধৰাধৰি কৰি শাৰ্দ্দূলে যেন গৰ্জ্জয়, পৰমবিক্ৰমে কেহো আস্ফালি ফেলায়ল, যৈত পৰে পৃথিবী সব খাল হয় । যৈচে ভূমিকম্প যায় । কতো বগৰা-বাগৰি পাৱয় । বাহুৰ কঠিন বান্ধে অস্থিসব যৈচে ভাঙি যায় । পৰম নিন্দা বাণী বুলি দন্তচৰ্ব্বন: কৰি অঙ্গুৰি ঠাৰ দেন্ত । তা দেখহ । পৰম শ্ৰমত ঘৰ্ম্ম বহি যায়, ৰজযুক্ত ৰঞ্জিত কলেবৰ চানুৰ মুষ্টিক সমে যৈচে যুদ্ধ কৰল, তা দেখহ শুনহ ।

সূত্ৰ—সে সময়ে মঞ্চস্থিত নাগেৰিক নাৰীসৱে বলাবল যুদ্ধ পেখি অনুশোচ কৰি পৰস্পৰে যে বোলত তা দেখহ শুনহ ।

মথুৰা নাগেৰী-নাৰীসব বোল—হে মাই, সখী, সঙ্গিনীগণ, বলী নিৰ্ব্বলীৰ যুদ্ধ পেখি বাধিতে উচিত হয় । তথাপি আপোন······কৰি বালক বলবন্ত যুদ্ধ চাৱয় । ওহি সভাসদক পৰম অধৰ্ম্মে পাৱয় । বজ্ৰ কঠিন্যাই বলবন্ত মালদোহো । অঃ অতি সুকুমাৰ লাৱণ্য অঙ্গসব, কিশোৰ বয়স, যৌবন নুহি, ওহি তাসম্বাৰ কৈত লাগয় ? ওহি সভাসদৰ নিশ্চয় ধৰ্ম্ম বিপৰীত ভেল । যি সভাত অধৰ্ম্ম কৰে সোহি সভাত কদাচিতো থাকিতে উচিত নয় ।

অপৰ নাৰী বোল—হে সখী, সঙ্গিনীগণ, জ্ঞাতি পণ্ডিতগণে দোষ মিলব বুলি সভাত প্ৰৱেশ নোহে। ওহি সভামহ প্ৰৱেশি উচিতক নোবলয়। এনয় অজ্ঞৰ কিল্বিষ বৃদ্ধি হয়, নৰকত নিবাস হয়।

সূত্ৰ—শ্ৰীকৃষ্ণে চাণূৰক ক্ৰোধে কৰি বোলত।

কৃষ্ণ বোল—অয়ে চাণূৰ হামো বালক।

নাৰীসব বোল—দেখ দেখ সখীসব, শত্ৰুগণ চৌপাশে ভ্ৰমিয়া ফুৰয়। কৃষ্ণৰ বদনাম্বুজ ঘৰ্ম্ম জল শোভয় যৈচে প্ৰফুল্ল পদ্মকোষ পাসিত বাৰিকণিকা ৰঞ্জয়। মল্লশত্ৰুৰ মুখক নিৰেখি বহুবিধ গৰ্ব্ব খৰ্ব্ব বাণী সম্বুধি বোলৈছে।

সূত্ৰ—কৃষ্ণৰ বচন শুনি কোপে চানূৰে দাড়ি পকাৱত, তা দেখহ। ৰাম মুখ নিৰেখি মথুৰা নাৰী যৈচে বাত নিগদিতে লাগল তা শুনহ।

অপৰ নাৰী বোল—হে সখী, নয়নভঙ্গ প্ৰফুল্ল পঙ্কজনয়, সুন্দৰ মুহ নাহেৰি হামাৰ মন খেদ কৰয়। তাম্ৰ নয়ন স্নিগ্ধ দন্ত প্ৰকাশিত হসিত শোভিত ৰামে মুষ্টিকক প্ৰতি খেদি যায়।

সূত্ৰ—অপৰ সখী খেদ কৰি কৃষ্ণৰ মহিমা প্ৰশংসা যৈচে সভাস্থিত জনসবক নিন্দি বোলত তা শুনহ।

অপৰ সখী বোল—তোহো প্ৰধান বলবন্ত, ৰাজাৰ মল্ল যদি বলৱন্ত পুনু আমাক মল্লবন্ধ ধৰি পেলাৱহ, পেলাৱহ (?)।

সূত্ৰ—অপৰ নাৰী সখীগণক খেদ কৰি যে বোলত তা শুনহ। হা হা শুন শুন ওহি কৃষ্ণ পুৰাণপুৰুষ, ভগবন্ত মনুষ্য তনু পাই বনমালা পৰিধান কৰি ধেনু চৰাই, বেনু বজাই ফুৰৈছি। ব্ৰজবাসীসব কিনো পুণ্য কয়লি। আঃ শিৱলক্ষ্মী অৰ্চ্চিতাঙ্ঘ্ৰি কমলযুগল বনে ভমি ফুৰৈছি। সোহি কৃষ্ণৰামক মল্লযুদ্ধ সমে কৰাৱয়, ওহি সভাৰ ধিকাৰ ৰতোক। ওহি কৃষ্ণৰ সব অঙ্গ ৰূপ লাবণ্যাধিক শ্ৰেষ্ঠ, ৰ্ব্বতপূ এনয় ৰূপ নতু পেখয়, শুনিতে নাহি। আঃ আভৰণাদি



বেশে অন্যজন ভূষিত নুহি, ওহি বৈকুণ্ঠধাম ভগবন্ত ঈশ্বৰ কৃষ্ণ অবিনাশী। নবীন ৰূপ, মুহপদ্মমধু ভৃঙ্গগোপীসব পান কৰৈছি। পূৰ্ব্ব জন্মত কি তপ কৰিছি মধুৰ মূৰ্ত্তি ৰামকৃষ্ণক অনবৰতে দেখিতে পায়াছে। হা হা হামোসব অল্প পুণ্য জানলো, গোদোহন, দধিমথন, বালকক্ৰন্দন গৃহমাৰ্জ্জনাদি কাৰ্য্য কৰিতে উৰুক্ৰম ভগবন্তৰ গুণ-যশক স্মৰি গোপীসবৰ লোতক নিগৰি জলপ্ৰায় ভেল। অৰুণোদয়ে ব্ৰজক চোড়ি গো-চাৰিবাক যান্ত, সন্ধ্যাকালে গোধেনুক আগ কৰি বেনু বজাই আসিবাৰ জানি মন্দিৰৰ তুৰিতে বজাই গোপীসব ঈষত হাসিত মুহক দেখন্তে কৃষ্ণে তাহাঙ্ক আতি দায়াতৰে চাহন্ত। আঃ কতনো জনমে পুণ্যক আৰ্জ্জিলে।

**শ্লোক**

সভয়াঃ স্ত্ৰীগিৰঃ শ্ৰুত্বা পুত্ৰস্নেহশুচাতুৰৌ।
পিতৰাৱন্বতপ্যেতাং পুত্ৰয়োৰবুধৌ ৱলম্ ॥ ২৮ ॥

সূত্ৰ—পুৰনিবাসী স্ত্ৰীসবৰ সভয় বচন শুনি ৰামকৃষ্ণৰ বলৰ উমান জানি দৈবকী বসুদেৱ যৈচে বিলাপ কৰত তা দেখহ।

## গীত

**ৰাগ ভূপালি, কওতালি**

হাহা কিনো মোৰ পুত্ৰৰ বিলাই।
দাৰুণ মালেৰে শিশু দোহোক যুজায় ॥
পদ—হাড় বিগলিত হুই মৰিবে পুতাই।
হেৰ বাপ তোৰ শোকে অগনি উধাই ॥
কিক লাগি দেহা ধৰোঁ মৰিয়া নাযাঞু।
হৰি হৰি আজিসে নিৰ্ব্বংশ হামো হঞু ॥ (৩৭)

সূত্র – আহে সামাজিক লোক, চানূৰ মুষ্টিক সমে ৰামকৃষ্ণ মল্লবিহিত বিবিধ প্ৰকাৰে অন্যোঅন্যে যুদ্ধ কৰিতে ভগৱন্তৰ মুষ্টি, জানুবাহুৰ নিষ্পীড়নাদি প্ৰহাৰে চানূৰ-অঙ্গ যৈচে ব্ৰজ্ৰৰ প্ৰহাৰ তদ্বৎ অসহমান পীড়াত বিদলিত ভেল তা দেখহ শুনহ। ক্ষেণেকে সঙ্কুকি ভগৱন্তক যৈচে শেনে ধাৱল, তদ্বৎ কৰযুগলে মুষ্টি ধৰি সন্ধানে ক্ৰোধে দ্ৰুতে ধাৱল তা দেখহ শুনহ।

সূত্ৰ—চানূৰ প্ৰহাৰে অঙ্গচালনে কৃষ্ণ কটাক্ষ নাহি কৰত। পশ্চাৎ বাহু-যুগলে ধৰি চানূৰৰ কৰদ্বয় উপৰক তুলি পকাৱত। শেষ জীৱন জানি ধৰণীত বলে আচাৰি পেলাৱল, প্ৰাণ চাৰি কেশবেশ মুক্ত হুই ইন্দ্ৰধ্বজ যৈচে পৰল তা দেখহ শুনহ। নিৰন্তৰে হৰি বোল হৰি বোল।

সূত্ৰ—সোহি প্ৰকাৰে মুষ্টিকে বলোভদ্ৰে মুষ্টি মৰল। ......... বলোভদ্ৰে কিঞ্চিতো কটাক্ষ নকৰি তেখনে দ্ৰুতে দোহো কৰে ধৰি সন্ধানে প্ৰকোপে তাৰ হিয়াত মুষ্টি মাৰল। মহাশ্ৰমে মুখে ৰুধিৰছাদি, যৈচে বাতাহত দ্ৰুম, পৰমাদ্ভুত মুষ্টিক ভূমিত পৰল তা দেখহ শুনহ।

সূত্ৰ—তদনন্তৰে কূট নাম মল্লে পৰম আস্ফোটে কৃষ্ণক যৈচে ধাৱল। তেখনে ৰামে বাম মুষ্টি হানি অব্যাহতে প্ৰাণ চোৰাৱল।

সূত্ৰ—যৈচে শল্লমল্লে কৃষ্ণক তৰ্জ্জয় তা দেখহ।

শল্লমল্ল বোল—অয়ে গোপকুমাৰ হামো বিদ্যামানে আছিতে সদ্যে চানূৰ মুষ্টিক কূট মল্লৰ প্ৰাণ চোৰাৱলি। এখনে যম সদনে পঠাৱবো!

সূত্ৰ—এবম্বিধ প্ৰকাৰে গৰ্জ্জিতৰ্জ্জি শল্লমল্লে কৃষ্ণক ধাৱত তা পেখি কৃষ্ণে চৰণ প্ৰহাৰে শিৰ ছেদল, তোশল্লকো চৰণাঘাতে দুইখণ্ড কৰাৱল। তাসম্বাৰ বদ্ধপেখি ৰঙ্গশালা স্থিত মল্লসবে যৈচে প্ৰাণসংশয়ে দ্ৰুতে লৰৰি পলাৱল তা দেখহ। শুনহ।

কৃষ্ণ বোল—হে শ্ৰীদাম সুদাম, আসা সানন্দে মল্লবন্ধ ৰাজাৰ অগ্ৰে কৰোহো, মল্লবন্ধ কৰোহো।



সূত্ৰ—শ্ৰীকৃষ্ণৰ বাণী শুনি সৱগোপবালক আসি বহুবিধ মল্ল ক্ৰীড়া দেখাৱত তা দেখহ শুনহ।

পুনঃ সূত্ৰ—আহে সামাজিকলোক, সমজ্যাৰ লোক সন্তোষি সানন্দ বঢ়াই যৈচে নৃত্য কৰিতে লাগল তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ নাটমল্লাৰ, একতালি**

সানন্দে ৰামকৃষ্ণ নাচন্ত সমাজ ৰঞ্জি।
গোপগন চৌপাশে বজাৱে চাপৰি আনন্দে আকুল মজি॥
পদ—শিৰে ময়ূৰ পুচ্ছ ললাটে তিলক
গলে বিৰাজিত বনমালা।
কটিত মেখলা কিঙ্কিণী ঝনকিত
চৰণে মঞ্জীৰ ৰোলা॥
শোভিত বেশভূষণ ৰঞ্জিত কলেৱৰ
লাৱণ্য কামধিক বিৰাজে॥
লয়লাস চেৱে চেৱে নৃত্য কৰে নাৰয়ণে
পেখি জনমন ভুলিল সমাজে॥
স্বজনৰ নাশি শোক হাসি চান্ত ঘনে ঘন
দেখি ভৈলা পৰম হৰিষে।
বাৱে নানা বাদ্যভণ্ড পেখি কংস ভৈলা মহাক্ৰোধ
কহতু কৈৱল্যভূষণ দাসে॥ (৩৮)

সূত্ৰ—এবম্বিধ বহু ভাব নৃত্য পেখি পৰম ৰঙ্গে ৰঙ্গশালাস্থিত পক্ষ বিপক্ষগণে সাধুৰ্ব্বাদ বাক্যে প্ৰশংসি যে বোলল তা শুনহ।

সমজ্যাস্থিত জনসব বোল—হে সাধু সাধু বসুদেৱনন্দন, ধন্য, ধন্য, যদুকুলৰ যশ অনাইলা। ছৱাল দুই অলৌকিক দুর্নিবাৰ কৰ্ম্ম কয়লি। মথুৰা নাগেৰীসব কতূহলে বোল।

সূত্র— এবম্বিধ বচন শুনি বসুদেৱ দুৰ্দ্দান্ত নিৰেখি পৰম দুঃখে যে বোলল তা শুনহ।

বসুদেৱ বোল—কংস বিদ্যামানে চানূৰাদি মালবদ্ধে কি সন্তোষ মিলব? কংস থাকিতে হামোসবৰ কি জীৱনত আশা? কি কৰব?

সূত্র—সামাজিক ৰামকৃষ্ণৰ পৰমাদ্ভুত কৰ্ম্মলীলা, নৃত্যগুণ পেখি কংস ব্যতিৰেকে সমাজস্থিত সাধুসবে সাধুৰ্ব্বাদ কৰত। কংসৰাজা মল্লসবৰ বদ্ধ পেখি সমাজস্থিতৰ পক্ষ-বিপক্ষৰ আনন্দ নিৰোধি মদান্ধ হুই জাজ্বল্য কোপে যে বোলল তা দেখহ শুনহ।

কংসৰাজা বোল—অয়ে মন্ত্রী কি শুনহ? চাৰগনে কি কৰৈছে? বাজন-সবে বাধা কেনে নকৰয়? হামাৰ আগত মল্লমহোৎসৱে মল্লসৱক সদ্যে প্রাণ চোৰাৱল। বসুদেৱসুত দোহোক নগৰৰ বাজ কৰি কৰি খেদাউ। দুৰ্ম্মতি নন্দক নিহল লগাই বন্দী কৰহ। গোপ সবৰ সৰ্ব্বস্ব আগ্রহি লউ, তাসম্বাৰ মুখক কিসক চায়া আছস? মোৰ প্রাণবৈৰীৰ ওহিসবে হিতক সাধয়।তাহান গোষ্ঠেকো নৰাখিবি, সমূলি মাৰহ, সমূলি মাৰহ।

সূত্র—এবম্বিধ কদৰ্থনা স্বজনসবৰ শুনি ভগৱন্ত শ্রীকৃষ্ণ পৰম কোপে কুপিত হুই দ্রুতে উচ্চ মঞ্চত আৰোহল। পেখি কংসৰাজা মৃত্যু সন্নিধান জানি সভয় ভেল। ত্বৰিতে স্বআসনৰ উঠি যে কৰত তা দেখহ শুনহ।

# গীত

**ৰাগ নাট, পৰিতাল**

স্বজন আকুল পেখি লঘিমা গুণক ধৰি
আৰোহিলা উচ্চ মঞ্চে।
কৃষ্ণে ৰহ বুলি দিলেক আস্ফোট
কংসৰ চাপিয়া কাছে ॥
পদ—পেখি চৰ্ম্ম খাণ্ডা ধৰি কংসে উঠি ধাইলা
যেন শেন ভ্রমে পাকে আকাশত।
কেশৰ ফুৰন্ত কংসক ঠাই
ছিদ্র লখি দক্ষিণ পাকত ॥
বৈনতেয় যৈচে ধৰিলা উৰগে
সোহিমতে ধৰিলা কংসক।
অচিন্ত্য প্রভাৱ কৃষ্ণ কৰে কেশ আক্রমি
পেলাইলা ৰঙ্গ স্থানক ॥
গৰিমা গুণাশ্রয়ী ঝাম্প দিয়া কৃপাময়
উপৰে পৰি ৰৈলা ঋষিকেশে।
কহয় কৈৱল্যানন্দ কৃষ্ণৰ বিক্রম
হৰিৰ চৰণ লভিলাষে ॥ (৩৯)

সূত্র—আহে সামাজিকসৱ, যৈচে কৃষ্ণে জগতভাৰ আশ্রয় কৰি কংসৰ উপৰে পৰি প্রাণ চোৰাৱল, সিংহে বাৰণৰ প্রাণ লেলহ তদ্বৎ। জনসৱে কংসৰ বদ্ধ পেখি যৈচে হাহাকাৰ শব্দ কৰল তা দেখহ শুনহ। প্রাণগত কংসক চুলে ধৰি ৰঙ্গশালামহ ঘসাই ফুৰাৱত, জয় জোকাৰ পাৰি গোপগোপী শিঙ্গা বেণু পৰামানন্দে বজাৱত। সাধুসৱে শুভ শুভ ৰাৱ যে বোলত তা দেখহ শুনহ।

বিষ্ণুপক্ষ পত্নীসব বোল—আজু পৃথিবীৰ ভাৰ দূৰ গেল, মৰিল কংস দুৰাচাৰ। আজু হামাৰ সুদিন ভেল, সুদিন ভেল।

সূত্র—নাগেৰীগণে পৰমানন্দে কৃষ্ণক প্ৰশংসি ধন্য ধন্য ৰামকৃষ্ণ বুলি শিৰে পুষ্প বৰিষয়। শিৰত হাত ফুৰাই গোপসৱে যৈচে বোলত তা দেখহ।

গোপসব বোল—কংসৰ নিধনে আজু পুনু জন্ম ভেল। সাধু ৰামকৃষ্ণ কিনো কৰ্ম্ম কয়লি ?

সূত্র—দৈৱকী-বসুদেৱ কৃষ্ণৰ কৰ্ম্ম পেখি পৰম বিস্ময়ে তবধ নয়নে নিৰেখি আছয়। চৌপাশে জয়ধ্বনি মাত্র কৰয়, আকাশত বিদ্যাধৰগণে বহু বাদ্য বজাৱত, শিৰে কুসুম বৰিষয়। সিদ্ধ মুনিগনে নানা স্তুতি জয়জোকাৰ কৰয়, তা দেখহ শুনহ।

পুনুঃ সূত্ৰ—আহে সামাজিকলোক, পৰম কৃপালু গুণ কৃষ্ণৰ দেখি বৈৰী মানি জলপানাদি ভোজন-গমন-ৰচন-শয়ন-কথনাদি এসব সময়ে শ্ৰীকৃষ্ণক দেখত তাব অল্পকালে মুকুতি মিলয়। চিদানন্দ ঘনশ্যাম ব্ৰহ্মৰূপ ধৰি ওহি কৃষ্ণক নিৰ্ম্মল ভকতি ভাৱে ভজন সেৱা-কৰ্ত্তা-জনৰ ভক্তি মুক্তি কি না মিলব ? ওহি সৰ্ব্ব শাস্ত্ৰৰ সম্মত ইহা জানি নিষ্ট দেৱতা মানি কৃষ্ণ পদাম্বুজ কায়বাক্যমনে নিশ্চয় কৰি সামাজিকসৱ জানি নিৰন্তৰে হৰি বোল হৰি বোল।

শ্লোক

শোকবিগলিতাঃ সৰ্ব্বে কংসাষ্টকঃ কনিষ্ঠকাঃ।
ক্ৰুদ্ধা বিগলিতচিত্তাঃ কৃষ্ণংহন্তুং প্ৰজাগ্মিৰে ॥ ২৯ ॥

সূত্র—অথানন্তৰে কংসৰ অষ্টভ্ৰাতৃ পৰম ক্ৰোধে ৰাজাৰ মৰণ শুনি যৈচে আৱত তা দেখহ শুনহ।

## গীত

ৰাগ কানড়া, পৰিতাল

আৰে অষ্ট কনিষ্ট কংস ৰাজাৰ।
জ্যেষ্ঠৰ নিধন শুনি শ্ৰুতি নাহিকে গাৱৰ ॥
পদ—ভাইৰ ঋণ শুজে বুলি কৰে আৰিমুৰি।
ৰামকৃষ্ণক বোলয় ক্ৰোধে সবে ধৰ মাৰ ॥
পেখি ৰামে পৰিঘ লৈলা উল্লাসি।
একেবাৰে কোবাই মাৰিলা আসি ॥
ৰামৰ পুৰুষালি দেখি অদভুত।
কহন্ত কৈৱল্য ৰামকু চিত্ত ॥ ৪০ ॥

সূত্র—কংসৰ অন্যান্য ৰাজভ্ৰাতৃসবে যে বোলল তা শুনহ।

ৰাজভ্ৰাতৃসব বোল—হে বসুদেৱসুত, দোহো হামাৰ জ্যেষ্ঠৰ প্ৰাণ চোৰাৱলি, যদি শকতি আছয় হামাক সমৰ দেহু, সমৰ দেহু।

সূত্ৰ—তা পেখি স্বৰ্গস্থিত ব্ৰহ্মাশিৱইন্দ্ৰাদি দশ দিশপাল পৰম প্ৰীতি সন্তোষ হুই বহু কুসুম শিৰে বৰিষল। ৰিদ্যাধৰ সবে দুন্দুভি, পনহ, ঢক্কা, ভেৰি, কৰতাল, সপ্তসুৰ যন্ত্ৰাদি, অপৰস্থিত বহু বাদ্যসব কৌতুকে বাদ্য কৰি অপ্সৰাগণে নৃত্য কৰয় তা দেখহ শুনহ।

সূত্ৰ—আহে সামাজিক লোক, ৰাজা-ভাৰ্য্যা ভ্ৰাতৃবধূ দাসীগণ সহিতে কংস ভ্ৰাতৃগণ মৰণ শুনি পৰম শোকে ব্যাকুল হুই যৈচে আৱত তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

# গীত

## ৰাগ কৌ

শোকে বিগলিত দুই আৰে
ৰাজভাৰ্য্যাগণ ।
নয়ন লোতক শ্ৰৱে নিৰন্তৰে কেশবেশ
মুক্ত গাৱৰ নাহিকে সন্ধান ॥
পদ—শিৰ হৃদি ধাকুৰিয়া আসে স্বামীশোকে ।
পেখি মৃত স্বামীসৱ জ্বলি গৈলা শোকে ॥
স্বকী স্বকী মৃতকৱ কান্দি গলে ধৰি ।
মৃতক স্বামীৰ গুণ বৰ্ণাই কান্দে নাৰী ॥ (৪১) ॥

সূত্ৰ—আহে সামাজিক লোক, পৰ্য্যঙ্কে স্বামীক আলিঙ্গি ধৰয় তদ্বৎ পতিক ধৰি উচ্চস্বৰে বাৰম্বাৰ বিলাপ কয়ল তা দেখহ ।

কংস নাৰীসৱ বোল—হাহা নাথ, হামাৰি নয়ন, করুণানাথ তোমাৰ মৰণে হামাৰি মৰণ । গৃহ ,প্ৰজাসৱ বিধবা সমান ভেল । তুমি অবিহনে ইটো নগৰ শোভা নাহি কৰত, উৎসৱসৱ দূৰ গেল । হে স্বামী তোহো আমাৰ প্ৰিয়, তথাপি নিৰপৰাধী বসুদেৱ-দৈৱকীক শাস্তি কয়ে সোহি অপৰাধে আপোন নাশিলা, মহন্তৰ দ্ৰোহ কৰিয়া আয়ুযশসব নষ্ট কয়লি । ওহি প্ৰাণীৰ উদ্ভৱ প্ৰলয়-পালন সংহাৰণ ওহি কৃষ্ণত হন্তে, তথাপি নিষ্‌খলে অৱজ্ঞা কৰি শত্ৰুভাৱে চিন্তিলা, সুখ নপাৱলি । হামাৰ মাত্ৰ মৰণ কয়লি, মৰণ কয়লি ।

সূত্ৰ—আহে সামাজিক লোক ৰাজভাৰ্য্যাগণৰ ঈশ্বৰস্ফূৰ্ত্তি বচন শুনি ভগৱন্ত শ্ৰীকৃষ্ণ আশ্বাস বচনে সুস্থ কয়ল তা দেখহ ।

সূত্ৰ—তদনন্তৰে কংসাদি হতজনৰ লৌকিকাদি কৰ্ম্ম কৰাৱল । আহে সামাজিক সদ্‌জ্ঞাতাসব, ওহি কলিত সত্য শৌচ আচাৰ কিঞ্চিতো



নাহি নাহি ওহি শাস্ত্ৰত কহৈছি । চিত্তবিত-বুদ্ধি-অহঙ্কাৰে সবাকে মলিন কয়ল । দুষ্টচিত্তসবক তীৰ্থে শুদ্ধি নাহি কৰয় । সুৰাভাণ্ড প্ৰায় সোহি দুষ্টচিত্ত পাপীসব হৰিক সুমৰি পৰম নিষ্পাপ হয় । যৈচে দাৱানলে গহন বন দাহ কৰয়, তদ্বৎ সৰ্ব্ব পাপ ভস্ম কৰয় । ইহা জানি হৰিৰ কৰ্ম্ম কৰি গুণ চৰিত নাম যশ স্মৰি হৰিৰ চৰণে মন দিয়া নিৰন্তৰে হৰি বোল হৰি বোল ।

### শ্লোক

মাতৰং পিতৰঞ্চৈৱ মোচয়িত্বাথ বন্ধনাৎ ।
কৃষ্ণৰামৌ ববন্দাতে শিৰসা স্পৃশ্য পাদয়োঃ ॥
দেৱকী বসুদেৱশ্চ বিজ্ঞায় জগদীশ্বৰৌ ।
কৃতসংবন্দনৌ পুত্ৰৌ সস্বজাতে ন শঙ্কিতৌ ॥ ৩০।৩১ ॥

সূত্ৰ—বসুদেৱ-দৈৱকীৰ সন্নিহিত গৈই লোহাৰ নিহল সব ছেদন কৰাই মুক্ত কয়ল । কৃষ্ণৰামে শিৰে পদ পৰশি প্ৰণাম কয়ল । পশ্চাৎ দৈৱকী বসুদেৱে জগদীশ্বৰ বুলি জানল । পুৰুষোত্তম ভগৱন্ত কৃষ্ণে পিতৃ-মাতৃক ঈশ্বৰ বোধ মিলল জানি শ্ৰীপতি ভগৱন্তে স্বমায়ায়ে মোহি জ্ঞান লুপ্ত কৰি দৈৱকী-বসুদেৱক সম্বুধি যো বাত নিগদিতে লাগল, তা শুনহ ।

কৃষ্ণ বোল—হে পিতৃমাতৃ, হামো দোহো ভাইক নিমিত্ত অনবৰত লোতক বহিছে, ক্ৰন্দন কৰি আছিলা । বাল্য পৌগণ্ড কৈশোৰ অৱস্থাৰ হামো পুত্ৰ দোহোৰ ওহি তৃতীয় অৱস্থাৰ লীলা আনন্দসৱ দেখিতে নাহি পাৱল, দৈবে অসঞ্জোগ কয়ল । তোমাৰ মন্দিৰত থাকি লালনা আনন্দৰ ভোগ নপাইলো । তোহাত হন্তে হামো দোহো জন্মিলো, ইটো দেহে সৰ্ব্বাৰ্থ সাধয় । আৰ পিতৃ হৈয়া পুত্ৰক পোষয়, পশ্চাৎ পিতৃক শতায়ুস অবধি পোষণ কৰি ঋণ সুজন নযায় । যি পুত্ৰ পিতৃ-মাতৃক সমৰ্থ হুই আপোনে দ্ৰব্য ধনে পোষণ প্ৰতিপাল প্ৰচেষ্টা নাহি কৰয়, সোহি দুৰ্জ্জনক যমৰ দূতে মাংস কাটি খুৱাৱয় । যিটো জনে অসমৰ্থ পিতৃমাতৃক শান্তি ভাৰ্য্যা

শিশু মহাগুরু শৰণাগতক সমর্থ হুই পোষণ পালনাদি চেষ্টা নকৰয়, সোহি জীৱন্ততে মৃতক, মৰিলে নৰক মিলয়। হে পিতৃ-মাতৃ হামে দোভাই সামৰ্থ হুই চিত্তে তোমাসাৰ অৰ্চ্চন নকৰি বয়স ব্যেথে গেল, কংস ভয়ে পলাই মনৰ শান্তি নহৈছিল। হে পিতৃ-মাতৃ তোৰাসবৰ পৰাধীন হুই শুশ্রূষা কৰিতে নপাৰিলো, দুৰ্জ্জন কংসে দুঃখ দেল। হামাৰ নিমিত্তে পৰম দুঃখ তোৰাসবে পাইল। ইটো সবে দোষ হামো দোভাইৰ মৰষিয়ো।

সূত্ৰ—আহে সামাজিক লোক, পৰম বিশ্বাসে শ্ৰীকৃষ্ণ মায়া মনুষ্য চেষ্টা কৰাৱল সোহি দৈৱকী-বসুদেৱ ক্ৰোৰত তুলি হৰ্ষে আলিঙ্গি ধৰি পৰম স্নেহে নয়ন নীৰে ৰামকৃষ্ণৰ তনু ভিজাই প্ৰত্যুত্তৰ কিঞ্চিৎ নভাষিয়া নিচুকি ৰহল। এবং প্ৰকাৰে আশ্বাস কৰি ভগৱন্ত ৰামকৃষ্ণে বসুদেৱ-দৈৱকীক পৰম সন্তোষ কৰাৱল তা দেখহ।

সূত্ৰ—তদনন্তৰে, আহে সামাজিক লোক, মাতৃপিতৃৰ পৰ্য্যংকৰ উঠি পহিলহি মাতামহৰ সামীপ্য গৈই যৈচে ৰাজ্যাভিষেক নিমিত্তে বচন বুলিতে লাগল তা শুনহ।

কৃষ্ণ বোল—হে মন্ত্ৰীগণ, ৰাজ্যাভিষেক নিমিত্তে চতুঃসাগৰৰ জলে ঋষিসৱক সুমঙ্গলাদি দ্ৰব্যসব আৰৰ ছত্ৰচামৰ সিংহাসনাদি এস্থানে ক্ষণেকে মিলাৱ।

সূত্ৰ—শ্ৰীকৃষ্ণৰ প্ৰচণ্ড অনিৰ্ব্বাৰণ আজ্ঞা সভয়ে শিৰোগত কৰি তৎক্ষণে ৰাজ্যাভিষেক দ্ৰব্যসব আনি মিলাৱল। তা পেখি মাতামহ উগ্ৰ-সেনক যৈচে বুলিতে লাগল তা শুনহ।

কৃষ্ণ বোল—হে মাতামহ উগ্ৰসেন, যযাতি শাপত যদুকুলসব নৃপতি হৈবাক নপাৰয়। যদুকুলাদি সব সহিতে, পালিতে তুমি যোগ্য হোৱা, ইহা জানি তুমি যাদবকুলৰ ৰাজা হোৱা, ৰাজ্যাভিষেক কৰোঁ।

সূত্ৰ—আহে সামাজিকসৱ, শ্ৰীকৃষ্ণৰ বচন শুনি উগ্ৰসেনে তেক্ষণে উঠল, চতুৰ্ভিতি জয়ধ্বনি কৰাৱল, মঙ্গলবাদ্য শিঙা, শঙ্খ, ভেৰি, ঢাক



ঢোল তবল নিশান তাল কৰতাল বহু বাদ্য বজাৱল। গন্ধৰ্ব্বগণে সানন্দে নাচত, নটীসবে নৃত্য কৰয়। বহুভাৱে গায়নসবে নানা গীত সুমধুৰ স্বৰে গাৱত, তা দেখহ শুনহ। সে সময়ে ঋষিসবে সুমঙ্গল বেদধ্বনি কৰাৱল। তীৰ্থৰাজৰ জল শিৰে সিঞ্চি স্বস্তি উৎসৰি জয়জয় জোকাৰল। শ্বেতচামৰ দুই পাশে ঢোলয়। এবম্বিধ বহুভাৱে উচ্চ কৰি ৰাজজোকাৰ কৰল। পশ্চাৎ শ্ৰীকৃষ্ণে যে বোলল তা শুনহ।

কৃষ্ণ বোল—আহে মহাৰাজা উগ্ৰসেন, হামো প্ৰজাসবৰ প্ৰাণশক্তি তোমাত আছয়। যযাতি শাপত যদুবংশৰ সিংহাসনাৰোহণ নাশ ভেল। হামাৰ ৰাজ্যাধিকাৰ বুলিতে উচিত নোহে। হামো থাকিতে অমৰাধিপতি প্ৰমুখে নতভাৱে উপযোগ্য দ্ৰব্য লৈয়া তোমাক অৰ্চ্চব। আঃ অন্য পৃথিৱীৰ ৰাজাগণে কৰভাৰ দিবে আত শঙ্কা নাহি।

সূত্ৰ—আহে সামাজিক লোক যৈচে পৰমানন্দ ৰূপধাৰী কৃষ্ণ সবাৰো কাৰণ, ওহি অকাৰণ, তথাপি ভক্তভয় দূৰ কৰি শত্ৰুক নাশি ভক্তবৎসলতা ভাব দৰশি উগ্ৰসেনৰ অনুসৃত কৃত্য কৰল। অয়ে লোক পৰম কৃপালু ভাব দেখু। ইষ্টদেৱতা মানি ভকতিভাৱে শ্ৰবণ কীৰ্ত্তনে ভজনে কোন ইষ্ট পূৰণনাদি নাহি কৰব? ইহা জানি নিৰন্তৰে সমাজ্যাস্থিতাঃ সদ্জ্ঞাতাসব নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ সুহাই, পৰিতাল**

চলে ৰাম কানু সাধি নিজ কাজ।
ৰংগশালা চোড়ি আগু উগ্ৰসেন কৰি
ৰঙ্গে চলত নৰনাৰী স্বপুৰ মাজ ॥

পদ—শিঙ্গা শঙ্খ ঢোল মাদল তবল
বাজন বোল পূৰত দিশ অশেষ।
চিহ্ন চৌণ্ডাদণ্ড পতাকা ধ্ৱচিৰল
হেন বিতোপন পুৰি যাই প্ৰৱেশ॥
দৈৱকী বসুদেৱ নন্দগোপ সব
সঙ্গে সানন্দে চলে কৃষ্ণক নিৰেখি।
দুঃখ ভৈল নষ্ট গৃহ ভৈল প্ৰৱেশ
নিতে ভৈল উসেৱ কৃষ্ণ অপেখি॥
কৃষ্ণ ৰাম বদন সুধা কৰি পান
......যুবাৰ আনয়।
ভূষণ চৰণ কৃপা মকৰন্দ লভি
কৈৱল্য কৃষ্ণ দাস কহয়॥ ৪২॥

সূত্ৰ—আহে সামাজিক লোক যদুবংশৰ অপৰ সম্বন্ধীগণ কংসৰ হিংসাত বিদেশ গৈয়াছিল সে সব আনি আশ্বাস কৰি বহু বিত্ত দিয়া পূৰ্ব্ব গৃহবাৰীত বাসা দিয়াৱল। কৃষ্ণৰামসংকৰ্ষণ সৰ্ব্বভয় নিবাৰণ কয়ল। পুৰনিবাসীজনৰ মনোৰথ সাফল ভেল, স্বগৃহে সুখে বঞ্চল তা দেখহ শুনহ।

সূত্ৰ—তদনন্তৰে একদিনে শ্ৰীকৃষ্ণ বলো সহিতে নন্দৰাজাৰ সমীপে গৈই দোহো ভাই নন্দক আশ্বাস কৰি যে বোলত তা দেখহ।

কৃষ্ণ বোল—হে পোষ্টাপিতৃ স্বপুত্ৰতো অধিক দায়ায়ে লালনা কৰি যোহি পোষয় সোহি পিতামাতা। আঃ হামো অসমাৰ্থ শিশুক বন্ধুসবে কংসত ভয়ে ত্যাগল। তোহো হামাক শিশুহন্তে পালন কৰি সামৰ্থ কয়লি। তোহো গোপগণ সমে ব্ৰজক যাহা, তোহো-সবক লাগি শোকে খেদকয় থাকয়। যশোদা মাতৃ হামাক নেদেখি পৰম আকুল হৈব। তোহো বুজাইবা। কংস ভয়ে দুঃখিত সুহৃদসবক স্বস্থানে সুখক সাধি জ্ঞাতিসবক দেখিব। অৱশ্যে যাইবো।



সূত্ৰ—ভগৱন্তে এবম্বিধ প্ৰকাৰে সম্বন্ধি বসনভূষণ অলঙ্কাৰে সুবৰ্ণ ৰজত বহিত কাংস্যাদি পাত্ৰে সব নিযোজি দিয়াৱল। তদনন্তৰে গোপ-গণ সহিতে নন্দৰাজা চলি গেল। তা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

## গীত

**ৰাগ কল্যাণ, তাল থৰমান**

জয় জয় সদানন্দ অচিন্ত্য অব্যক্ত
জলোদ্ধাৰণ অৱতাৰ।
... ... ... ৰণৰো কাৰণ
কৰত বিবিধ বিহাৰ॥
শিৱ বিৰিঞ্চিসেবিত যোগীগণ ধ্যেয়
ভকত পদৰেণু সেবিত।
নিৰয় নিবাৰক ওহি চৰিত্ৰচয়
... ... ... ... ...॥
কেশী ব্যোম হন্ত নাৰদ বিদ্যাপন ঈশ
গোকুলে ভয়বাসা কৃত।
পূৰি মনোৰথ অক্ৰূৰ সমাগম,
হৃদবাৰি ইসব পূৰত॥
... ... ... কুজী দিব্য ৰূপকৃত
সুদামা মনোৰথ কৃত।
নাগেৰীমোহন ধনু সেনা নাশিল
বাৰণ অম্বষ্ঠ নাশিত॥
মল্লসব সহিতে ... ... ...
দৈৱকী বসুদেৱ ভূষিত।
উগ্ৰসেন ৰাজা পাতিলা সমজ্যা
নন্দক বিদায় সন্তোষিত॥

নাশন তাৰণ বহুৰসভাৱন
লীলাসৰ ... ... ।
ভূষণ কিঙ্কৰ কহয় কৈৱল্যানন্দ,
হৰি পদ সেৱা অভিলাষ ॥ ৪৩ ॥

সমাপ্ত

# বোধোদয়-নাট

দ্বীজ মহীন্দ্ৰ

# বোধোদয়-নাট *

*　*　*

সত্ৰ—ভো ভো সামাজিকলোক, প্ৰথমে হৰি প্ৰৰণাম কয়লো। অথ ভটিমা।

**ভটিমা**

জয়নমো নাৰায়ণ, নিত্য নিৰঞ্জন, পৰম পুৰুষ ৰাম।
সুৰমুনিবন্দিত, পঙ্কজনিন্দিত, নিৰ্মল গুণগণধাম ॥
জয় জনাৰ্দ্দন, দুৰ্জ্জন-গঞ্জন, নিজজনৰঞ্জন দেৱ।
ত্ৰিভুবন বাঞ্ছিত, পঙ্কজ লাঞ্ছিত, অৰুণ চৰণে কৰু সেৱ ॥
ভকতবৎসল, নিৰ্গুণ নিৰ্ম্মল, সজলজলদদলশ্যাম।
ভৱভয়বাৰণ, তোহাৰি চৰণে বাৰেক কৰোহো প্ৰণাম ॥
কৰুহু কাকুতি, দেহুশুদ্ধমতি, দেৱদেৱহৃষিকেশ।
ভকতিৰ বাট, বোধোদয় নাট কৰুহু দিয়া উপদেশ।
এহু বোধোদয়, নাট্যনিৰাময়, যোহি শৃণোতি পশ্যতি লেশ
দুৰ্জ্জয়বিশাল ছেদি মায়াজাল, পাৱয় নিৰ্ম্মল দেশ।
ছাড়ি মায়াময় × × যেনমত, বিষয়বিষধৰ কোল
মহীন্দ্ৰ বদতি কহে শিশুমতি, ঘনে হৰি হৰি বোল। (১)

আহে সামজিকলোক, যে জগত ঈশ্বৰ, সদাভাস্বৰ, জ্ঞানানন্দ, ব্ৰহ্মাণ্ড······কৰি মায়াভঙ্গ জীৱ কীৰ্ত্তিৱৰ্ম্মা পাৱব, সোহি পৰমেশ্বৰৰূপী ঈশ্বৰ কীৰ্ত্তিবৰ্ম্মা সহিত সভামধ্যে প্ৰৱেশ কৰয়। যৈচন কৃষ্ণমিশ্ৰে বোধোদয় যাত্ৰা কৰত তা দেখহ, শুনহ।

---

* পুথিখনৰ প্ৰথম পাতটো নাই, ২নং পাতৰ পৰাহে পাঠ পোৱা গৈছে গতিকে নান্দীশ্লোককে আদি কৰি প্ৰবেভিক কথাখিনি নাই। * * চিন দিয়া অংশৰ পাঠ নষ্ট হৈছে, পাঠোদ্ধাৰ সম্ভৱ নহল।

### শ্লোক

প্ৰৱিশতি পৰমাত্মা কীৰ্ত্তিৱৰ্ম্মানুযুক্তঃ
সদসি সকললোকা (নন্দ) * * সন্দোঽসক্তঃ
দিনকৰ-শতকান্তঃ শঙ্খচক্ৰাদিযুক্তঃ
ৱিৱিধৱিমলভূষাভূষিতো স্মেৰবক্ত্ৰঃ ॥ ১

সূত্ৰ—আহে সামাজিকলোক, যে পৰমাত্মা ৰাজা কয়ল, সোহি কীৰ্ত্তি-বৰ্ম্মা সহিত যৈচন প্ৰৱেশ কয়ল তাহে দেখহ, শুনহ।

## গীত

### ৰাগ সিন্ধুৰা

× × × দিশি দিশি × ×
পৰমাত্মা ৰাজা প্ৰবিশতি সদামতি।
কীৰ্ত্তিৱৰ্ম্মা শুদ্ধমত নৰপতিসঙ্গী।
ছত্ৰচামৰ দণ্ড মণ্ডল বিভঙ্গী ॥
কুণ্ডলমণ্ডিত গণ্ডযুগ্মাস্মিতশালী।
শ্যামলতনু পীতবসন বনমালী ॥
কঙ্কণকটককেয়ূৰকৰৰঞ্জী।
পদযুগ কিঙ্কিণী ৰিণিজ্জিণি মঞ্জী ॥
ইহ মন্দমতি মহেন্দ্ৰ কৃতগীতে
তুষ্যতু সজ্জন হৰিগুণান্বিতে ॥ (২)

আহে, সামাজিলোক, ঐচন প্ৰৱেশ হুয়া পৰমাত্মা ৰাজা সভাশিৰে বহল, কীৰ্ত্তিৱৰ্ম্মা সভামধ্যে বহল। তদনন্তৰে কৃষ্ণমিশ্ৰ যৈচন প্ৰৱেশ কয়ল তা দেখহ, শুনহ।

## গীত

আৱত কৃষ্ণমিশ্ৰ পৰমহংস,।
নাহি মদমান-কামক্ৰোধৰঙ্গ ॥
শুদ্ধসত্ত্বতনু নিৰ্ম্মল মতি।
মহামোহপঙ্কামগ্নমতি ॥
বিষয় নৈৰাশ, চিত্তকৰুণাশয়।
আত্মজ্ঞানে মাত্ৰ ৰত সদায় ॥
হৰিপদ সেবি মহীন্দ্ৰ বোল।
কৰতু ঘনে হৰি হৰি বোল ॥ (৩)

ঐচন প্ৰৱেশ হুয়া কৃষ্ণ মিশ্ৰে বোল।

কৃষ্ণ মিশ্ৰ—আহে সাধুসৱ, যাহেৰি চৰণযুগল মোহাদি বিপক্ষ ৰাজা-কুলৰ কিৰীটি ৰঞ্জিল, যোহি বীৰ-বীৰেন্দ্ৰ যেন নৰসিংহৰূপে কাম-ক্ৰোধাদিপক্ষৰ হৃদয় বিদাৰল, যোহি জগন্নিবাস মহাবাৰাহ হেন ৰূপ ধৰি দুষ্ট ৰাজকুলপ্ৰলয়জলমগ্নদেহ মেদিনী উদ্ধাৰল, যাহেৰি কীৰ্ত্তিপ্ৰতাপ দশদিশ ব্যাপিল, সোহি বিবেক ৰাজাএ সসাগৰা বসু-মতীত কীৰ্ত্তিবৰ্ম্মাক অকণ্টকা ৰাজা পাতি × × × তা দেখহ, শুনহ।

* * * *

সূত্ৰ— বিবেক ৰাজাও মহামোহক জিনি এভো শান্ত-মূৰ্ত্তি ধৰি নাট কৰিবে আদেশল, × × × ঐচন বাণী শুনি গৃহিণীক সম্বুধি মিশ্ৰে বোল।

কৃষ্ণ মিশ্ৰ—ঐয়ে প্ৰিয়ে, হামাৰি বচনে ... ... ... কাম আছে। হামাৰি ইথানে থাকিতে উচিত নোহে।

* পুথিত ৪ নং পাত নাই, প্ৰস্তাৱনাৰ সৰহভাগ অংশই নষ্ট পালে।

সূত্র—ঐচন বুলি মিশ্র গৃহাশ্রমে × × যাতো কাম থাকিলে ভক্তি যোগ নঘটে। তদনন্তৰে যৈচে কামৰতি প্ৰবেশল তাহে দেখহ, শুনহ,

## গীত

**ৰাগ কানাড়া, পৰিতাল**

চলে কামদেৱ ৰতিৰ সঙ্গে।
স্বামী সমীপ ৰতি চলে ৰঙ্গে॥
নানা অলঙ্কাৰে মণ্ডিত দেহ।
কামিনীমোহন শোভল বেশ॥
পুষ্পবাণ সঙ্গে কেশশোভিত।
কুৰু হৰিসেৱা বিশুদ্ধচিত্ত॥ (৪)

সূত্র—ঐচন প্ৰৱেশ হুয়া কামদেৱ বোলা'

কামদেৱ—নৱে পাপকপট যাৱে আচৰে, যাৱে ৰত্নগৃহ, সুৰভিবায়ু, ভ্ৰমৰগুঞ্জন, সচন্দ্ৰ ৰাত্ৰি যুৱতীৰ দৃষ্টিবাণ থাকে তাবে কেনে বিবে কৰ অভ্যুদয়, জ্ঞানোদয় হবে?

সূত্র—ঐচন শুনি ৰতি বোল।

ৰতি—আহে স্বামী, হামাৰি মহামোহৰাজাৰ, সহিত যমনিয়মাদিযুক্ত বিবেক বিৰোধ ভয় লাগে।

সূত্র—ঐচন শুনি কাম বোল।

কাম—আহে প্ৰিয়, ভয় নকৰিবি পুষ্পধনুৰ্ব্বাণ থাকিলে সুৰাসুৰ জিনিতে পাৰো, হামাৰ আজ্ঞা কেহো লঙ্ঘিতে নপাৰে, দেখহ, ঝিউ আমো-



ঘাত (?)* ব্ৰহ্মাক ভজাইছো, গুৰুপত্নী পত্নীভাৱত তাৰাত চন্দ্ৰক প্ৰবৰ্ত্তাইছো, আনৰ কি কথা? আৰ যি যমনিয়মাদি সহায় কহিছা, মদমাৎসৰ্য্যদম্ভলোভাদিৰ নাম শুনি পলায়, বাস্তৱত সিসৱ নিৰ্ব্বিকাৰ-বিষয়ত জন্মে। আছোক × × × একে চিত্তত বিকাৰ জন্মাই, স্ত্ৰীসবে জিনিব পাৰা।

সূত্র—তদনন্তৰে ৰতি বোল।

ৰতি—তোমাৰ শমদমাদিৰ সমে একে ঠাই জন্ম শুনিছো, কিসক এমন বিৰোধ?

সূত্র—ঐচন বচন শুনি পুনু কাম বোল

কাম—ঐয়ে সুন্দৰী, আমাসবৰ জন্মস্থান-পিতৃ অভিন্ন! শুনহ, জীৱ-ঈশ্বৰৰ মায়া ভাৰ্য্যাত মন পুত্ৰ ভেল। তান প্ৰবৃত্তি ভাৰ্য্যত মহামোহ আৰ নিবৃত্তি ভাৰ্য্যাত বিবেকাদি জন্মিছি; এমন সতীয়া ভাই। হামাক সদাচাৰী দেখি স্নেহে পিতৃমাতৃসকল ৰাজ্য দিল ...... সি দুৰাচাৰী পাপীসবে ৰাজ্যভোগ কৰিবে নপাই পিতৃমাতৃ-হামাক মাৰিতে চায়।

× × এতেকে সোদৰ ভাতৃকৰো একখণ্ড মৎস্য-মাংসতে বিৰোত্ৰ লাগে। দেখহ, পৃথ্বীৰ নিমিত্তে কুৰুপাণ্ডৱ ক্ষয়ঙ্কাৰ ভেল।

সূত্র—ঐচন বাণী শুনি দ্বাৰতে থাকি বিবেক বোল।

বিবে—অৰে অধম দুৰাচাৰ, কুমতি, কি হেতু নিন্দা বাণী বোলস। শুনৰে মূঢ় ভীষ্মৰ বচন

গুৰোৰপ্যৱলিপ্তস্য কাৰ্য্যাকাৰ্য্যমজানতঃ।
উৎপথপ্ৰতিপন্নস্য পৰিত্যাগো ৱিধীয়তে॥ ২

---

*ব্ৰহ্মা কন্যা সন্ধ্যাৰ প্ৰতিহে আসক্ত হৈছিল, অমোঘা তেওঁৰ কন্যা নহয়, সান্তনু ঋষিৰ পত্নী।

কার্য্যাকার্য নজানিলে, অপন্থে চলিলে, গর্ব্বযুক্ত ভৈলে গুরুকো এৰিবে পায়। মন পিতৃয়ে নিজ পিতৃজগৎপতি, জীৱ-ঈশ্বৰক অহংকাৰপাশে বান্ধল, মহামোহাদি সেই বান্ধ দৃঢ় কৰিল। এমন অকার্য্য দেখি মাৰিবে চাঞু, কেনে পাপী ভৈলো ?

সূত্র—ঐচন শুনি কামে বোল।*

শ্লোক

কান্তে সমায়াতি বিবেকৰাজঃ
ধৱাধৱচ্ছাদিতচন্দ্রভাজঃ।
ৰাগাদিভি স্বৱশচাৰিভি ৰাত্তকান্তি
র্মত্যাসমাদূষিতচিত্তপ্রাণী ॥ ৫ ॥

অয়ে প্রিয়ে, হামাৰিকুলে জ্যেষ্ঠ বিবেকৰাজা। মেঘে আবৃত চন্দ্র হেন মতি ভার্য্যসমে আছে। হামাৰি ইথানে থাকিতে উচিত নোহে,

সূত্র—ঐচন বুলি কামৰতি অন্তৰিল, যাতো বিবেক জন্মিলে কামৰ অভাৱ হয়। তদনন্তৰে যৈচে বিবেকৰাজা প্রৱেশল তাহা দেখহ, শুনহ নিৰন্তৰে হৰি বোল হৰি।

*ৰাগাদিভিঃ স্বৱশচাৰিভি ৰাত্তকান্তি
র্নির্ভৎস্যমান ইৱ মানধনঃ কৃশাঙ্গঃ।
মত্যানিতান্ত কলুষীকৃতয়া শশাঙ্কঃ
কান্ত্যের সান্দ্রতুহিনান্তৰিতো ৱিভাতি।
(মূলৰ পাঠ)

## গীত

ৰাগ সিন্দুৰা

আৰে বিবেকৰাজা কয়ো পয়সাৰ
সঙ্গে চলয়ে ভার্য্যা কৰিয়া বিহাৰ
ছত্রচামৰদণ্ড-মণ্ডল বিকাশী
ৰাগলোভজিত যেন × × × ।
× × × চতুৰ্দ্দিভিতি ॥
কৰতু সামাজিক হৰি হৰি গীতি ॥ (৫)

সূত্র—ঐচন প্রৱেশ হুয়া কামৰতিক বচন শুনল। বিবেক বোল।

বিবেক—অহঙ্কাৰাদি পাশে পাপীসবে জগৎপতি জীৱক বান্ধিবাক দেখি মুক্ত কৰিবাক মনে বিবোধে প্রৱর্ত্তিলো। হামাক অধম কামে পাপী বুলি নিন্দে।

সূত্র—ঐচন শুনি মতি বোল।

মতি—আহে স্বামী, লোকে পুনু আত্মদোষক নজানে। কিন্তু আনন্দ-সুন্দৰ, প্রকাশসাগৰ জীৱ-ঈশ্বৰ বুলি শুনিছো, দুর্মতিগণে কিমতে তাঙ্ক বান্ধে? ঐচন বচন শুনি ৰাজা বোল।

বিবেক—আহে সুন্দৰী, সদা ধৈৰ্য্যৱন্ত, সুশীল-সুন্দৰ, পণ্ডিত মহন্ত পৰ-মেশ্বৰ, তথাপি মায়াসঙ্গে স্বৰূপ পাসৰি নিজ ধৈর্য্য এড়ে এতেকে বন্ধন।

সূত্র—ঐচন শুনি মতি বোল।

মতি—হে স্বামী, এনে ঈশ্বৰক কেনে মায়ায়ে ঢাকে? সূর্য্যক অন্ধকাৰ কাৰণেসে ঢাকিবে পাৰে।

বিবেক—হে প্রিয়ে, অবিচাৰেও মায়াএ মিছা নানা ভাব দেখাই বেশ্যা-স্ত্ৰীৰ হাবভাব দেখাই ঈশ্বৰক প্ৰতাৰিছা।

সূত্ৰ—ঐচন শুনি মতি বোল।

মতি—আহে স্বামী, অবিচাৰত কি কাৰণ মায়া জীৱঈশ্বৰক প্ৰতাৰিছা তাক কহা।

সূত্ৰ—ঐচন শুনি ৰাজা বোল।

**পয়াৰ**

শুনা প্ৰাণেশ্বৰী, তিৰীজাতিৰ ধাৰণ।
অকাৰণে প্ৰবৃত্ত × × × ॥
মায়াৰ আছয় কিছুমান প্ৰয়োজন
পুত্ৰৰ কাৰণে ইটো কৰে আলোচন ॥
ইহাজানি ভৈল স্বামী বিষয়নিৰাশ
জীৱন্ত পুত্ৰক ৰাজা পাতে গৃহবাস।
ইহেন আলোচ-জানি মাতৃভক্ত মনে
একে নিৰ্ম্মিলন্ত নবদ্বাৰী পুৰীখান
অধিদৈব যামীৰূপে কৰি নানা থান।
× × × থানে থান।
আপুন কাৰ্য্যক তাতে কৰে আৰোপণ
প্ৰতিবিম্বে মণি যেন ধৰে নানা ৰূপ
× × × × আলিঙ্গিত
মঞি জন্মো মৰো, মোৰ যত ধনবিত।
মোৰ পত্নী, মোৰ পুত্ৰ, মনত চিন্তয়।
অনেক বিষয় সুখ স্বপ্নত দেখয় ॥
পুত্ৰৰ কাৰণে যত্ন এমন মায়াৰ।
পুত্ৰৰ × × × ॥ (৬)

সূত্ৰ—ঐচন শুনি মতি বোলয়।



মতি—যেমন মাই, তেমন পুতাই। আহে স্বামী, এমত আবিদ্যামোহিত জীৱৰ পুনু কেমনে বোধ উপজিব ?

সূত্ৰ—ঐচন শুনি ৰাজা অধোমুখে মৌনে ৰহল। পুনু মতি বোল।

মতি—আহে স্বামী, কিসক লাজে হেন মাথা দমাই মৌন ভৈলা ?

সূত্ৰ—ঐচন শুনি ৰাজা বোল।

ৰাজা (বিবেক)—স্ত্ৰীজাতি ......স্বভাবে কঠিন, কেনে কোপ কৰাহ, এতেকে মৌন ভৈলো।

সূত্ৰ—ঐচন শুনি মতি বোল

মতি—স্বামী, অধম স্ত্ৰীৰ শিশুভাব, উত্তম স্ত্ৰীসকলে স্বামীক কোপ নকৰে।

সূত্ৰ—ঐচন শুনি ৰাজা বোল।

বিবেক—আহে প্ৰাণেশ্বৰী, যদি তুমি এক মুহূৰ্ত্তমান বিষয় এড়ি নিবৃত্ত হৱা, শান্তি শ্ৰদ্ধাদিৰ প্ৰসাদে উপনিষদ দেৱীৰ সঙ্গ পাঞু, তান সঙ্গ লাভে জাগ্ৰৎস্বপ্নসম সুষুপ্তিৰ নাশ হৈয়া সুষুম্নাত স্থিত হুয়া তবে আপুনে প্ৰবোধ পুত্ৰক উপজাঞু।

সূত্ৰ—ঐচন শুনি মতি বোল।

মতি—হে স্বামী, জগত-ঈশ্বৰ বন্ধমুক্ত হৈবেক, তবে শীঘ্ৰে তান...... হামাৰ ওহি অভিপ্ৰায়।

বিবেক—আহে প্ৰাণেশ্বৰী, যদি তুমি এমত প্ৰসন্ন হৈলা তেবে সবে আমাৰ মনোবাঞ্ছা সফল হৈবে। যে...... পাপী সবে ঈশ্বৰক উত্তম, অধম, নৰ-বানৰাদি জন্ম-মৃত্যুপদে পেল্লাই দুখ দিয়ায়, সিসব পাষণ্ড-নাস্তিকক দণ্ড কৰি শুদ্ধভাবে ঈশ্বৰক পাৰৱো। এভো প্ৰথমে কাৰ্য্য উদ্ধাৰহেতু শমদমক নিয়োজিবে এখনে চক্ৰ-তীৰ্থে যাঞু।[১]

---

১মল নাটত এইখিনিতে প্ৰথম আঙ্ক শেষ হৈছে।

সূত্র—ঐচন আদেশ কৰি উপনিষদ সঙ্গ··· ···বিবেকৰাজা গৈলা।
তদনন্তৰে মহামোহ দম্ভবীৰক যো আদেশ কয়ল তা দেখহ, শুনহ।

## গীত

### ৰাগ-আসোৱাৰী

আৱত দম্ভবীৰ··· ··· ···অন্তক পৰায়।
খড়্গচৰ্ম্মধৃনুশৰ ৰথসমন্বিতি।
··· ··· অসংখ্য পদাতি॥
ডেৱ্ৰদাম্ফ কৰি সিটো কৰে নানা বোল।
হৰতু বিঘিনি সবে হৰি হৰি বোল॥ (৭)

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে দম্ভে যা বোলল তা শুনহ।

দম্ভ—অধম বিবেকে জীৱৰ বোধোদয় কৰাইবে তীৰ্থে তীৰ্থে শমদমাদিক (প্ৰেৰণ) কৰিছে। প্ৰতিবিধান কৰিতে হামাক মহামোহে আদেশ কৰিছে। ··· ··· দণ্ডে সাৱধানে ফুৰব, আৰ পৃথিৱীৰ মুক্তি-ক্ষেত্ৰে বাৰাণসীক প্ৰায় বিবেক হস্তে মুক্ত কৰব। ঐচন হামাক মহামোহ ৰাজা আদেশল। হাম্ এখন বাৰাণসীক × × × বেশ্যাসঙ্গে থাকিও পণ্ডিত দীক্ষিত সাগ্নিক, সৰ্ব্বজ্ঞ বোলাই পৰিচয় দিয়াছে।

সূত্ৰ—ঐচন প্ৰকাৰে ছদ্ম কৰি দম্ভ গৃহমধ্যে ৰহল। তদনন্তৰে অহংকাৰ যৈচে প্ৰৱেশল তা দেখহ, শুনহ।

## গীত

### ৰাগ কানাড়া

আৱে অহংকাৰ সমাজকোল।
কৰয় × × × ॥
× × শোভিত কায়।
উপালম্ভি আসে চৌভিতি চায়॥
× × × × × (৮)

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে অহঙ্কাৰ বোল।

অহংকাৰ—অহো! কি মূৰ্খলোক, নজানি নুশুনি এহু নৰ পশুবৎ আচৰে। এহুসব ব্ৰহ্মচাৰী নাম ধৰি বেদ ··· নষ্ট কৰিল, সন্যাসী বোলাই বেদান্ত নাশিল, এহু শৈব-পাশুপত সন্যাসীক আলাপিলে নৰক গামী হৱে। গলে মুণ্ডমালা ধৰি বৈষ্ণৱ বোলাই ধনীৰ ধন হৰে মাত্ৰ। × × × গঙ্গাতীৰত ধ্বজপতাকাদিযুক্ত গৃহ-মধ্যত সৰ্ব্বাঙ্গে মৃত্তিকালেপিত স্থানে মৃগচৰ্ম্ম, শিলাখণ্ড নিবেশিত আছে।

সূত্ৰ—ঐচন প্ৰকাৰে অহংকাৰ গৃহ প্ৰৱেশি আশীৰ্ব্বাদ কয়ল। তদনন্তৰে অহংকাৰ আসিবাৰ দেখি দম্ভে হুঙ্কাৰ কৰল। ঐচন ইঙ্গিত জানি ··· ভৃত্য আসি বোল।

ভৃত্য—পাদেশৌচ নকৰি গৃহ-প্ৰৱেশ বিধেয় নহে।
সূত্ৰ—ঐচন শুনি অহংকাৰ বোল।

অহংকাৰ—ই কোন ম্লেচ্ছদেশ যাতো হাম্ হেন শ্ৰোত্ৰিয় অতিথিক পাদ্য-অৰ্ঘ্যে পূজা নকৰে?

সূত্ৰ—ঐচন শুনি দম্ভে-ভৃত্যাক পৰিচয় জিজ্ঞাসিতে আদেশ কয়ল। ভৃত্যে পুছিল। ঐচন শুনি অহংকাৰে বোল্।

অহংকাৰ— × × গৌড় ৰাঢ়পুৰে শ্ৰেষ্ঠীগ্ৰামে থিতি, হামু শুদ্ধদ্বিজ। শুনৰে পাষণ্ড, । হামু ভ্ৰাতৃগণসমে সবাতো উত্তম পিতৃত জ'ত। ভ্ৰাতৃগণমাজে হামু প্ৰখ্যাত।

সূত্ৰ—ঐচন শুনি দম্ভে পাদ্য-অৰ্ঘ্য-আসন দিয়াইল। অহংকাৰে পাদ-শৌচ কৰি আসিলন্তে দম্ভে দান্ত কামুৰি বোল।

দম্ভ—ওহে ব্ৰাহ্মণ, দূৰে ··· ··· বায়ুলাগি ঘৰ্ম্মবিন্দু আসিব।

অহংকাৰ—অহো কি অপূৰ্ব্ব ব্ৰাহ্মণ, এমন নিয়ম।

সূত্ৰ—তদনন্তৰে অহংকাৰে আসন বসিল। তাহা দেখি ভৃত্যে সক্ৰোধে বোলয়।

ভৃত্য—কপটে গুৰুৰ আসনে কি নিমিত্তে বৈঠহ, বসিবাৰ যোগ্য নুহি।

অহংকাৰ—আঃ পাপ, ৰাঢ়দেশে প্ৰসিদ্ধ হামু। ওহাৰি স্বামীৰ × ×। শুনৰে মূৰ্খ হামাৰ খ্যাতি। হামাৰি মাতৃ বেশ্যা, পিতৃ পিতৃঘাতী। শ্ৰোত্ৰিয় ব্ৰাহ্মণৰ কন্যা বিহাই হামু মহাশুদ্ধ। ··· ··· সতীয়া মাতৃৰ মাতুলৰ ঝীয়াকৰ মিছা অপবাদ শুনি সংসৰ্গভয়ে প্ৰিয়-ভাৰ্য্যাক এড়িছো, নটীৰ কন্যা বুলি।

সূত্ৰ—ঐচন শুনি দম্ভ বোল।

দম্ভ—ওহি তেমন হামাৰ কাহিনী। হামু এক দিনা ব্ৰহ্মাৰ সভাক যায়। সৃষ্টিকৰে হামাক সাদৰি নেয়, শুদ্ধ আসন নাপাই গোময় জলে ধুৱাই নিজ উৰুত বৈসাই সম্ভাষা কৰিলা।

সূত্ৰ—ঐচন শুনি অহংকাৰ বোল।

অহংকাৰ—আঃ ব্ৰহ্মাকো গণস! ব্ৰহ্মা ইন্দ্ৰ হামাৰ অধীন।

সূত্ৰ—ঐচন বাণী শুনি দম্ভে অহংকাৰ বুলি চিনল, প্ৰণামি আগমন পুছল। অহংকাৰে লোভনাতি, বোহাৰীৰ বাৰ্ত্তা পুছল। দান্ত দেখুৱাই বোলয়—বৃদ্ধ ভৈলো, চক্ষুৱে নেদেখো।



ঐচন নানা আলাপ কৰি ৰহল। তদনন্তৰে দ্বাৰত কোলাহল শুনল। *

ভোঃ ভোঃ পৌৰা পথি পথি পৰিতো × ×
× ×

**শ্লোক**

উৎক্ষিপ্যন্তাং পথি পথি বিলসত্তোৰণানাং ॥
যুদ্ধোৎমোদী পৰিবিশতি মহামোহঃ × ×।
× × × × ॥
× × × × ৪

ঐচন প্ৰকাৰে বাট-পথ সাৰি তোৰণ আৰি মঙ্গল কৰাৱল। তদনন্তৰে ৰাজা যৈচে প্ৰৱেশল তা দেখহ, শুনহ নিৰন্তৰে হৰি বোল হৰি।

## গীত

**ৰাগ কানাড়া**

দাম দাম দ্রুম দ্রুম দামামা বাজে।
মহামোহ মহাৰাজ মদমত্তে সাজে ॥
ৰথেছত্ৰে গজে বাজি চলে চতুৰঙ্গে।
অস্ত্ৰ-শস্ত্ৰ ধৰি বীৰগণ ধাৱে সঙ্গে ॥
··· চৌপাশে অপাৰ।
কৰ নৰ হৰি হৰি .. বাৰম্বাৰ ॥ (৯) ॥

* নিঃস্যন্দৈশ্চন্দনানাং স্ফটিকমণিশিলা বেদিকা সংস্ক্ৰিয়ন্তাং মুচ্যন্তাং যন্ত্ৰমাৰ্গাঃ প্ৰসৰতু পৰিতো বাৰিধাৰা গৃহেষু উচ্ছ্ৰীয়ন্তাং সমন্তাৎ স্ফুৰদৰুণময়াঃ শ্ৰেণয়ঃ তোৰণানাং ধূয়ন্তাং সৌধমূৰ্দ্ধস্বমৰপতিধনু ধামচিত্ৰাঃ পতাকাঃ ২।১৫ ( মূলৰ পাঠ )

সূত্ৰ—ঐচন প্ৰকাৰে মহামোহ প্ৰৱেশ হুয়া বোল।

মহামোহ—অহো মন্দমতি মনুষ্যসবে উদণ্ড হুয়া জগত বঞ্চিল, আমাকো বঞ্চিল, যাতো দেহা ভিন্ন আত্মা যদি থাকে, মূৰ কাটিলে কেনে পুনু নোলায়? আৰ অঙ্গ অবয়ব সবাৰো কোনো ভেদ নাই তথাপি মূৰ্খসবে ব্ৰাহ্মণ-ক্ষত্ৰিয়াদি ভেদ বুদ্ধি কৰে। যি বস্তু নাই, তাকে সত্য দেখে, আকাশে কুসুম লেখে, মিছা প্ৰমাণে আস্থা। প্ৰত্যক্ষই প্ৰমাণ, পঞ্চভূতেই কৰ্ত্তা, অৰ্থকামেই পুৰুষাৰ্থ। পৰলোক নাহি।

সূত্ৰ—ঐচন বুলি ৰাজা একপাশে ৰহল। তদনন্তৰে চাৰ্ব্বাক সশিষ্যে যৈচে প্ৰৱেশল তা দেখহ, শুনহ।

## গীত

ৰাগ? পৰিভাল

আৰে চাৰ্ব্বাক শিষ্যগণ সঙ্গে।
হাতত ... ... ॥
ত্ৰিদণ্ড গাৱে কৃষ্ণ দুই বস্ত্ৰ।
বেশ্যাসঙ্গ ৰাঙ্গৰঙ্গা কান্ধে নবসূত্ৰ ॥ (১০) ॥

সূত্ৰ—ঐচন প্ৰৱেশ হুয়া শিষ্যগণক সম্বুদ্ধি বোলয়।

পয়াৰ

শুন শিষ্যগণ কৰি সাৱধান
অৰ্থশাস্ত্ৰ বিদ্যা জানিবা প্ৰধান।
কৰ্ত্তা, ক্ৰিয়া, যজ্ঞদ্ৰব্য বিনাশে যদ্যপি
পৰলোকে গতি হৱে কৰ্ত্তাৰ তথাপি
অগ্নিকাণ্ডে দগ্ধ বৃক্ষে ফলধৰে তেবে



পৰোক্ষ ... ... ... ... ॥
মৃতক শ্ৰাদ্ধত যেবে তৃপ্ত হৱে মৃত
নিৰ্ব্বাণ প্ৰদীপ তেবে ... ... ॥
মৃতক গৰুৱে কেনে নখায় ঘাস।
নিয়ম সংযম ... ... ... ... ॥ (১১)

সূত্ৰ—ঐচন বচন শুনি শিষ্যে বোল।

শিষ্য—অঞ্জে, যদি এহু পুৰুষাৰ্থ, তেবে লোকসব ঘোৰতৰ কঠোৰ ব্ৰত কেনে কৰে?

চাৰ্ব্বাক—ধূৰ্ত্তসবে আশামোদক দেখাই মূৰ্খসবক ছলনা কৰে।......।

সূত্ৰ—ঐচন নানা বাক্যে আলাপিল। তদনন্তৰে মহামোহক দেখি চাৰ্ব্বাক নমিল। ৰাজা কলিৰ কুশল পুছল। কলিৰ কুশলমঙ্গল কহি চাৰ্ব্বাক বোল।

চাৰ্ব্বাক—ৰাজন, তোমাৰ প্ৰসাদে সৰ্ব্বতীৰ্থ জিনিলো বেদপথ নাশিলো, কিন্তু বিষ্ণু ভক্তিক জিনিবে নাপাৰিলো।... ...।

সূত্ৰ—তদনন্তৰে উৎকল দেশৰপৰা অবিনয় নাম দূত প্ৰৱেশল।

দূত—মহালাৱ, এথ্‌ হামু উৎকল দেশহন্তে আৱলু। ... ...। ইদং লেখা চায়হু (?)।

সূত্ৰ—তদনন্তৰে ৰাজা লেখা পঢ়ল। শ্ৰীশ্ৰীযুত বাৰানসী স্থিত মহাৰাজা মহামোহদেৱতাৰ চৰণত প্ৰণামপূৰ্ব্বক নিবেদনমিতি—সমাচাৰ এহি। ইঠাৰত সৰ্ব্বথা মঙ্গল, কিন্তু বিবেকৰাজাৰ দূতী শ্ৰদ্ধা ও শান্তি উপনিষদ দেবীৰ সঙ্গে বিবেকৰাজাৰ সংযোগ ঘটাইতে সৰ্ব্বথা সচেষ্ট। আৰ লোকত... ...।

*   *   *

ঐচন লেখা পঢ়ি ক্ৰুদ্ধ কৰি ৰাজা বোল।

মহামোহ—আঃ মঞি জীৱৎ থাকন্তে কেনে শান্তিক ভয় কৰিতে আছে? ৰজোগুণী বিধাতা বিশ্বস্ৰজি শান্তি নলভিল, বিষ্ণু-ৰুদ্ৰ ভাৰ্য্যসঙ্গে

শান্তি নলভিল। ব্রহ্মা-বিষ্ণু-রুদ্র যিহেতু শান্তি নলভিল আন কিমতে শান্তি লভিব ? নিষ্কাম ধৰ্ম্মক মাৰণ উপায় চিন্তা কৰোঁ।

সূত্—ৰাজা শান্তিৰ মাৰণ-উপায় চিন্তল

পয়াৰ

মনত গুণন্ত মহামোহ ৰায়।
কিমতে অথিৰ কায়॥
গুণিয়া মনত কৰিল থিৰ
শান্তিবধে দক্ষ ক্ৰোধলোভ বীৰ॥
দ্বাৰীক সম্বধি বুলিলা বাণী।
ক্ৰোধলোভ বীৰ আগে দেহ আনি॥
দ্বাৰীমুখে শুনি দুয়ো ... ... মানী।
* * * * ॥
দুহাঙ্কো ডাকি আমি দ্বাৰপাল।
দেৱ, এহু দুয়ো জনায় সকল॥
শান্তিবধে দুয়ো গৈলা সভাৰ্য্যা
দুহাঙ্কো পঠাই নপাইলা শান্তি।
নাস্তিকাক বীৰে অনাইলা মাতি॥
শ্ৰদ্ধাক মাৰিলে মাতৃ-বিয়োগে।
মৰিব শান্তি আপুনি শোকে॥
শ্ৰদ্ধাবধ... ... ...
শুনিয়া বচন মহামোহ মানী॥
পঠাই বিভ্ৰমৱতী... ... ...।
হৰি হৰি বোল সমস্ত লোক॥ (১২)

সূত্ৰ—তদনন্তৰে মিথ্যদৃষ্টি প্ৰৱেশ হুয়া বিভ্ৰমৱতীক সম্বুধি বোল।

মিথ্যা—হে সখী, মহামোহক সঙ্গে চিৰকাল সাক্ষাৎ হয় নাহি, জোনো ক্ৰোধে কৰে এমত শঙ্কা হয়।



সূত্ৰ—ঐচন শুনি বিভ্ৰমৱতী বোল।

বিভ্ৰম—অঞ্ৰে, ওহি শঙ্কা নাহি কৰবি। ... ...

* * *

সূত্ৰ—ঐচন প্ৰকাৰে আলাপ কৰি ৰাজাৰ সমীপ গৈল। ৰাজা আলিঙ্গন কৰি আশ্বাসিয়া বোল।

ৰাজা—আহে মিথ্যা, শ্ৰদ্ধাদেৱী উপনিষদবিবেকৰ সঙ্গকৰাইতে দূতী হৈয়াছে। তাইক ধৰি বান্ধি পাষণ্ডৰ হস্তে সমৰ্পন কৰ।

সূত্ৰ—ঐচন আদেশ পাই কুৰুক্ষেত্ৰে যাই মিথ্যা ভৈৰবিণী বেশে এক-হাতে শ্ৰদ্ধা অন্য হাতে ধৰ্ম্মক ধৰি শগুণীহেন আকাশত গৈল। তৈতে শ্ৰদ্ধাৰ আৰ্ত্তনাদ শুনি বিষ্ণুভক্তি ক্ৰোধদৃষ্টিয়ে নিৰীক্ষিতে ভয়তে মিছা (মথ্যা) পৰি চূৰ্ণাকৃত হুই মৰল। শ্ৰদ্ধা এৰাই বিষ্ণু-ভক্তিৰ সঙ্গে বিবেকৰ পাশে চলল।*

* * *

তদনন্তৰে মতৃক বিচাৰি কৰুণা সমে শান্তি যৈচে প্ৰৱেশল তা দেখহ।

## গীত

কৰুণা শান্তি কৰ পৰবেশ
মাতৃৰ বিয়োগে-শোকে তনুতাপক্লেশ।
সবিষাদ মুখদেবী ঘনে পৰে নীৰ
প্ৰৱেশ কৰয় দেৱী মাতৃৰ মন্দিৰ।
নেদেখি মাতৃক শান্তি কৰে নানা শোক
হৰি হৰি বোল ঘনে সামাজিক লোক॥ (১৩)

সূত্ৰ—মাতৃক নেদেখি শান্তি বিলাপ কৰিতে লাগল।

---

*মূল নাটৰ এইখিনিতে দ্বিতীয় অঙ্ক শেষ হৈছে।

## মুক্তাৱলী

হা হৰি হৰি লগৰ সৈতাৰি,
মোক ঐত এড়ি কৈক গৈলা ;
বিবেকৰাজক গৈলি এড়ি তক্ৰি আই ।
দেৱদ্বিজ জাতি যাহাৰ পীৰিতি,
এভোতান মোৰ··· ··· ···
যেহেন চাণ্ডালভবনে কপিলী গাই ॥
সময়ত স্নান··· ··· ···কমনে ভোজন,
× × গমন এ,
নকৰা জননী তিলেক নেদেখি মোক ।
বিধাতা বাঞ্চিল··· ··· ···মৰিল এ
মোহোৰ ইহেন দাৰুণ শোকে ॥
চিতাসাজি মোক শীঘ্ৰে দিয়ো মোক এ
যাতনাক ছাড়ি মৰি যাওঁ যমপুৰী ।
দিয়া হৃদিশাল অধমচণ্ডাল, পাপীযমকাল
মাতৃৰ সঙ্গক বঞ্চিত কৰিল··· ··· ··· ॥

সূত্ৰ—ঐচন শান্তিৰ বিলাপ দেখি করুণা বোল । (১৪)

করুণা—আহে প্ৰাণসখী, এমত বিলাপ কৰিতে উচিত নহে, স্বস্থ হব । মহামোহ ভয়ে শ্ৰদ্ধা মাই পলাই কুন ঠাই কিবা আছয় বিচাৰো ।

সূত্ৰ—ঐচন শুনি শান্তি বোল ।

শান্তি—হে সখি, চাৰিও আশ্ৰম বিচাৰি বাৰ্ত্তাক নপাইলো ।

করুণা—হে সখি, যদি সাত্ত্বিকী শ্ৰদ্ধা আই হৰে, কৈতো ঈদৃশ বিপত্তি (?) ··· ··· ।

সূত্ৰ—ঐচন শুনি শান্তি বোল ।

শান্তি—হা সখি, বিধাতা বক্ৰ ভৈলে সতীৰো দুৰ্গতি মিলে । দেখ, জনকাত্মজা সীতা ৰাৱণগৃহে কাল বঞ্চিতে হৈয়াছে, বেদমাতাক



দানবে পাতালক নিলা । চিত্ৰৰথ ঋউ মদালসা পাতালকেতু দৈত্য বলাৎকাৰ কৰি হৰণ কৰিলা । তথাপি থানে থানে চাইবো ।

সূত্ৰ—ঐচন বুলি যাইতে দিগম্বৰক দেখি করুণা বোল

করুণা—হে সখি, ওহি-ৰাক্ষস, ইথানে আসিছি ।

শান্তি—ওহি ৰাক্ষস নুহি, পিশাচ নুহি । মহামোহক অনুচৰ দিগম্বৰ সন্ন্যাসী ।

সূত্ৰ—তদনন্তৰে যৈচে দিগম্বৰ প্ৰৱেশল তা দেখহ, শুনহ ।

## গীত

বিকৃত বদন তনু ভয়ঙ্কৰ বেশ ।
বিমুকুত কেশপাশ উলঙ্গট দেহ ॥
মলিন শৰীৰ হাতে শূল আছে ধৰি ।
মলময় দেহ অজীন মস্তকপ্ৰসাৰী ॥
কিঞ্চিতেক বেদমত নাহি আচৰণ ।
মহীন্দ্ৰবদতি হৰি কৰা উচ্চাৰণ ॥ (১৫)

ঐচন বেদ-উচ্ছাদী জীৱাত্মাবাদী দিগম্বৰ প্ৰবেশ হুয়া বোল ঃ

**পয়াৰ**

নমো নমো··· ··· ।
প্ৰদীপস্বৰূপ জীৱাত্মা দেহত ॥
মনোময় দেহত কেমন স্থান ।
··· ··· সদায় নিৰ্ম্মল থান ॥ (১৬)

সূত্ৰ—ঐচন দিগম্বৰ জীৱাত্মাক মোক্ষ সুখদাতা ··· ··· । তদনন্তৰে শ্ৰদ্ধাক সম্বুধি মাতল । দিগম্বৰ বোল ।

দিগম্বৰ—অলে প্ৰিয়ে, শ্ৰদ্ধে শীঘ্ৰং আয়চ্ছ, সত্ত্বৰং ।

সূত্ৰ—তদনন্তৰং দিগম্বৰেশ্বৰী কঙ্কালে ত্ৰিকম্বৰী শ্ৰদ্ধা প্ৰৱেশ হুয়া স্বামীৰ আজ্ঞা মানল। দেখি শান্তি মূৰ্চ্ছিত ভেল। কৰুণা আশ্বাসি বোল।

কৰুণা—সখি, স্বস্থ হৱ, তোমাৰ মাতা সাত্বিকী শ্ৰদ্ধা, এহু তামসী শ্ৰদ্ধা এভো অন্য আনে চলহ।

সূত্ৰ—তদনন্তৰে বুদ্ধাগম যৈচে প্ৰৱেশল তা দেখহ।

## গীত

### ৰাগ-গৌৰী

আৱে বুদ্ধাগম ভিক্ষুকৰ সম
হাতত পুস্তক ধৰি
গাছে যেন ঠানি ওলমিছে কাণি
ৰক্ত বস্ত্ৰ গাৱে উৰি ॥
আউৰ হাতে দণ্ড মুণ্ডিত কুমুণ্ড
মুখে লম লম দাড়ি।
কুৰূপ কুৎসিত শিষ্য সমন্বিত
* * *
দ্বিজ অল্পমতি মহেন্দ্ৰ বদতি
কৃষ্ণপদ মনে ধৰি
সামাজিকলোক আপদ খণ্ডোক
ডাকি বোলা হৰি হৰি ॥ (১৭)

সূত্ৰ—ঐচন বেদ-উচ্ছাদী মৰণ পৰ্য্যন্তে দেহ-আত্মাবাদী বুদ্ধাগম প্ৰৱেশ হুয়া যা বোলল তা শুনহ।

বুদ্ধাগম—বাসনামুক্ত বুদ্ধিত জ্ঞানাত্মা প্ৰকাশয়। সাধু বুদ্ধধৰ্ম্ম, যাত বেশ্যাসঙ্গেৰঙ্গে ৰাত্ৰিযাপন ধৰ্ম্ম বিৰুদ্ধ নহে। ভো ভো গৃহস্থসৱ, ভিক্ষুকসৱ বুদ্ধৰ বাক্য শুনহ। হামুলোকৰ সুখ-দুখ দেখিতে পায়াছি। দেহ-আত্মা থিৰ নুহি, ভিক্ষুকদ্বাৰা হৰিব গৃহীৰ পত্নী।



সূত্ৰ—ঐচন শাস্ত্ৰবচন ... ... ।

বুদ্ধাগম—আহে প্ৰাণেশ্বৰী শ্ৰদ্ধা, শীঘ্ৰে আৱত।

সূত্ৰ—তদনন্তৰে ভিক্ষুণীৰ বেশে শ্ৰদ্ধা প্ৰৱেশহুয়া বুদ্ধাগমৰ আজ্ঞা মানি প্ৰস্থান কয়ল। তান কৰুণা এহো তামসী শ্ৰদ্ধা বুলি শান্তিক পূৰ্ব্ববতে স্বস্থ কৰল। তদনন্তৰে ক্ষপণকৰ পুনঃ প্ৰবেশ ভেল।

## গীত

প্ৰৱিশতি ক্ষপণক মলপঙ্কদেহা
হাতে ... ... ...
অৰ্হ'ত সেৱক একে দেহ-আত্মাবাদী
হাতে পাঁজিপুথি × ×
মহেন্দ্ৰ বদতি বোলা গুৰুপদ ধৰি
খণ্ডোক বিঘিনি ডাকি বোলা হৰি হৰি। (১৮)

সূত্ৰ—তদনন্তৰে ভিক্ষুকক সম্বোধি ক্ষপণক (দিগম্বৰ) বোল।

ক্ষপণক—অলে ভিক্ষুৱা, কেনে প্ৰলাপিছ ? পণ্ডিতনয় কথা কেনে নোবোলস ?

সূত্ৰ—ঐচন শুনি ভিক্ষুক বুদ্ধাগম বোল।

ভিক্ষুক—কেনে ক্ৰোধ কৰা ? শাস্ত্ৰৰ কথা জিজ্ঞাসা কৰিবো।

ক্ষপণক—অলে ভিক্ষুৱা, কথা পুছু ... ...

সূত্ৰ—ভিক্ষুক বোল।

ভিক্ষুক—অৰে পাপী, হামাৰি কুলত মুক্ত পুৰুষ এক জন্মিছি ; সে বাসনামুক্ত হৈবাৰ শিখা দিয়াছে। সে সৰ্ব্বজ্ঞ বুদ্ধৰূপে প্ৰসিদ্ধ হৈয়াছি।

ক্ষপণক—অলে মূৰ্খ, যদি বুদ্ধ সৰ্ব্বজ্ঞ বুলি আপুনাক প্ৰকাশ কৰিছে তেবে হামু সৰ্ব্বজ্ঞ। তোহোৰ সাত পুৰুষ হামাৰ দাস যাস।

সূত্ৰ—ভিক্ষুক বোল।

ভিক্ষুক—আঃ পাপ পিশাচ, তুমহাৰি হামু কি দাস? ...... মনে অজ্ঞ বুদ্ধিয়ে দৃষ্টান্তে দেখলু।

সূত্ৰ—ঐচন নানা অসৎ আলাপ অন্যো-অন্যে কয়ল। সিদ্ধান্তক নপাই যাইতে সোম সিদ্ধান্তক দেখি ৰহল। তদনন্তৰে যৈচে সোম সিদ্ধান্ত প্ৰৱেশল তা দেখহ, শুনহ।

## গীত

### ৰাগ-আসোৱাৰী

আৰে সোমসিদ্ধান্ত অন্তক প্ৰায়।
হাতে নৃ-কপালৰ পাত্ৰ দেখিতে সুহায়॥
শ্মশাননিবাসী আস্থিমালাধাৰী।
ভৈৰৱ ভকত নৰমাংসাহাৰী॥
কাপলিকৰূপ দেখি ভয়ঙ্কৰ।
সৰ্ব্বলোকে হৰি বোলা বাৰম্বাৰ॥ (১৯)

সূত্ৰ—ঐচন প্ৰৱেশ কয়া কাপালিকক সম্বুধি দিগম্বৰ ক্ষপণক বোল।

ক্ষপণক—হে কাপালিক, কেমন তুৱা ধৰ্ম্ম?

সূত্ৰ—কাপলিক বোল

কাপালিক—অৰে দিগম্বৰ, হামাৰ ধৰ্ম্ম শুনহ। মনুষ্যমাংস মদ্যশোণিত সহ ভৈৰৱীত পুজো, ভুঞ্জো।

সূত্ৰ—ঐচন শুনি কৰ্ণ ঢাক ভিক্ষুক বোল।

ভিক্ষুক—আহো, কি ভয়ানক। ...... ।



মৈত্ৰী—হে সখী, কেনে হামাক নাহি দেখা?

সূত্ৰ—ঐচন শুনি শ্ৰদ্ধা বোল।

শ্ৰদ্ধা—হে সখী আই, গাৱত চূৰ্ত্তি নাই, ... ... ...। বিষ্ণু ভক্তিৰ প্ৰসাদে নমৰি এই জন্মে তুৱা মুখ দেখিলো। সাৱটি ধৰ, ঐ পখী, ।

সূত্ৰ—শ্ৰদ্ধাক সাৱটি ধৰি মৈত্ৰী বোল।

মৈত্ৰী—অয়ে সখী, বিষ্ণু ভক্তি ভৈৰৱীক জিনি তাৰ প্ৰভাৱ নষ্ট কৰিছি, ভয়ে কাঁপিছা কেনে?

শ্ৰদ্ধা—হে সখী' ঘোৰ মূৰ্ত্তি ধৰি লোল জিহ্বা মেলি একহাতে আমাৰ দুই পাৱে অন্য হাতে ধৰ্ম্মক ধৰি শগুণী হেন দেও কৰি আকাশক নিল। তৈৰ পৰা মোৰ আৰ্ত্তনাদ শুনি বিষ্ণু ভক্তি কটাক্ষ কৰি চাইলা, তেখনে ভূমিত পৰি চূৰ্ণাকৃত হুই ৰজ্ৰৰ ন্যায় পৰিলা।

সূত্ৰ—ঐচন শুনি মৈত্ৰী বোলা।

মৈত্ৰী—সখী, ভাগ্যেসে জীলা। এভো কৈক যাইবা প্ৰাণসখী? তাৰ পৰ বিষ্ণু ভক্তি দেৱী কি কাৰ্য্য কৰিল।

শ্ৰদ্ধা—বিষ্ণু ভক্তি দেৱী যুদ্ধৰ উদ্যোগ কৰাইবে বিবেক ৰাজাৰ থানে পাৱল। × ×।

সূত্ৰ—ঐচন শুনি মৈত্ৰী বোল।

মৈত্ৰী—প্ৰিয় সখী, আমিও মহন্তৰ হৃদয়ত বিষ্ণু ভক্তিৰ আজ্ঞায়ে মুদিতা, অনুকম্পা আৰ উপেক্ষা তিনি ভগিনীক সঙ্গে লৈয়া প্ৰৱৰ্ত্তিবো।

সূত্ৰ—ঐচন শ্ৰদ্ধা যাই সকল বৃত্তান্ত কৈলত তপ এৰি কোপিত হুয়া যৈচে বিবেক প্ৰৱেশ কয়ল তা দেখহ, শুনহ।

#### শ্লোক

শ্ৰদ্ধামুখবিনিশম্য বিপক্ষ ... ...
× × × ×॥ ৬॥

## গীত

**ৰাগ ধনশ্ৰী**

কয়লি প্ৰৱেশ বিবেক ৰায়
সঙ্গে চলে গজবাজী ৰণবাদ্য বায়।
শ্ৰদ্ধামুখে মহামোহজয় শুনি আছে।
× × × × ॥
... বাদ্যভণ্ড নাদ উৰুলি আন্দোল।
বিবেকৰ হৌক জয় কৰ হৰি বোল ॥ (২৩) ॥

সূত্ৰ—ঐচন প্ৰৱেশ কয়ে বিবেকৰাজ বোল।

বিবেক—আঃ পাপ মহামোহ, আপুনি নষ্ট ভৈলি, জগতকো ধ্বংস কৰিবে চাৱ। আনন্দ অমৃতসাগৰে থাকিতেও সংসাৰ মৃগতৃষ্ণার্ণৱজলে স্নানপানাদি কৰি, নিমজ্জিত হুয়া আপুনাক নষ্ট কৰিছি। হামাৰি সহায় বিষ্ণু ভক্তি হৈবেক, কি ভয়? যুদ্ধক সাজহ। প্ৰথমে মহামোহৰ সহায় কামক্ৰোধক জিনিতে লাগে। সেহিসে নিমিত্তে বস্তুবিচাৰক আনহ।

সূত্ৰ—ঐচন আজ্ঞা পাই দ্বাৰী যাই বস্তুবিচাৰক আনল। দ্বাৰী যাই ৰজাক জনাৱল। দ্বাৰী বোল।

দ্বাৰী—আহে নৰেশ্বৰ, এহু তুহাৰি কিঙ্কৰ বস্তুবিচাৰ, যে আজ্ঞা কৰহ।

বিবেক—আহে বস্তুবিচাৰ, মহামোহ সমে হামাৰ ঘোৰ সংগ্ৰাম মিলল। তাৰ পাত্ৰ দুৰ্জ্জয় কাম, তাহাক জিনিতে লাগে।

সূত্ৰ—ঐচন শুনি বস্তুবিচাৰ বোল।

বস্তুবিচাৰ—আঃ মহাৰাজ, তোহাৰি কৃপাই অধমক শত্ৰু জিনিতে কিছু শ্ৰম নলাগে। সাৰবস্তু দেখাই অসাৰ বিষয়ত ইন্দ্ৰিয় বৃত্তিনিৰোধ কৰাইবো।



সূত্ৰ—ঐচন নানা আলাপ কৰল। তদনন্তৰে কাপালিকৰ সঙ্গে কাপালিকৰূপধাৰী শ্ৰদ্ধাক দেখি শ্ৰদ্ধা-শান্তি মূৰ্চ্ছিত ভেল। কৰুণা এহু ৰাজসী শ্ৰদ্ধা বুলি স্বস্থ কৰল। × × তদনন্তৰে ভিক্ষুক ক্ষপণক কাপালিকৰ শিষ্য ভৈল। ৰাজসিকী শ্ৰদ্ধা তানে মদ্য খুৱাইল। সবো মিল হুয়া ৰহল। তদনন্তৰে কাপালিক ভিক্ষুক-ক্ষপণকক জিজ্ঞাসি পুছন্ত।

কাপালিক—অৰে ক্ষপণক, মহামোহৰ শত্ৰু সাত্বিকী শ্ৰদ্ধা, নিষ্কাম ধৰ্ম্ম কৈত আছে ক্ষপণক।

**শ্লোক**

নাথি জলে নাথি থলে নাথি গিৰিগঅনতলে
নাথি পাতালে, বিন্নু ভত্তীয়ে সহিদা অথি হিঅএ মহপ্পাণম ॥ ৫

কৰুণা—এমতে শ্ৰদ্ধা ভক্তি সঙ্গে আছয়। এমন বাৰ্ত্তা পাই ই সৱ চৰিত বিষ্ণু ভক্তিত × ×।

সূত্ৰ—আহে সামাজিকলোক, বিৰকতিৰ নিমিত্ত কাম ক্ৰোধাদিৰ চাৰিবিধ পাষণ্ডৰ ধৰ্ম্মকৰ্ম্ম দেখু।* তদনন্তৰে যৈচে মৈত্ৰী প্ৰৱেশ কয়ল তাহে দেখহ, শুনহ।

* মূল নাটত তৃতীয় অঙ্ক ইয়াতে শেষ হৈছে।

## গীত

**ৰাগ**

উপেক্ষা মুদিতা-অনুকম্পা তিনি
বহিনী চলতি সঙ্গে ৰঙ্গে কৰি
মদন... × × ।

বিষ্ণুভক্তি বলে চলে চাৰিও যুৱতী
ৰাম ৰাম বোলা হৌক সবে শুদ্ধমতি ॥ (২০)

সূত্ৰ—তদনন্তৰে মৈত্ৰী সাত্ত্বিকী শ্ৰদ্ধা সখীক স্মৰি যৈচে বিলাপ কৰয় তা দেখহ ।

লেচাৰী—হা গুণনিধি শ্ৰদ্ধাসখী,
× × × ।
ৰাখিলা তোহাক বিষ্ণুভক্তি দেৱী আই
শুনিছো মুদিতা সখীমুখে
× ×
কৈসানি দেখিবো তোৰ মুখচান্দ প্ৰায় ॥ (২১)

সূত্ৰ—ঐচন লোকত প্ৰবৰ্ত্তি শ্ৰদ্ধাৰ বাৰ্ত্তাক পুছি ভ্ৰমিতে লাগল । তদনন্তৰে যৈচে শ্ৰদ্ধা প্ৰৱেশল তা শুনহ ।

## গীত

**ৰাগ ধনশ্ৰী**

শ্ৰদ্ধা সতী স্বস্থ প্ৰাণ পুত্ৰী
সংসাৰ তাৰিণী দেৱী জগতপবিত্ৰী
× × × ।
শোকে দুখে ভোকে অপমানে কৃশ দেহ
মহাভৈৰবীক স্মৰি কম্পমান কায়া ।
হৰি হৰি স্মৰা মূঢ় দ্বিজে গায়া ॥ (২২)

সূত্ৰ—ঐচন প্ৰৱেশ হুয়া চৌপাশে চায়া শ্ৰদ্ধা বোল ।

শ্ৰদ্ধা—হামাৰ সখী মৈত্ৰী হেন দেখো, কিন্তু ভয়ঙ্কৰী ভৈৰৱীক স্মৰি এখনো মেৰি বুক কাম্পে ।

সূত্ৰ—ঐচন শুনি মৈত্ৰী বোল ।



মোহৰাজক গৈলা খেদি অৰ্গনি পৰায় ॥
দুয়ো শৰ প্ৰহাৰন্ত ... ... ।
খাণ্ডা ধৰি যুঝে দিয়া বাৰু ছাট ।
গদায়ে গদায়ে ক্ষণো কোবাই ঝাট ঝাট ।
... ... দুয়ো কৰি জৰাজৰি ।
মূৰ্চ্ছা যাই কতো ধৰণীত থাকে পৰি ॥
ছেগ পায়া মোহৰায়ক ... ... ।
শিঙ ভাঙা বৃষ যেন দিলন্ত লৰৰ ॥
পাষণ্ড যুদ্ধত ঘটি গৈলা অঙ্গ-বঙ্গ ।
নিগম শাস্ত্ৰৰ বলে বৌধশাস্ত্ৰকৈলা ভঙ্গ ॥
মহন্ত বিৰোধী মোহ সৈন্য ভৈলা ক্ষয় ।
সৈন্যৰ শোণিতে খৰ নদী বহি যায় ।
তা'তে চড়ি ধৌত ছত্ৰগণে কৰে কান্তি ।
চড়িয়া ফুৰয় যেন ৰাজহংস পান্তি ॥
... ... ... মেৰি ।
ভকতবৎসল দীনদুখহাৰী হৰি ॥ (২৫)

সূত্ৰ—ঐচন যুদ্ধ জয় কৰি মহামোহক জিনিল । সাৰথি বেগে ৰথ ডাকিল । তদনন্তৰে নিত্যানন্দ বাৰানসী নগৰী দেখল । তদনন্তৰে গঙ্গাপ্ৰৱাহ অলংকৃত ধ্বজপতাকাদি মণ্ডিত বিষ্ণুৰ আশ্ৰম দেখল, তথা প্ৰবেশ কৰি যৈচে নমিল তা দেখহ, শুনহ । হৰি বোল হৰি ।

**ভটিমা**

জয় জয় ভগবান সুৰশিবভূষণ ভূষিত অৰবিন্দ ।
... ... ... ভৱবন্ধ নাশক পুৰুষ আনন্দ ॥
জয়তি বৰাহৰূপ দশনশিখৰ ধৃত ধৰণী ... ...
জয়সুৰকাৰণ ধৰৰূপ বামন লঙ্ঘিত চৰণ ব্ৰহ্মাঅণ্ড ॥
জয় ভুজবলধাৰণগিৰিগোবৰ্দ্ধন বৰ্দ্ধিত গোকুল বৃষবৎস ॥
জয় ভয়াকুল, গো গোপ গোকুল ৰক্ষ ... ... ।

সুৰবিপ্ৰবধূশিৰসিন্দূৰমাৰ্জন শুচি ... ... ... অৰ্দ্ধ ।
জয় দৈত্যহৃদয় বিদাৰণ ... ... ... ত্ৰিভুবন বৰ্দ্ধ ॥
জয়ৰিপুকৈটভ, অস্থিঘৰ্ষশুভ, সুদৰ্শন দৰ্শন ... ... ।
... ... ভক্ত সদাশিৱ সাধিত প্ৰীতি অনন্ত ॥
জয়মন্দৰমন্থিত সাগৰ ... ... সেৱ ।
জয় অতিসুন্দৰ, মুক্তামণিহাৰ, মণ্ডিতকণ্ঠ বৈকুণ্ঠদেৱ ॥
সজলজলদশ্যাম ... ... ... চৰণে কৰো প্ৰণাম ॥ (২৬)

সূত্ৰ—ঐচন প্ৰকাৰে স্তুতি কৰি মহামোহক জিনি বিষ্ণুক চিনি ... দিয়া ৰহল ।* তদনন্তৰে শ্ৰদ্ধা প্ৰৱেশল । শ্ৰদ্ধা বোল ।

## পয়াৰ

**ৰাগ-কামোদ**

ক্ৰোধে বন্ধু কুল নাৰী ।
লাগি সবে গৈলি এৰি ॥
সবাৰে একেসে বাপ ।
এতেকে মনৰ তাপ ॥
গিৰি নদী সিন্ধু মহী ।
কালে নিব সব দহি ॥
চাৰ নৰতনু ইটো ... ।
হৃদয়ৰ বন্ধুবধমন্যু ॥ (২৭)

শ্ৰদ্ধা—ঐচন বিলাপ কয়ে শ্ৰদ্ধা মনে বিষ্ণুভক্তিৰ আজ্ঞা মনে কয়ল । বিষ্ণুভক্তি আজ্ঞা কহিছিলা—হামাক ৰণবাৰ্ত্তা জনাইবা । ইথানে মঞি ক্ৰূৰহিংসা চাহিতে নপাৰি ।' এহি কহি দেবী শালগ্ৰামক্ষেত্ৰে গৈলা । এভো মঞি বাৰ্ত্তা কইবে যাঞু ।

* এইখিনিতে মূল নাটৰ চতুৰ্থ অঙ্ক শেষ হৈছে ।



সূত্ৰ—ঐচন বচন শুনি ৰাজা সাধু সাধু বুলি প্ৰশংসিল । ঐচন প্ৰকাৰে ক্ৰোধক জিনিতে ক্ষমা, লোভক জিনিতে সন্তোষক নিয়োগ কয়ল । তদনন্তৰে কীৰ্ত্তিবৰ্ম্মা ৰাজা মায়াসঙ্গ চাড়ি দিব্যৰূপ ধৰি বিবেকৰ আগে স্থিত হুয়া বোল ।

কীৰ্ত্তিবৰ্ম্মা—আহে মহাৰাজ, সামগ্ৰী ভৈল যুদ্ধ সাজ, দৈৱজ্ঞে কয়ল শুভক্ষণ মিলল ।

সূত্ৰ—ঐচন বচন শুনি বিবেক বোল ।

বিবেক—আহে কীৰ্ত্তিবৰ্ম্মা, যদি সৈন্য ও শুভক্ষণ মিলল তব মেৰি ৰথ আনহ, সেনাপতিসৱ যাৱ ।

সূত্ৰ—ঐচন আজ্ঞা পাই দ্বাৰী × × । তদনন্তৰে পৌৰজনসবে যাত্ৰাপথত মঙ্গলবিধান কয়ল । প্ৰথমে সেনাপতি যাৱত । সাৰথি ৰথ যোগাৱল ৰাজা মঙ্গল কৰি ৰথে চড়ল । সাৰথি ৰথ বেগ দেখাৱল । যৈচে চলল, তা দেখহ, শুনহ ।

## গীত

**ৰাগ নাট, পৰিতাল**

ৰথে চড়ি বিবেকৰে, পাত্ৰমন্ত্ৰীসঙ্গেৰে
শঙ্খ বেণু বাৱত নাচত, গাৱত নাচত, হাসত ৰঙ্গেৰে ॥
দেখিতে আতি সুবেশৰে ... ... ... ।
কিৰীটি কুণ্ডলধাৰী......বায়ুবেগে প্ৰৱেশেৰে ।
কৰা ঘনে ঘনে হৰি হৰি গীতিৰে ॥ (২৪)

সূত্ৰ—ঐচন প্ৰকাৰে বাৰানসী ৰণভূমিত প্ৰৱেশহুয়া মহামোহৰ নানা নৈয়ায়িক দৰ্শনক দূত প্ৰেৰণ কয়ল । নৈয়ায়িক (ন্যায়) দৰ্শন মহামোহৰ সমীপ যাই যা বোলল তা শুনহ ।

নৈয়ায়িক—আৰে অধম পাপ, মহামোহ ৰাজা, শ্ৰীবিবেক ৰাজাৰ তেজ × × ই বিষ্ণুক্ষেত্ৰ, পুণ্যতীৰ্থ আৰ সাধুৰ চিত্ত এৰি ত্বৰিতে সৈন্যানুচৰ, সহিতে ম্লেচ্ছ দেশে যাৱ, অন্যথা তোমাৰ ৰক্ত কাকগৃধ্ৰ শৃগালে পাণ কৰিবে। শীঘ্ৰ এহি স্থান ছাড়হ, ছাড়হ।

সূত্ৰ—ঐচন শুনি মহামোহ পাষণ্ডাদি সহিত সতৰ্ক কামক্ৰোধাদি সৈন্য পাচল। তদনন্তৰে বিবেক ঋক্‌বেদাদি সহিত সৰস্বতীক পঠাৱল। বৈষ্ণৱ, শৈৱ সাৰস্বতাদি আগম শাস্ত্ৰ ... ...। তদনন্তৰে যৈচে যুদ্ধ কয়ল তাহে দেখহ, শুনহ।

## গীত

যুদ্ধ লাগিলেক বিবেক-মোহৰ।
যুদ্ধ লাগি আসে যত ... ... ॥
যুঝো দেবাসুৰে যেন আসি ধৰণীক
অস্ত্ৰ-শস্ত্ৰ ধৰি ... ...।
মহাক্ৰোধে দুইদলে কৰন্ত সমৰ।
মীমাংসা দেবীয়ে বলে ধৰিয়া মুদ্গৰ॥
কুতৰ্ক নাস্তিক সমে কৰন্ত সমৰ।
কামদেৱ সমে যুঝে বস্তুৰ বিচাৰ॥
দুয়ো পৰশ্ৰমি শৰ কৰন্ত প্ৰহাৰ॥
... ... ক্ৰোধ হিংসাগণ।
অস্ত্ৰ-শস্ত্ৰ খাণ্ডা ধৰি কৰে ঘোৰ ৰণ॥
লোভতৃষ্ণা দুয়ো মহা ...
কৰন্ত সন্তোষ সমে ধৰি ধনুশৰ॥
ঘোড়াএ ঘোড়াএ যুঝে ৰথে ৰথে হস্তী।
কৰন্ত সমৰ ঘোৰ পদাতি পদাতি॥
সেহি বেলা হৰিস্মৰি বিবেক মহাৰায়।



সূত্ৰ—তদনন্তৰে শান্তিসমে মলিন বদনে বিষ্ণুভক্তি যৈচে প্ৰৱেশ কয়ল তা দেখহ, শুনহ।

## গীত

আৱে বিষ্ণুভক্তি কয়ো পৰবেশ।
শোক দুখ চিন্তায়ে মলিন ভৈল বেশ॥
ধীৰে ধীৰে ... ... নয়নে ঝৰে নীৰ।
শান্তিসমে চলে যেন মেঘত মিহিৰ॥
জগত তাৰিণী দেৱী ... ... কাৰিণী।
বদতি মহীন্দ্ৰ ভক্তি পাৱে সেৱি ৰাণী॥ (২৮)

সূত্ৰ—ঐচন প্ৰকাৰে শান্তি সমে ভক্তিমাৱ প্ৰৱেশিলা। শান্তি বোল।

শান্তি—আহে দেৱী, তোহাৰি হৃদয় চিন্তাকুল দেখো।

ভক্তি—ৰণৰ বাৰ্ত্তা নতু পাঞ্‌। মহামোহ সমৰত বিবেকৰ কি বৃত্তান্ত চিন্তা ব্যাকুল হৈয়াছি।

সূত্ৰ—ঐচন শুনি শান্তি বোল।

শান্তি—বিবেকৰ কদাচিতো পৰাজয় নাই।

ভক্তি—হে মাই শান্তি, শ্ৰদ্ধা এভো আসি নপাইলা, ভাল নেদেখিছো।

সূত্ৰ—তদনন্তৰে শ্ৰদ্ধা প্ৰৱেশ হুয়া বিষ্ণুভক্তিক নমিলা। শান্তিও মাতৃ শ্ৰদ্ধাক নমিলা। তদনন্তৰে ভক্তি বোল।

ভক্তি—আহে শ্ৰদ্ধে, যুদ্ধৰ কি বৃত্তান্ত মোত কহা।

সূত্ৰ—তদন্তৰে শ্ৰদ্ধা বোল।

শ্ৰদ্ধা—হে মাতৃদেৱী, ওহাৰি বিৰোধীৰ যি উচিত দণ্ড হৈয়াছে সে বৃত্তান্ত শুনা। যেদিন বিষ্ণুথান হইতে তুমি বিজয় ধ্বনিত দিগন্তৰ দিশ-বিদিশ ধূলিছাদিত কৰি যুদ্ধবেশে সাজি বিবেক ৰাজা নৈয়ায়িক

দৰ্শনক মহামোহক-পাশ দূত পঠাৱল, দূতে সেদিন বিবেক ৰাজাৰ আজ্ঞা মহামোহক শুনাৱল। বিবেকৰাজাৰ আজ্ঞায়ে পুণ্যদেশ, বিষ্ণুমন্দিৰ ছাড়ি ম্লেচ্ছ দেশক যাৱ, নুহি-তেজ মাংস খাই কাক গৃধ, শৃগালে সন্তোষে উদৰ পূৰব।

ভক্তি বোল—ভাল, পুনু কহা।

সূত্ৰ—শ্ৰদ্ধা বোল

শ্ৰদ্ধ—পাছে ঐচন শুনি মহামোহে পাষণ্ডসৱক অস্ত্ৰ-শস্ত্ৰ সমে আদেশিল। আমাৰ বেদ বেদান্ত, পুৰাণ, স্মৃতি, আগম নিগম ন্যায় মীমাংসাদি সমে বৈয়াসিকী সৰস্বতী আগভেটি ধৰল।

সূত্ৰ—তদনন্তৰে শান্তি বোল।

শান্তি—আহে জননী, আগম-নিগম অন্যোন্যে বিবেকৰ কিমতে......।

পয়াৰ

শুন শুন সতী শান্তি।
নকৰিবা মনে কিছু ভ্ৰান্তি ॥
আপুনাৰ সমে কোন নৰে
বিৰোধ কৰয় বৰ।
শত্ৰুমুখে পুনু একে........,
নামমাত্ৰ পৰিচ্ছেদ
একবেদে সবাৰো ... ...জন।
নানামতে নানা শাস্ত্ৰ, ... ... ...
আদি ৰূপে নাৰায়ণ ॥
যেন নদীনদ যত,
নানা পথে নানা ... ...।
হেন জানি শান্তি মতি,
নকৰিবা ভেদমতি
হৰিকেসে জানা সমস্তৰে ... ... গতি ॥ (২৯)

সূত্ৰ—ঐচন শুনি ভক্তি বোল।



ভক্তি—আহে শ্ৰদ্ধা পাছে কি ভৈল ?

শ্ৰদ্ধা—তদনন্তৰে বিবেকৰাজাৰ সৈন্যদল মহামোহসমে ঘোৰ সমৰ কয়ল। মহামোহৰ সৈন্যৰ শোণিতে নানা নদী বহল, ... ... ... পঙ্কাকুল ৰণভূমি ভৈল। পাষণ্ডসৱ নিৰ্ম্মূল ভৈল ... ...। পাষণ্ডসৱ ঘূৰি ঘূৰি অঙ্গ-বঙ্গাদি ম্লেচ্ছ দেশ প্ৰৱেশল। দিগম্বৰাদি বৌদ্ধসৱ আভীৰদেশে গুপ্তভাবে ৰহল। ন্যায়-মীমাংসাএ নাস্তিক-কুতৰ্কাদিক হাতভৰি ভাঙ্গি খেদল। বস্তুবিচাৰ কামৰ বিনাশ সাধল, সন্তোষ লোভাদিক মাৰল।

সূত্ৰ—ঐচন শুনি ভক্তি বোলা। মহামোহৰ কি বিপত্তি ভৈল শীঘ্ৰে কহা।

শ্ৰদ্ধা—মহামোহপাপী আধামৰা দুই ভ্ৰম বাধাবিঘ্নিক সঙ্গে লৈয়া কৈত বৈল নজানু।

সূত্ৰ—ঐচন শুনি খেদ কৰি ভক্তি বোল।

ভক্তি—মহামোহক এড়িবে নলাগিছিল, যাতো ঋণ শেষ, ব্যাধিৰ শেষ, শত্ৰু শেষ আৰু অগ্নিৰ শেষ ন ৰক্ষয়েত্। ঋণ, ব্যাধি, শত্ৰুৰ শেষ থাকিলে সম্পদলাভৰ চেষ্টা নিষ্ফল। কাম ক্ৰোধাদি পুত্ৰসৱৰ বিনাশ শুনি মনৰ কেমত অৱস্থা হৈয়াছে ?

শ্ৰদ্ধা—পুত্ৰ-পৌত্ৰাদিৰ মৃত্যু শুনি আপুনি শোকাগ্নিদগ্ধ হুয়া মৰিব।

সূত্ৰ—ঐচন শুনি হাস্য কৰি বিষ্ণুভক্তি বোল ঃ

বিষ্ণুভক্তি—সে মাৰিলে কৃতাৰ্থ হঞ্, পুৰুষেও পৰম আনন্দে লভে কৈত মৰিব পাপী ?

সূত্ৰ—ঐচন শুনি শ্ৰদ্ধা বোল।

শ্ৰদ্ধা—বোধোদয় কৰাইলে মন (?) আপুনি মৰিব।*

ভক্তি—বোধোদয় নিমিত্ত বৈয়াসকী সৰস্বতী আসোক ঐচন আদেশল।

সূত্ৰ—তদনন্তৰে যৈছে মন বিলাপ কয়ল তা দেখহ শুনহ

---

*মূল গ্ৰন্থত বোধদয় হলে মহামোহৰ মৃত্যু হব বুলিহে কৈছে।

# গীত

**ৰাগ, সুহাই**

আৰে শোকে দুখে মলিন মনৰায় ।
হা পুত্ৰ-নাতি বুলি কৰন্ত বিলায়॥
সংকল্পসঙ্গত কান্দি ধীৰে ধীৰে চলে ।
খণো খণো মূৰ্চ্ছা যায় পৰে ভূমিতলে॥
× × × স্মৰি নানা দুখ ।
বোলা হৰি হৰি ভণে মহীন্দ্ৰ মূৰুখ ॥ (৩০)

এচন প্ৰৱেশ কয়ে বিলাপ কয়ল । হা পুত্ৰ মহামোহ, কৈকগৈলি মদমান ? এভো কেনে নমাত আসি ? অসূয়াদি ঝীয়াই, আশা তৃষ্ণাদি বহাৰী হামাক বৃদ্ধকালে অনাথ কৰি কৈক গৈলি ?

সূত্ৰ—ঐচন বিলাপ কয়ে মন অচেতন ভৈল । সংকল্পে স্বস্থ কৰল । সুস্থ হুয়া পুনু মন বোল

মন—আহে সংকল্প, কিয় প্ৰাণেশ্বৰী প্ৰবৃত্তি হামাক সান্তনা নকৰে, নমাতে ?

সূত্ৰ—সংকল্প বোল

সংকল্প—হে দেৱ, এভো কি দেৱীৰ বাৰ্ত্তা পুছা ? বন্ধু-বান্ধবৰ বিয়োগে সে দেবী শোকে প্ৰাণ চাড়ল ।

সূত্ৰ—ঐচন শুনি পুনু শোক কৰল ।

**লেছাৰি**

হা বিধি প্ৰাণেশ্বৰী প্ৰিয়ে, প্ৰবৃত্তি আমাৰ প্ৰাণাধিকে
বৃদ্ধ কালে এভো কৈক গৈলি মোক এৰি ।
আখাৰেক মাত দেবী মোক, কেনে মোক দেস দুখশোক
সপোনতো দেবী আছিলাহা মোতে খেড়ি ॥



দৈৱৰ বিপাকে মোক তেজি গৈলা দেবী মোক এৰি আজি
চিতা সাজি দেহ মোক আতি শীঘ্ৰ কৰি ।
বৃদ্ধকালে ভৈলো আশাছেদ শোকতাপে দেহা কৰো খেদ
যাওঁ যমপুৰী অগনিত ঝাস কৰি ॥ (৩১)

সূত্ৰ—ঐচন প্ৰকাৰে মন পুনু মূৰ্চ্ছিত হুয়া পৰল । তদনন্তৰে বৈয়াসকী সৰস্বতী প্ৰবেশ হুয়া বোল ।

বৈ. সৰস্বতী—আহে মহাৰাজ, হামাক বিষ্ণুভক্তি মহাৰাজক চাইবে আদেশল । কিয় এমন বিকল হৈয়াছ ? আপুনি পণ্ডিত, সবে জানাহা । অসাৰ সংসাৰ, পৰমেশ্বৰত বিনে সবে অনিত্য । মধু-কৈতভাদি অসুৰ ইহলোকে দুখ দিয়াই পৰলোকে নৰক পায়াছে। ব্ৰহ্মাদি দেৱসৱবো কল্পশেষে বিনাশ ঘটে । অনিত্য মায়াময় দেহাদি, ইহাত শোক নুযুৱায় ।

সূত্ৰ—ঐচন প্ৰকাৰে বেদ বেদান্ত-উপদেশ শুনি স্বস্থ হুয়া মন বোল ।

মন—আহে দেৱী, কামক্ৰোধ এড়ি শান্তসমাহিত হৈব তাৰ ঔষধ কহা ।

বৈ. সৰস্বতী—আহে মহাৰাজ, শান্তমূৰ্ত্তি পুৰুষক·········মহৌষধ ।

সূত্ৰ—ঐচন শুনি ৰাজা বোল ।

ৰাজা (মন)—আহে দেৱী, কোন শান্তমূৰ্ত্তি পুৰুষ কহা ?

বৈ. সৰস্বতী—আহে মহাৰাজ, ইবিষয় পৰম গোপ্য, তথাপি আৰ্ত্তজনত কৈলে দোষ নাহি । এতেকে কঞ্‌ু, শুনাহা ।*

**শ্লোক**

স্বৰূপৰেশং কিৰীটকেয়ূৰবিৰাজদেহম্
অজজনব্ৰহ্মণ (?) ৰাৱিলোক্যস্মৰন্ন × × ।

---

*মূল নাটতশ্লোকটো অলপ বেলেগঃ—
নিত্যং স্মৰেজ্জলদনীলমুদাৰহাৰ—
কেয়ূৰকুণ্ডলকিৰীটধৰং হৰিংৱা ।
গ্ৰীষ্মেষু শীতামিৱ ৱা হ্ৰদমস্তশোকং
ব্ৰহ্মপ্ৰৱিশ্য ভজ নিৰ্বৃত্তিমাত্মনীনাম্ ॥

সূত্র—ঐচন শুনি মাতৃ পৰিত্ৰাণ কৰিল বুলি চৰণে পড়িল। সৰস্বতী আশ্বাসিয়া বোলা।

বৈ সৰস্বতী—হে মহাৰাজ, এখন তোমাৰ চিত্ত শুদ্ধ ভেল। কুমতি-জনে ভাৰ্য্যা পুত্ৰাদিৰ বিয়োগে শোকপায়া সন্তপ্ত হৱে। পণ্ডিত-সবৰ মনে বৈৰাগ্য সম্পজয়।

সূত্ৰ—ঐচন পৰকাৰে মন শুদ্ধ ভৈলে যৈচে বৈৰাগ্য প্ৰৱেশল তা দেখহ শুনহ।

## গীত

### ৰাগ গৌৰী

আৰত বৈৰাগ্য··· ··· ··· ।
শুদ্ধ মহাভাগ, আনন্দিত মুখচাঁদ,
আগে দীপঘট, নাচে নটনট
কয়ল মঙ্গল, তনু সুনিৰ্ম্মল
জ্বলে যেন সূৰ্য্যকান্তি।
বোলা উচ্চ কৰি হৰি হৰি বুলি
এৰিয়া বিষয় ভ্ৰান্তি ॥ (৩২)

× × × ॥ ৭

সূত্ৰ—ঐচন প্ৰৱেশ হুয়া বৈৰাগ্য বোল।

শ্লোক

যদা লোলালোলা বিষযজড়সা প্ৰান্তবিৰসা
বিপদ্ধেহং দেহং মহদপিধনং ভূৰিনিধনম্।



শুৰুঃ শোকোলোকঃ সততমবলানৰ্থবহুলা
তথাপ্যস্মিন্ ঘোৰে পথি বত ৰতা নাত্মনি ৰতাঃ ॥ ৮

বৈৰাগ্য—অহে মহৰাজ, বিয়সুখ বিদ্যুতসম ক্ষণিকস্থায়ী দুখদায়ক। ধনসম্পত্তি অনেক ভৈলেও বিনাশ ঘটে। পৃথিবী শোকৰ আলয় জানিবা, আৰ ৰমণীকুল অনৰ্থৰ মূল। তথাপি এমত ঘোৰ বিষয়-পথত লোক বিচৰণ কৰে, আত্মাত ৰত কদাপি নহয়।

সূত্ৰ—ঐচন অনেক বিৰকতি বাক্য বুলিল। তদনন্তৰে বৈৰাগ্যক মনৰ নিবৃত্তিপুত্ৰ হেন জানি বুলিলা।

মন—হা বাচা বৈৰাগ্যপুত্ৰ, কৈত আছিলি? জন্মিঞ কৈক গৈল? এভো আলিঙ্গন কৰ।

সূত্ৰ—ঐচন প্ৰকাৰে বৈৰাগ্য নমিল, মনে আশিস কয়ল। তদনন্তৰে বৈৰাগ্য বোল।

বৈৰাগ্য—পুত্ৰাদি পন্থত পথিক, সাগৰত বণিক, নদীত ঝাজি হেন। আকাশত বায়ুচালিত মেঘযেন। তাত কিয় শোক কৰা।

সূত্ৰ—তদনন্তৰে মন বোল।

মন—বাচা, তুৱা বাক্য সত্য। এভো ভাৰ্য্যা-পুত্ৰাদিক মৃগতৃষ্ণাহেন দেখু।

সূত্ৰ—ঐচন শুনি সৰস্বতী বোলা।

বৈ. সৰস্বতী—যদ্যপি ভাৰ্য্যা-পুত্ৰাদি মিছা হয় তথাপি গৃহী খেনমানো ভাৰ্য্যা এড়িবে উচিত নহে। নিবৃত্তি ভাৰ্য্যাৰ সঙ্গ লৈব, তেবে শমদমাদি পুত্ৰে লাগ লৈব। বিবেক উপনিষদসহ যুবৰাজ পদত অভিষিক্ত কৰহ। বিষ্ণুভক্তি মৈত্ৰী, দয়াদিক পঠাইছি, আশ্বাস কৰহ।

সূত্ৰ—ঐচন আজ্ঞা মাথাত লৈ মন সৰস্বতীৰ চৰণে পৰল। সৰস্বতী বোল।

বৈ. সৰস্বতী—আহে বাপু, অল্পকালে যমনিয়মাদি পাই ৰাজা হুয়া স্বস্থ থাকহ। তেহো স্বস্থ থাকিলে কীৰ্ত্তিবৰ্ম্মা ৰাজা, জ্ঞানানন্দস্বৰূপ লভিব। এভো সবে জ্ঞাতিৰ কৃত্য কৰিবে গঙ্গাক প্ৰতি যাত্ৰা কৰস।*

সূত্ৰ—ঐচন প্ৰকাৰে মনক স্বস্থ কৰি সবে নদীক গৈল। তদনন্তৰ বিবেকৰ থানৰপৰা সভাত প্ৰবেশ হুয়া শান্তি বোল।

শান্তি—ভো ভো সাধুসৱ, ঐচন স্বস্থ জানি কীৰ্ত্তি বৰ্ম্মাৰাজা তত্ত্বজ্ঞান পাইবাৰ নিমিত্তে উপনিষদক নিবে হামাক বিবেকে পঠাৱল।

ঐচন বুলি শ্ৰদ্ধা আসিবে দেখি অপেক্ষায়ে ৰহল। তদনন্তৰে কীৰ্ত্তিবৰ্ম্মাৰ থানৰপৰাই প্ৰৱেশ হুয়া শ্ৰদ্ধ বোল।

## গীত

**ৰাগ বেলোৱাল**

শুনৰে লোকাই, ৰাজকুল চাই
মোৰ তৃপ্তি নপলায়।
জাহাত ··· ··· সন্তমহা ··· ···
এৰিয়া প্ৰতাপ ফুৰে যেন বন্দী,
সন্ত শমাদিৰ জাহন্তে সৃজন ··· ···
× × × ×
কৰন্ত নিতান্ত ৰাজমন্ত্ৰীগণে
গতি মেৰি হৰি কিঙ্কৰে ভণে। (৩৩)

সূত্ৰ—ঐচন প্ৰকাৰে শ্ৰদ্ধাৰ সমীপ চাপি শান্তি বোল।

শান্তি—আহে অম্ব, তদিন কৈত কি কৰি আছিলা?

*মূল নাটত এইখিনিতে পঞ্চম অঙ্ক শেষ হৈছে।



শ্ৰদ্ধা—আহে ঝীয়াই, যাত অসন্ত মৰাপ্ৰায়, সন্তৰ আটাই-টাই, এমত অমৃতপ্ৰায় ৰাজকুল চাই আছিলো

সূত্ৰ—ঐচন শুনি শান্তি বোল

শান্তি—কীৰ্ত্তিবৰ্ম্মাৰাজাৰ কেমন মনত অনুগ্ৰহ, মায়াত কেমন অনুৰাগ, ৰাজাৰ কেমন কুশল, কেমন ধৰ্ম্ম?

শ্ৰদ্ধা—মায়াত ৰাজা মনৰ কিমত নিগ্ৰহ জিজ্ঞাসা নকৰিয়া অনুগ্ৰহ পুছত? সৰ্ব অনৰ্থৰ মূল মায়া, ইহা জানি নিগ্ৰহ কৰিছি। এখন শমদমাদি সখা, নিত্যানিত্য বিচাৰণা সঙ্গী, বৈৰাগ্য সুহৃদ, মৈত্ৰী আদি পৰিচাৰিকা সহ মন চক্ৰবৰ্ত্তী ৰাজ্য কৰে।

সূত্ৰ—ঐচন শুনি শান্তি বোল

শান্তি—যি উপসৰ্গাদি সঙ্গীবৃন্দক সঙ্গে লৈয়া মহামোহ পলায়াছিল তাৰ কি বৃত্তান্ত?

শ্ৰদ্ধা—সে পাপী পলাই মধুমতী সিদ্ধিক ৰাজাক বঞ্চিবে পাচল, সি সবে বাক্যে মোহিত হুয়া ৰাজা বিবেক চিন্তাএ·······। মধুমতী উপসৰ্গাদি সহিত নানা ভোগ দেখাৱল, তাকে মন মায়া সংকল্প প্ৰশংসিল। ৰাজা বিবেক এমন ভাবে·······।

সূত্ৰ—ঐচন শুনি শান্তি সখেদে বোল।

শান্তি—হা হা, স্বামী পুনু মায়াজালত পৰল। শ্ৰদ্ধা বোল।

শ্ৰদ্ধা—পুত্ৰী নপড়ে, তৰ্ক মধুমতী ক্ৰোধদৃষ্টি চাই ৰাজাক বুঝাৱল, স্বামী, ধূৰ্ত্তসবে বিষয় আমিষ দেখাই শোকাগ্নিত পেলাইতে চাহিছে, শীঘ্ৰে আত্মস্থ হৱা।

সূত্ৰ—ঐচন শুনি ৰাজা বিষয়ক স্বস্তি বুলি এৰি মধুমতীক তিৰস্কাৰ কৰি খেদল। তদনন্তৰে শান্তি বোল।

শান্তি—সাধু সাধু, এভো কৈক যাইবা আই?

শ্ৰদ্ধা—কীৰ্ত্তিবৰ্ম্মাৰাজা বিবেকক আনিতে আজ্ঞা কৰিছে, মহাৰাজা বিবেকৰ পাশে যাঞু।

শান্তি—হামাক বিবেকে উপনিষদক নিতে পাচিছে, তৈকে যাইবো

সূত্ৰ—অনন্তৰে মায়া সঙ্গ চাড়ি কীৰ্ত্তিৰাজা যৈচে প্ৰবেশল তা দেখহ, শুনহ

আৰে কীৰ্ত্তিবৰ্ম্মা মায়া সঙ্গ ছাড়ি ।
শমদমসঙ্গে ৰঙ্গে কয়ে বিহাৰি ॥
ত্ৰিভুবন মোহন আনন্দ বিলাসী ।
সসাগৰধৰ ৰাজা বয়নবিকাশী ॥
গজবাজীদণ্ডছত্ৰে জয় জয় হৰি
মহীন্দ্ৰমুকুখে ভণে মনে হৰি হৰি ॥ (৩৪)

ঐচন প্ৰবেশ হুয়া ৰাজা বোল

ৰাজা—অহো, বিষ্ণুভক্তিৰ অপূৰ্ব্ব মহিমা, যাহেৰি প্ৰসাদে ঘোৰ ক্লেশ ঢৌ, মমত্ব ডকা, মিত্ৰকলত্ৰ-মগৰ, বন্ধুগ্ৰাহ, ক্ৰোধ বাড়বাগ্নি, আশা-তৃষ্ণালতা ইসব তড়ি সংসাৰ সাগৰ কাখৰ পাইলো । তৰিবাৰ অল্পমান অৱশিষ্ট আছে ।

সূত্ৰ—ঐচন বুলি ৰাজা একপাশহুয়া ৰহল । তদনন্তৰে শান্তি উপনিষদক প্ৰৱেশ কয়ল । উপনিষদ বোল ।

উপনি—আহে সখী, যোহি স্বামী পৰস্ত্ৰীহেন একেশ্বৰে পৰিত্যাগ কয়ল, কেনে সম্মুখ হৈবো ?

শান্তি—আহে সখী, কিয় এনে বোলা ? তোহাৰি স্বামী ঘোৰ আপদে পৰি··· ··· ।

সূত্ৰ—ঐচন শুনি দেৱী উপনিষদ বোলা ।

উপনি—হা সখী, মোৰ দুখ দেখি এনে নুবুলিলা হয় । স্বামী এড়ি যায়া দূৰৱস্থিতে কেহো পাপিষ্ঠ আমাক হাতে ধৰি আকৰ্ষণ কৰন্তে হাতৰ কঙ্কণ ভগ্ন ভৈল । চূড়াৰত্ননিবে চুলিত ধৰিল, দাসী কৰিবে খুজিল ।

সূত্ৰ—ঐচন শুনি শান্তি বোল ।



শান্তি—এসব পাপী মহামোহৰ দুষ্কৰ্ম্মৰ ফল, মহাৰাজ বিবেকৰ অপৰাধ কিছু নাই । কামক্ৰোধাদিক সঙ্গে লৈয়া পাপী মহামোহ মহাৰাজক দূৰ কয়ল । পতিব্ৰতা স্ত্ৰী স্বামীক এড়িবে নয়ুৱায় এভো মনোৰথপূৰ্ণ ভৈল । ৰাজাক আদিপুৰুষক সম্ভাষণা কৰা । আগতে গীতাও স্বামীক, আদি পুৰুষক সম্ভাষিবে বুলিছি । কোন লাজে আদিপুৰুষৰ আগে স্বামীক সম্ভাষিবো ।

সূত্ৰ—ঐচন শুনি শান্তি বোল ।

শান্তি—আহে দেৱী, অবিচাৰত লাজ, বিচাৰত নাই ! সবাৰো একে ··· ··· চোৱাই ।

সূত্ৰ—ঐচন আলাপ কৰি দুয়ো কীৰ্ত্তিবৰ্মা ৰাজাৰ স্থানে চলল । তদনন্তৰে শ্ৰদ্ধা বিবেকক প্ৰৱেশ কৰাৱল তা দেখহ ।

## গীত

**ৰাগ নাটমল্লাৰ, একতালি**

× × × ×

জয় জয় ঘোষ মহাৰাজা চলতি
শোক মোহ-ধমকেতু, নিজানন্দ লভয় হেতু ।
হুয়া আনন্দিত চিত, শ্ৰদ্ধামতি সমন্বিত ।
মদন মোহন ৰূপধাৰী, খণ্ডোক বিঘিনি ঝন্টে কৰি (৩৫)

সূত্ৰ—ঐচন প্ৰৱেশ হুয়া ৰাজা বোল ।

ৰাজা—আহে শ্ৰদ্ধা শান্তি উপনিষদক আনিতে পাইলি কি নপাইলি ?

শ্ৰদ্ধা—পূৰ্ব্বত বিষ্ণুভক্তি কৈছিলা তৰ্কবিদ্যাৰ ভয়ে উপনিষদ দেৱী বিষ্ণুক্ষেত্ৰত গীতাসমে আছে বুলি সুধিপুছি পাঞু ।

ৰাজা—কিয় তৰ্ক ভয় কৰিছা ?

শ্রদ্ধা—মহাৰাজ সি কথা উপনিষদে আপুনি কহিবে। এখন কীৰ্ত্তি-বৰ্ম্মাৰ স্থানে চলহ, নিৰ্জনত অপেক্ষা কৰিয়া বসি আছে।

সূত্ৰ—ঐচন প্ৰকাৰে যাই বিবেক কীৰ্ত্তিবৰ্ম্মাক নমস্কাৰ কয়ল। কীৰ্ত্তিবৰ্ম্মা বোল।

কীৰ্ত্তিবৰ্ম্মা—আহে বাপু, কেনে অযুক্তি কৰস, জ্ঞানবৃদ্ধ হৈয়া আমাৰ নমস্য হৈয়াছ। যাতো পূৰ্ব্বত অজ্ঞানে ব্ৰহ্মাদি দেৱে পুত্ৰগণক উপদেশ দিতে আজ্ঞা কৰিলাত পুত্ৰগণে ব্ৰহ্মাদিক 'হে পুত্ৰসব শুনহ' বুলি উপদেশ দিয়াছিল। এতেকে বীজসম্বন্ধত তুমি জ্ঞানদাতা পিতা।

সূত্ৰ—তদনন্তৰে শান্তি উপনিষদক দুইকো দেখাই পলাইল। উপনিষদ দেৱী দুইকো প্ৰণাম কৰি দূৰে ৰহল। তদনন্তৰে বিবেক বোল।

বিবেক—আহে প্ৰাণেশ্বৰী, অতকাল কোনস্থানে আছিলা ?

উপনি—স্বামী, কি পুছা দুখিনীৰ দুখ ? দেৱালয়ত, মূৰ্খৰ মাজত এত-দিন … …।

সূত্ৰ—ঐচন শুনি বিবেক বোলা।

বিবেক—এতদিন … … সি সবে জানিছিল নেকি ?

উপনিষদ—নজানে, নানা কটুক্তিহে কৰিছিল। অজিন উত্তৰী, স্ৰুক্ স্ৰুৱবিধাৰী যজ্ঞবিদ্যাক দেখি জানিব বুলি তান পাশে গেলু। তাত পুছল, ওহে কি সকাম, কি কাম, কি কৰ্ম্ম ? হামু কৈলো অনাথিনী মক্তি। ওহাৰ সঙ্গে থাকি সনাতন পৰমেশ্বৰৰ স্তব-উপাসনা কৰিব।

শ্লোক

সৃষ্টিস্থিতিলয়াধাৰং সক্ৰিয়ং … …।
শান্তং শ্বাশতং … … অদ্বিতীয়ম্ ॥ ৯

সূত্ৰ—ঐচন শুনি যজ্ঞবিদ্যা মনে গুণি বোল।



যজ্ঞাবদ্যা—ক্ৰিয়াহীন পুৰুষ সৃষ্টি-স্থিতিৰ লয়কাৰী ঈশ্বৰ নহে। কৰ্ম্মসে ভৱচ্ছেদ কৰে, জ্ঞানে নতাৰে। যদি কৰ্ত্তাভোক্তা জীৱপুৰুষৰ ইষ্টাৰ্থে থাকিবে ইচ্ছা কৰা কহা, নুহি তোত কাম নাই।

সূত্ৰ—ঐচন শুনি হাস্য কৰি ৰাজা বোল।

ৰাজ—অহো, কি দুৰ্ম্মতি যজ্ঞ বিদ্যা ! … … অন্ধকাৰ দূৰ কৰে কি ?

সূত্ৰ—উপনিষদ বোলা।

উপনি—তদনন্তৰে তাএ মনে গুণি বোল—অয়ে সখি তোহাৰি সংসৰ্গে ছাত্ৰসব বাসনা ছাড়িবে ; দুৰাশাই শিষ্যসবে আমাত আদৰ এৰিব। এতেকে অন্যস্থানে গমন কৰা। ঐচন শুনি তৈৰ পৰা যাই কৰ্ম্মমীমাংসাক দেখি সনাতন ঈশ্বৰক জানিবে বুলি গৈলু। … … তেবে ওহাৰি স্থানে কাল বঞ্চিতে প্ৰাৰ্থিলো। তাএ শিষ্যক চাই বোলে … … কিছু প্ৰয়োজন … …। শিষ্যে বোলে—এহু অকৰ্ত্তা, অভোক্তা ঈশ্বৰ সেৱে, হামাৰ কোন প্ৰয়ো-সাধব।

… … … শুনি হাস্য কৰি ভূতাতীত বোলল—আহে, এক-জন নেদেখে, আউৰ থাকে চায় ; একজনে কৰে, আউৰ জনে কৰায়।

সূত্ৰ— ঐচন ভূতাতীত মত ৰাজা প্ৰশংসিল— সাধু, সাধু।

উপনিষদ—তৈৰপৰা তৰ্কবিদ্যাক পাই পূৰ্ব্ববতে প্ৰাথি কৈলু, তাএ শিষ্য-সমে হাস্য কৰি কহিল— পৰমাণু হন্তে বিশ্ব হয়। অপৰ শিষ্য বোলে প্ৰকৃতিত বিশ্ব হয়, প্ৰত্যক্ষসিদ্ধ বিশ্বক অসত্য কহি নাস্তিক মত দৰ্শায়। এহি বুলি আমাক মাৰিবে আসিল, হামু দণ্ড-কাৰণ্যে প্ৰৱেশিলো তৈৰ পৰাই মন্দৰ পৰ্ব্বত উপৰে তৰ্কবিদ্যাগণ হামাক প্ৰহাৰ কৰিতে আৰম্ভল। হামু ত্ৰাসে আৰ্ত্তনাদ কৰলু "ভো ভো লোকসৱ, কোন আছহ মোক ৰাখহ। বিবেক স্বামী থাকন্তে হামাক প্ৰহাৰ কৰে। বাহুৰ কঙ্কণ ভাঙ্গল, শিৰোৰত্ন নিবে চুলিত ধৰি দাসী কৰিবে চাৰে। ঐচন শুনি মন্দিৰ হন্তে গদা ধৰি পুৰুষ আসি দুষ্টসৱক কোবাই খেদল। তদনন্তৰে তৈতে গীতাৰ বাণী শুালো।

শ্লোক

তানহং দ্বিষতঃ ক্রূৰান্ সংসাৰেষু নৰাধমান্ ।
ক্ষিপাম্যজস্রমশুভানাসুৰীষ্বেৱ যোনিষু ॥ ১০

গীতাত ঈশ্বৰে কহিছে—দুষ্টক নাশিব, নির্ভয়ে থাকা ।

সূত্র—ঐচন শুনি কীৰ্ত্তিবৰ্ম্মা বোলা—ঈশ্বৰক আমি জানিবে ইছা কৰো, কেমন ইশ্বৰ কহ। ঐচন শুনি হাস্য কৰি উপনিষদ দেৱী বোল,

উপনি—মহাৰাজ, তুমি আত্মবিস্মৃত, ঈশ্বৰভিন্ন নোহে ।

শ্লোক

... ... ঈশ্বৰোঽভিন্নঃ ঈশ্বৰান্নভবানপৰঃ ।
স এব মায়য়া দ্বিধা ... ... ॥

ওহি ঈশ্বৰ অবিদ্যাত থাকি জলত সূৰ্য্যবিশ্ব হেন ভিন্ন দেখা ।

সূত্র—ঐচন শুনি ৰাজা বোলা

ৰাজা—আহে ভগবান, হামু শৰীৰ, নানা ৰূপধাৰী, জৰামৰণধৰ্ম্মী । অনিত্য ঈশ্বৰ নিত্য, অবিকাৰী, চৈতন্যস্বৰূপ । ঈশ্বৰ সমে আমাৰ অভেদ কিমত সম্ভবে ?

সূত্র—ঐচন শুনি বিবেক বোল ।

বিবেক—আহে মহাৰাজ, তত্ত্বমসি পদাৰ্থ জ্ঞান ভৈলে ... ।

সূত্র—ঐচন শুনি ৰাজা বোল । আহে ভগবান, তত্ত্বম-পদাৰ্থ জানিবে চাঞু, আমাক কহা,

সূত্র—ঐচন শুনি বিবেক বোল'

পয়াৰ

শুনা ৰাজা তত্ত্বমৰ্থজ্ঞানৰ উপায় ।
মানস ... ... তত্ত্বসবে মায়াময় ॥



এহু নুহি এহু নুহি এহু নুহি সাৰ ।
চিদানন্দ জীৱাত্মা অসঙ্গ উদাৰ ॥
এমন জীবাত্মা জানি নৈবা পৰিচ্ছেদ
গুৰুমুখে জানিবাহা তত্ত্বমাসি বেদ
সোহি ব্ৰহ্ম হামু এহু অভেদ নিশ্চয়
আত্মাক জানিলে ব্ৰহ্ম হোৱয় উদয়
গুৰুও কহিবে নৰে এমন ... ...
জ্যোতিৰূপ্র উদাসীন আত্মপ্ৰকাশন ।
ধ্যানত মিলয় ব্ৰহ্ম কহিলোহো সাৰ ।
বোলা ৰাম জানি সবাকে অসাৰ ॥ (৩৬)

সূত্র—বিবেকৰ ঐচন বাণী শুনি ৰাজা ভাবিতে লৈল । তদনন্তৰে নিদিধ্যাসন প্ৰবেশল ।

## গীত

আৰে নিদিধ্যান, অৰবিন্দমান, ইন্দুবিনিন্দি হাসি ।
মায়া বিনাশন প্ৰবোধকাৰণ, ধৱল ভূষণধাৰী ।
× × × × ॥ (৩৭)

ঐচন প্ৰবেশ হুয়া নিদিধ্যাসন বোল ।

নিধি—বিষ্ণু ভক্তি দেৱী আমাক বিবেক উপনিষদক পৰম গোপ্য তত্ত্ব অভিপ্ৰায় বুঝাইবাক আজ্ঞা কৰিছা । কীৰ্ত্তিবৰ্ম্মা ৰাজাৰ সমীপে বিবেক উপনিষদ অৱস্থান কৰিছে ইহা জানি ইথানে আসিতে হামাক আদেশল । উপনিষদক সম্বুধি নিদিধ্যাসন বোল "বিষ্ণু ভক্তি ... ... আদেশল, হামু যোগবলে জানিছো । দেৱতাৰ ইচ্ছা মাত্ৰতে গৰ্ভ হুয়, এতেকে আমি ধ্যানবলে জানিছি উপনিষদ গৰ্ভিণী হৈবে, গৰ্ভত বিদ্যা কন্যা, প্ৰবোধচন্দ্ৰ পুত্ৰ আছে । সমা কৰ্ষণ বিদ্যাদ্বাৰায়ে কন্যাক আনি মনত থবি । পুত্ৰটিক কীৰ্ত্তিবৰ্ম্মা ৰাজাক সমৰ্পি বিবেক সমে মোৰ থানে আসিবা ।

সূত্র—ঐচন আজ্ঞা মানি গর্ভ এৰি উপনিষদ ভক্তিৰ থানে গৈল, যাতো প্রবোধ পাইলে...... । তদনন্তৰে নিদিধ্যাসন ৰাজাৰ (আত্মাৰ) থানে বৈল । ৰাজা ধ্যান আৰম্ভিল । তদনন্তৰে যৈচে প্রবোধচন্দ্র প্ৰৱেশল তা দেখহ ।

### শ্লোক

বিদ্যাসুকন্যাপ্রকৃতেঃ প্রপঞ্চ...বিনোদমূৰ্ত্তি
প্রবোধচন্দ্রপ্রকৃষং সমেতি...... ॥ ১১ ॥
আহে সাধুসব, উপনিষদ.........আদি অবস্থ
দেখাই মনভ অন্তৰিত হুয়া ৰহল । তদনন্তৰে উপনিষদ
হন্তে প্রবোধ জন্মি যৈচে প্ৰৱেশল,

## গীত

### ৰাগ বেলোৱাৰ

আইসৰে আইস প্রবোধচন্দ্র
\+ \+ \+ \+
ধৱল বসন মূৰতি শোভী ।
ৰূপে মদনৰ মনক লোভী ॥
কেয়ূৰ কঙ্কণ বলয়াধাৰী
ভাকি সামাজিকে বোলা হৰি হৰি ॥ (৩৮)

ঐচন—প্রবেশ হুয়া প্রবোধচন্দ্র বোল ঃ

প্রবোধচন্দ্র—আহে সাধুসব,...হামু প্রবোধচন্দ্র আসলু । হামাৰ আগমনে অদ্বৈত ভাব আৱিৰ্ভাব হোৱয় । ঐচন কহি ৰাজাক নমিল ।

সূত্র—তদনন্তৰে আনন্দিত হুয়া ৰাজা বোলা ।

ৰাজা—বাছা প্রবোধ, তোহাৰি উদয়ে অন্ধকাৰ গুচি প্রভাত ভেল । তোহাৰি উদয়ে পৰমাত্মা ঈশ্বৰক চিনিছি । ভগৱতী ভক্তি মাতৃৰ প্রসাদে কৃতাৰ্থ ভৈলু ।



সূত্র—আহে সামাজিক, যৈচন শান্তি, যম, নিয়ম, বিবেক একঠাই প্রকাশল, প্রবোধ উদয় ভৈল তা দেখহ শুনহ ।

## গীত

### ৰাগ ভাটিয়ালি

× × ×
দুয়ো একঠাই,
অজপা মন্ত্রক পুনু কহিছে বেদ
দুয়ো একে বস্তু নাহি কিছু ভেদ ॥
× × × শোকাভিমন্যু ।
কোটি সূৰ্য্য যেন জ্বলন্ত তনু ।
মায়ায়ে দুহান সঙ্গ ... ... ...
জানি নৰলোক মায়াৰ কোল, ।
ছাড়ি হৰি হৰি ঘনে কৰা বোল ॥ (৩৯)

তদনন্তৰে বিষ্ণুভক্তি প্রবেশ হুয়া বোল ।

বি. ভক্তি—আহ. চিৰকালে হামাৰি মনেৰ বাসনা সাফল ভৈল । কীৰ্ত্তিবৰ্ম্মাৰাজাক আত্মস্থ দেখো ।

ৰাজা—আহে দেৱী, তোহাৰি চৰণ পৰশ ইথানে পৰল, পবিত্র ভেলু ।

—বি. ভক্তি—আহে বাপু. হামু কি উপকাৰ কয়লো ? × ×
× × × × × ×

সূত্র—তদনন্তৰে ৰাজা বোলা ।

ৰাজা—ইহাতপৰ কি উপকাৰ আছে,যিহেতু দুৰ্জ্জয় মহামোহাদি শত্রুক জিনি × × × × থান পাইলো তথাপি এই খানি মাত্র প্রার্থো—

### শ্লোক

ৰাজা প্রজাঃ পালয়তু ... ...
কালে ঘনো বৰ্ষতু তে প্রসাদাৎ ... ... ॥ ১

ঐচন প্ৰকাৰে মঙ্গল বাক্য উচ্চৰি সবে প্ৰশান্ত ভৈলা। তাতে সাবধানে দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি।

ভটিমা

পূৰণ ... ... ... সব মনোৰথ,
শোক মোহৰোগ
× × × ×
লভিয়া বাঞ্ছিত পদ তথাপি এমত।
তুৱা কৃপাবলে মহন্তসকলে ॥ (৪০)

শ্লোক

শুদ্ধৈৰশুদ্ধৈৰপি মে বচোভিস্ত্ৱ্যস্তধীৰা ... ...
× × ধ্যাত্বা মুৰাৰেশ্চৰণাৰবিন্দম্ ॥ ১১
× × শাকে প্ৰবোধবোধোদয়নামনাটকে ..
× × × ×

অন্ত

# শব্দসূচী

| | | |
|---|---|---|
| অকৰ্ত্তা | যি কৰ্ত্তা নহয়, কামৰ যি ফলভোগ নকৰে | ৩৬৫ |
| অকাৰণ | কাৰণহীন, স্বয়ম্ভূ। | ৩১৭ |
| অকিঞ্চিন | আকিঞ্চন, | ১২৫ |
| অঙ্গনা | চোতাল, ঘৰৰ সন্মুখৰ মুকলি ঠাই | ২৮০ |
| অজভব | ব্ৰহ্মা বিষ্ণু আৰু শিৱ ; জন্মহীন, | ৩ |
| অজসুৰ শঙ্কৰ | ব্ৰহ্মাদেৱতা আৰু শিৱ, | ৪ |
| অট্টৰাব | আটাহ, চিঞৰ | ১০১ |
| আটাই-টাই | গৰ্ব্ব, দৰ্প | ৩৬১ |
| অণ্টোপে | আটোপে, প্ৰতাপেৰে, | ২৭১ |
| অথানন্তৰে | অথ + অনন্তৰে | ৩১২ |
| অদ্ৰিবিবৰমহ | পৰ্ব্বতৰ গুহাৰ মাজত, | ২৫৬ |
| অনলতামোচন | জুইৰ তাপৰপৰা ৰক্ষাকৰণ | ২৪৭ |
| অনিৰ্ব্বাৰণ | বাৰণ বা বাধা দিব নোৱাৰা অৱস্থা | ৩১৬ |
| অনৌপম্য | অনুপম, উপমাহীন | ২৯০, ২৯৯, ৩০২ |
| অন্ধক | যাদৱসকলৰ এটা খেল | ২৬৮ |
| অন্ধিআৰি | আন্ধাৰ | ৪৬, ৮৯, ৯৯, ২৬৭ |
| অপৰিচ্ছিন্ন | পৰিচ্ছেদ বা বিভাগ কৰিব নোৱাৰা | ২৫০ |
| অৱভাস | আভাস, পোহৰ | ১২ |
| অম্বষ্ঠ | হাতী মাউত | ২৩৭ |
| অম্বৰ | কাপোৰ, পৰিধেয় বস্ত্ৰ | ৫,৬ |
| অৰবিন্দ | নীলা পদ্ম | ২৬৩ |
| অৰ্চ্চিতাঙ্ঘ্ৰি | অৰ্চ্চিত চৰণ | ৩০৬ |
| অৰ্ণবে কুক্ষি | সাগৰেই উদৰ | ২৭৪ |

| | | |
|---|---|---|
| অৰ্দ্ধকচান্দক-কলা | অৰ্দ্ধচন্দ্ৰৰ কলা | ১১২ |
| অৰ্য্যমা | পিতৃপুৰুষসকলৰ শ্ৰেষ্ঠজন | ২৫৬ |
| অলকাৱৃতমুহ | কপালৰ আগত পৰি থকা চুলিৰে মুখ | ২৮, ২৭০ |
| অৱলোকন | দৃষ্টি, চাৱন | ১৬২ |
| অসঞ্জোগ | বিয়োগ, বিভেদ অৱস্থা | ৩১৫ |
| অক্ষত | আবৈ চাউল, | ২৮০ |
| আকলি | চাই, দৃষ্টি কৰি | ২৮২ |
| আজু | আজি | ৭২,১৯৫,১৯৯,২৫১,২৬৮,২৭৯,৩১১,৩১২ |
| আঞ্জোৰ | আজ্ঁলি, অঞ্জলি | ৮৭ |
| আটাস | চিঞৰ, বিকট ৰাও | ৭৬ |
| আনকসুত | কৃষ্ণ, বসুদেৱৰ আন নাম আনকদুন্দুভি | ২৪৫ |
| আণ্টয় | আটে, জোৰে | ১১৬ |
| আৰকত | আৰক্ত, ৰঙা, | ২৫ |
| আৰঘি | ভৰিৰ আঠুৰপৰা তলছোৱা | ৩০৪ |
| আৰম্ফিত | আস্ফালন কৰি ফুৰা | ৩৯ |
| আৰিমূৰি | চটফটনি | ৩১৩ |
| আলোকন | দৃষ্টি | ২৩৭,২৫৯ |
| আৱত | অহা ; আহিছে | ২০০,২০৭ |
| আৱৰ | অপৰ, অন্য | ২৭২ |
| আসন্তে | আহোঁতে | ২২৫ |
| আয়তা | আয়তী, সধৱা | ২২ |
| ইষ্টদ | শুভফল দিওঁতা | ২৬০ |
| ইক্ষুখণ্ড | কুঁহিয়াৰৰ টুকুৰা | ২৯১ |
| উচ্ছাদি | উচ্ছেদ কৰি | ১৭১ |
| উছাহ | উৎসাহ | ৩৬ |
| উজণ্টি | ভৰিৰ অঙুলীৰ অলংকাৰ | ২৮০ |
| উপালম্ভকয়ে | উপহাস কৰি | ১৮৩ |
| উৰগ | সাপ, সৰিসৃপ | ৩১১ |
| উৰুক্ৰম | বিষ্ণু, বামন অৱতাৰ | ৩০৭ |



| | | |
|---|---|---|
| উৰে | পিন্ধে | ২৮২ |
| উলি | ওৰ, আতিগুৰি | ১৬৩ |
| উস্ মিস্ | হুলস্থূল | ১৪৯ |
| একলেশ্বৰ | অকলশৰ | ১২০ |
| ঋজু | পোন, সৰল | ২৮৮ |
| কঙ্কণ | বলয়, হাতৰ খাৰু | ২৮০,৩০২ |
| কঞ্জনয়ন | কমললোচন | ২৪০ |
| কঞ্জল | কজ্জল, কাজল | ২৮১ |
| কঞ্জলোচন | কমললোচন, | ২৫৯ |
| কটিপয় | কেইটিমান, অলপ | ২০ |
| কটিমহ | ককাঁলত | ১৪৬ |
| কন্দকোৰ (কুন্দকোৰ) | ফুলৰ কলি, কুন্দফুলৰ কলি | ১১ |
| কণ্ডিয়া-সিকিয়া | কড়িয়া সিকিয়া | ২৪১ |
| কতিবেৰি | কিমান পৰ, কিমান পলম | ২১,২৬ |
| কথাহন্তে | ক'ৰপৰা | ৭৪ |
| কমন | কোন, | ৭৫,৭৯ |
| কমলাসনাদিসেৱ্য | ব্ৰহ্মাৰ পূজনীয়, | ১৪৫ |
| কম্বু কণ্ঠ | শঙ্খৰ মূৰত থকাৰ দৰে ৰেখাযুক্ত ডিঙি | ১২৬,২৮২ |
| কৰতাল | ৰেপনি, বাঁহৰ কাঠিত খোপ কাটি কড়িৰে বজোৱা বাদ্যযন্ত্ৰ | ৩১৭ |
| করুণাসদন | করুণাৰ আলয় | ২৮৬ |
| কল্মষ | পাপ | ৩৫,১৩৭ |
| কৱন্ধ | কন্ধ, মূৰ নথকা এবিধ প্ৰেত | ১০২ |
| কয়ল | কৰিলে | ২০৭ |
| কয়েথিক | কৰিলেঁ; 'থিক' মৈথিলীৰ 'আছে' বা 'হৈছে'-এই অৰ্থত ব্যৱহাৰ হোৱা ক্ৰিয়া। | ২৮২ |
| কামচাপ | কামদেৱৰ ধেনু | ৩০২ |
| কাকুবাণী | কাকুতি বাণী | ৮,২৬ |
| কাহেৰ | কাৰ, | ১৬১ |

| | | |
|---|---|---|
| কিঙ্কিণী | কঁকালত পিন্ধা জুনুকা | ৭৩,৩০৯,৩২৪ |
| কিল্বিষ | পাপ | ৩০৬ |
| কীৰ্ত্তিবৰ্ম্মা | চেন্দেলাধিপতি ; কৃষ্ণমিশ্রৰ পৃষ্ঠপোষক | ৩২৩ |
| কীৰ্ত্তি ও | দশ মহাবিদ্যাৰ অন্যতমা | ২৭৩ |
| কুন্দ্রাক্ষ | পোহৰ সোমাবৰ কাৰণে ৰখা ফুটা, খিৰিকি | ১৪৮ |
| কুম্ভ | মূৰৰ কুম | ২৯৮ |
| কুলকীৰ্ত্তিবিৱৰ্ধন | বংশৰ গৌৰববৃদ্ধিকাৰী | ২৯৬ |
| কেশী | কংশৰ অনুচৰৰ নাম | ২৫১ |
| কেয়ূৰ | বাহুত পিন্ধা অলংকাৰ | ৩০২ |
| কৈছন | কেনেকৈ, কিৰূপে | ১৯ |
| কোৰকটা ? | সম্ভৱতঃ 'আৰকত' হব লাগে। | ১০১ |
| কোল | ওচৰ, কাষ | ২০০ |
| কোষ্ঠ | কোঠা, উদৰ | ২৭৯ |
| ক্রোড়-কুণ্ডলিত | আধাৰি পকাই থকাৰ মধ্যস্থলত | ২৭৩ |
| খাঙ্গখিল্ল | চিঞৰ-বাখৰ | ৭০,৮২ |
| খেতবিখেত | ক্ষতবিক্ষত | ৯৬ |
| খেপল | নিক্ষেপ কৰিলে | ১৬৬ |
| খেমা | ক্ষমা | ১৫০ |
| খেৰি | খেলা, ধেমালি | ২৭২ |
| খেৰিৰঙ্গ | খেল-ধেমালি | ২৭১ |
| গজগামিনী | হাতীৰদৰে গম্ভীৰ খোজৰ | ২৯ |
| গজমতি | গজমুক্তা, | ২৩ |
| গণ্ডযুগ্মাস্মিতশালী | মিচিকীয়া হাহিৰ গণ্ডযুগল (গাল) যুক্ত | ৩২৪ |
| গৰিমা | গুৰুত্ব, গধুৰতা | ৩১১ |
| গাৰি | গালি | ২৭ |
| গিৰা | দশ মহাবিদ্যাৰ অন্যতমা | ২৭৩ |
| গুঞ্জ | ৰঙা লাটুমণি | ১২৫ |
| গেৰি | আটাহ, চিঞৰি মতা ধ্বনি, | ২৬২ |
| গোবৎসপদনয় | গৰু পোৱালিৰ খোজৰ দৰে | ২৬২ |



| | | |
|---|---|---|
| গোষ্ঠ | গৰু চৰোৱা ঠাই | ২৪৮,২৬১ |
| ঘেনি, ঘেনিয়ে | গ্ৰহণ, লোৱা | ৫৮,৫৯ |
| চঙ্ক | বিস্ময়, আতঙ্ক | ২৪৯ |
| চটক | চৰাই | ৯৫ |
| চপকৰে | শীঘ্ৰে, তৎক্ষণাৎ | ১৩৯ |
| চৰ্ম্মাম্বৰ | ছালৰ পৰিধেয় | ১৬৯ |
| চৰৰি | চৰৰি পহুৰ ছাল | ২২ |
| চাটু-নাটু | তোষামোদ | ৯১ |
| চিণ্ডিয়া | ছিঙি | ৩৯ |
| চিৰল | দাঁতিত কাৰুকাৰ্য্য কৰা পটি, দীঘলীয়া কাপোৰ | ৩১৮ |
| চোৰ | অধিক, | ১১ |
| চোৰাৱৰো | বিসৰ্জ্জন বা পৰিত্যাগ কৰাম | ২২১ |
| চোৰাৱল | পৰিত্যাগ কৰালে | ৩০৮,৩১০ |
| চোৰাৰলি | পৰিত্যাগ কৰালে | ৩০৪ |
| চৌচালি | চাৰি চলীয়া ঘৰ | ২৭৯ |
| চোণ্ডাদণ্ড | ওখ দণ্ড বা পতাকা | ৩১৮ |
| জগ | জগত | ৪৬ |
| জঙ্কাইতে | জোকাবলৈ | ১৮৪,১৯৪ |
| জণ্টাউ | জটায়ু | ৯৫,৬৬ |
| জলদ | মেঘ | ১৩৫ |
| জাকৰ | যাৰ, যিজনৰ | ১৩৭ |
| জান্তে | শীঘ্ৰে, বেগতে | ৭৯ |
| জাহেৰি | যাৰ যিজনৰ | ১৩৭ |
| জোঁতি | জ্যোতি, পোহৰ | ৩৬ |
| জ্যা | ধনুৰ গুণ | ২৯১ |
| টিক | মূৰৰ মাজৰ দীঘল চুলি | ২৮ |
| টিকৰ | টিক ধৰি বিবাহিত | ৯৫,১২৯ |
| ডকায়া | বাহিৰ কৰি, বহিস্কাৰ কৰি | ২১৫ |
| ডাকল | মাতিলে | ২২৮ |

| | | |
|---|---|---|
| তদ্বচনমাকৰ্ণ্য | সেই কথা শুনি | ২৭৬ |
| তন্মঞ্চস্থিত | সেই মঞ্চত থকা | ৩০১ |
| তবল | ঢোলৰ দৰে বাদ্য | ২১৫,৩১৭,৩১৮ |
| তল্পমহ | বিচনাৰ মধ্যত | ৮ |
| তাৰক্ষণ | তেতিয়া, সেইক্ষণত | ১২৩ |
| তুলতে | লগত | ৯২ |
| তোহাক | তোমাক | ১৯৩ |
| তোহাৰ | তোমাৰ | ১৯২,১৯৪ |
| তোহো | তুমি | ১৯২,১৯৩ |
| দগন্ধ | দগ্ধ | ১৪৩ |
| দণ্ডুকা | দণ্ডকাৰণ্য | ৬৭ |
| দম | ইন্দ্ৰিয়দমন | ৩২৭ |
| দিক্কৰ প্ৰকাশক | সূৰ্য্য, পোহৰ দিওঁতা | ২৪৪ |
| দিগিধ | দিগ্ধ, লিপ্ত | ১৫৬ |
| দুঃখাৰ্দ্দিত | দুখত কষ্ট পোৱা | ২৬৪ |
| দুভব | দুস্তৰ, বিপদ | ১০০ |
| দুৰ্নিবাৰ | নিবাৰণ কৰিব নোৱাৰা | ২৯৫ |
| দুৰ্ম্বিৰ | অসহ্য, | ২৭০ |
| দুৰ্ব্বাক্ষত | দুবৰি আৰু আৰৈ চাউল | ১৫২ |
| দুৰ্ম্মদ | অতিশয় মত্ত, দুৰ্দ্দান্ত, | ২৯১ |
| ধৰিষণ | ধৰ্ষণ, | ৫৪ |
| ধাতু-অন্তৰীক্ষ | ধাতু উৰি যোৱা অৱস্থা | ৭০,১১৭ |
| ধোৰ্জ | ধৈৰ্য্য, | ১০ |
| ধৃতি | দশ মহাবিদ্যাৰ অন্যতম, ধৈৰ্য্য, | ২৭৩ |
| নপ্তাৰ | নাতি | ২৫২ |
| নৱদ্বাৰী পুৰীথান | দেহ | ৩৩০ |
| নয়নভঙ্গ | চকুৰ ভ্ৰূভঙ্গ | ৩০৬ |
| নাগাৰি | সাপৰ শত্ৰু | ১৩৫ |
| নাগেৰী | নগৰৰ নাৰী, ৰসিকা নাৰী | ২৬৮ |



| | | |
|---|---|---|
| নাহেৰি | নেদেখো | ৩০৬ |
| নিকেতাভ্যান্তৰ | ঘৰৰ ভিতৰ | ২৫৮ |
| নিগ্ৰহ | কষ্ট, দণ্ড, | ১২৭,১৩০ |
| নিদিধ্যাসন | যোগৰ নিবিস্ত ধ্যানৰ স্তৰ | ৩৬৭-৩৬৮ |
| নিৰজ | পদুম | ২৬৩ |
| নিৰনুভাৱ | মানসিক বিকাৰহীনতা, আবেগহীন অৱস্থা | ২৬১ |
| নিৰযান | নাশ, নিৰ্ম্মাণ | ৩৪ |
| নিৰয় | নৰক | ২৭৮ |
| নিৰয় নিবাৰক | নৰক নিবাৰক, | ৩১৯ |
| নিশান | জাননি, নিঃস্বন | ৩১৭ |
| নিষ্পান | নিৰ্জীৱ, পানবায়ুবিহীন, | ১২৯ |
| নিহল | শিকলি, | ২৬৫,৩১০,৩১৫ |
| নিহালি | চাই, দৃষ্টি কৰি | ৪১ |
| নীৰ | পানী | ১৪৩ |
| নৃ-কপাল | মানহৰ লাওখোলা | ৩৪৪ |
| পঙ্কজলাঞ্ছিত | পদুম চিহ্নিত | ৩২৩ |
| পথতশবদ | পাঁচ বিধ মাঙ্গলিক বাদ্যৰ একেলগে কৰা শব্দ | ২৭ |
| পঞ্জাল | ভৰিৰ খোজ | ২৫৫ |
| পট্টম্বৰ | পাটৰ কাপোৰ | ১৪১ |
| পদনীৰজৰজ | চৰণপদ্মৰ ধূলি | ২২৭ |
| পদ্মকোষ | পদুমৰ চকা | ৩০৬ |
| পৰচাৰ | প্ৰসাৰ, প্ৰচাৰ | ৩,৪, |
| পবন সঞ্চাৰে | বতাহৰ বেগে | ১৮২ |
| পৰ্য্যুসিত | বাহি, আগৰ দিনা ৰন্ধা | ২৪০ |
| পৰকাৰে | প্ৰকাৰে | ৭৬ |
| পৰণাম | প্ৰণাম | ১৫১ |
| পৰবেশ | প্ৰৱেশ | ২৪০ |
| প্ৰপন্নজনতাৰণ | শৰণাগতক তাৰণ কৰোঁতা | ২৮৬ |
| পৰসাৰ | প্ৰসাৰ | ৬৯,১৪০,২০৭ |

| | | |
|---|---|---|
| প্ৰলম্পি | উথলি, পাৰ বাগৰি | ২৩০ |
| পৰ্য্যংকৰ | কোলা | ৩১৬ |
| পৰিধানি | পৰিধান কৰি | ৫ |
| পয়সাৰ | প্ৰৱেশ | ৩২৯ |
| পয়ান | প্ৰয়ান, গমন | ৫৬,৭৯, |
| পয়োসাৰ | প্ৰৱেশ | ১০,১৭৮,১৮৮ |
| পাঞ্চনি | এচাৰি, লক | ২৪১ |
| পিউ | প্ৰিয় | ১৫,১৪৩ |
| পিঙ্গটা | পিঙ্গল, বঙা-মুগা | ৭৮,১১০ |
| পিন্ধান | পৰিধান | ২৮৭ |
| পীন | মাংসেল, সুগোল | ২৮৭ |
| পীড় | পিল, হাতী | ৩৫ |
| পুলুষ | পুৰুষ | ৩৪৪ |
| পৃষতসদৃশ | ফুটুকাফুটুকিৰ দৰে | ২৮৪ |
| পৈৰণ | পৰিধান বস্ত্ৰ, | ৮,২২ |
| পৈৰহ | পিন্ধা, পৰিধান কৰা | ৯ |
| পৈৰাৱে | পিন্ধায়, | ২৮২ |
| পোষ্টাপিতৃ | পালন কৰা পিতৃ | ৩১৮ |
| পৌগণ্ড | কৈশোৰ, | ৩১৫ |
| প্ৰত্যক্ষসিদ্ধ | প্ৰত্যক্ষ প্ৰমাণৰ দ্বাৰা সিদ্ধ | ৩৬৫ |
| ফন্দয় | লৰিছে, কঁপিছে | ৮০ |
| ফিঙ্কাৰে | জোকাৰে | ১৫৬ |
| ফোঁকাৰয়ে | ঘনাই উশাহ লোৱা ক্ৰিয়া | ৯৯ |
| ফোকাৰি | সঘনে শ্বাস-নিশ্বাস ত্যাগ কৰি | ২৬৭ |
| বয়নে | মুখে | ১৪৩ |
| বাড়বাগ্নি | সাগৰত থকা বুলি বিশ্বাস কৰা প্ৰচণ্ড জুই | ৩৬২ |
| বাৰণ | হাতী | ২৩৭,২৯৭ |
| বাৰণ-পালন | মাউত | ২৪৬ |
| বিগুতি | বিতণ্ডা, পৰিহাস, | ১৬৪ |



| | | |
|---|---|---|
| বিছুৰি | পৰিহাৰ কৰি, পাঁহৰি | ২২ |
| বিজুবন | গভীৰ বন | ৩৯ |
| বিজৃম্ভন | হামি | ২৬৯ |
| বিভাৱৰীমহ | ৰাতিৰ ভিতৰত | ২৪৪ |
| বিভ্ৰমমন | বিমূঢ় ভাব, | ১১০ |
| বিমৰ্দ্দল | দলন কৰিলে, | ৩৩ |
| বিলপতি | বিলাপ কৰিছে | ১৪৩ |
| বৃষ্ণিকুলসম্ভৱ | যদুকুলত জন্ম | ৩০১ |
| বেধল | বেঢ়ি ধৰিলে | ৭৮ |
| বেন্তবাই | মুখ মেলি | ২৪৯ |
| ব্ৰেথা | বৃথা | ১৬৩ |
| ব্যেথে | বৃথাই, অকাৰণে | ৩১৬ |
| ভৱভয়ভঞ্জন | সংসাৰৰ ভয়নাশ কৰোঁতা | ১৩৬,২৮৬ |
| ভৱভয়বাৰণ | সংসাৰৰ ভয়নিবাৰণকাৰী | ৩২৩ |
| ভৱমোহনাদিদেৱ | শঙ্কৰক মোহন কৰা আদি দেৱতা | ১৪৫ |
| ভান্তি | প্ৰকাশ কৰিছে | ১২ |
| ভাৰি | উৎকোচ, ঘুচ | ৮৫ |
| ভুনি | পৰিধেয় বস্ত্ৰ. ধুতি | ১১৪,৩০২ |
| ভূষিতদীপ্তিমাল্য | অলংকৃত দীপ্তিকাৰী মালা | ২৮৪ |
| ভূমিকেৰি | পৃথিবীৰ (কেৰ ষষ্ঠীৰ চিন) | ২০৬ |
| ভূমিমুহ | পৃথিবীৰ মাজত | ১৩ |
| ভেণ্টাৰল | ভেটালে, লগ লগাই দিলে | ২৩০ |
| মকৰন্দমধুকৰ | মকৰন্দ = মৌ, মধুকৰ = ভোমোৰা | ১০৩,১৪৩ |
| মাঞ্জীৰ | ভৰিৰ জুনুকা | ৬, ১৫৯, ৩০২, ৩০৯ |
| মনমথ | কামদেৱ, | ১৫৯ |
| মহামোহ পঙ্কামগ্নমতি | মহামোহ স্বৰূপ বোকাত লিপ্ত নোহোৱা মতি | ৩২৫ |
| মৰ্কটগণ | বান্দৰবিলাক | ২৩৮ |
| মাদল | ঢোলৰ দৰে বাদ্য যন্ত্ৰ | ৩১৮ |
| মাৰুচ | মাৰীচ | ৮৫ |

| | | |
|---|---|---|
| মুখচন্দ্ৰিকা | বিয়াত দৰা কন্যাই কৰা প্ৰথম দৃষ্টি | ২৭ |
| মুচুকুন্দ | মান্ধাতাৰ পুতেক, এজন ৰজা। কালযৱনক এওঁ দৃষ্টিৰে বধ কৰে। | ২৫২ |
| মুহ | মুখ | ২৫৭, ২৮১ |
| মুঞ্জ | এবিধ ঘাঁহ | ১১৪ |
| মুঞ্জৰ মেখলা | মুঞ্জ ঘাঁহৰ পৰা বনোৱা ককাঁলত পিন্ধা টঙালি | ১১০ |
| মূৰুচি | মূৰ্চ্ছা প্ৰাপ্ত হৈ | ১২৯ |
| মৃগাতৃষ্ণাৰ্ণৱজল | পিয়াহত হৰিণাই মৰীচিকাক জল বুলি ভবাৰ উল্লেখ হৈছে | ৩৪৮ |
| মৃগমদচন্দন | কস্তুৰি, মৃগনাভি | ২৮৭ |
| মেখলা | ককাঁলত মৰা দীঘলীয়া কাপোৰ, টঙালি | ১০৮ |
| মেঢ্ৰ | পুৰুষাঙ্গ, লিঙ্গ | ২৭৫ |
| মৌতিম | মুক্তা | ১৭, ২২ |
| যম | সংযম | ৩২৬ |
| যাকৰ | যাৰ | ২০৭ |
| যাস্থ | যাক | ৪, ৫৩, ৫৪, |
| যাহান্তে | যাওঁতে | ২১৮ |
| যাহেৰি, | যাৰ | ৫,৬, |
| যৌগৃহে | যতুগৃহ, লাৰ ঘৰ | ২২৭ |
| ৰজোই | ৰজ ধূলি | ১৬৯ |
| ৰওক | শঠ, বিশ্বাসঘাতক | ২৮৩ |
| ৰময়া | প্ৰিয়জন | ৮৯ |
| ৰাজাদ্বেষীধন্ধ | ৰজাসকলৰ দোহ-আচৰণকাৰী | ১৩৬ |
| ৰাতা | ৰঙা | ১২ |
| ৰিঙ্গপাৰি | আঠু কাঢ়ি, বগুৱাবাই | ২৫৫ |
| ৰিজু | সৰল, পোন | ৪ |
| ৰুধিৰছাদি | তেজ বমি কৰি | |
| ৰোলকল্লোলশঙ্কিত | নানা ধ্বণৰ শব্দৰে মুখৰিত গাঁও | ২৬১ |



| | | |
|---|---|---|
| লঘিমা | লঘু গুণ, পাতল হোৱা গুণ | ৩১১ |
| লটক | দুষ্ট | ১২৪ |
| লহ লহ | লাহে লাহে | ২০২ |
| লাই | লৈ | ১৯২ |
| ৱেদ-উচ্ছাদী | ৱেদধ্বংসকাৰী | ৩৪১, ৩৪২ |
| শকটত | গাড়ীত | ২৬৬, ২৭১ |
| শম | মনৰ শান্ত অৱস্থা | ৩২৭ |
| শৰীৰানুকল্পিত | শৰীৰৰ লগত মিলি যোৱা বা খাপ খোৱা | ২৮৩, ২৮৪ |
| শাল্বাদি | কৃষ্ণবিদ্বেষী ৰজাৰ নাম | ২৫৩ |
| শৌভক | ঐ | ২৫৩ |
| শ্বাননয় | কুকুৰ সদৃশ | ১৫ |
| শ্ৰিয়া | দশ মহাবিদ্যাৰ অন্যতমা | ২৭৩ |
| শ্ৰুত | শুনা | ১২৮ |
| শ্ৰুতি | জ্ঞান, চুক্তি | ৪৭ |
| শ্ৰুতি | বেদ | ২৫৯ |
| শ্ৰোত্ৰিয় | বেদজ্ঞ | ৩৩৩ |
| শ্ৰোতে | কাণত | ২৮০ |
| শ্ৰোণি | তপিনা, নিতম্ব | ২৮৮ |
| সইতাৰী সৈতাৰী | লগৰীয়া | ৯৫,৩৪০ |
| সঞ্চিহাতে | নিজ হাতে, স্বয়ংহস্তে | ১১৬ |
| সচন্দ্ৰ ৰাত্ৰি | জোনাক ৰাতি | ৩২৬ |
| সজলজলদদল শ্যাম | জলভৰা মেঘৰ দৰে শ্যামবৰণীয়া | ৩২৩ |
| সজ্ঞাতাসৰ সদ্জ্ঞাতাসৱ | জ্ঞানীসৱ | ২৪০,২৪৩,২৫৮,২৬২,২৬৫,২৭৯,২৩৮ |
| সন্ধুকি | সকাহপাই, চেতন পাই | ৩০৮ |
| সন্ধুক্ষণ | অজ্ঞান অৱস্থাৰ পৰা সচেতন | ১৪২ |
| সপৰ্য | মাখন, ঘিঁউ | ২৪০ |
| সব্যকৰে | সোঁ হাতে | ২৯১ |
| স্বকী স্বকী | নিজ নিজ, স্বকীয় | ১২১,১৮০,২৮৯,৩১৪ |

| | | |
|---|---|---|
| স্মৰপীড়িত | কামাকুলিত, | ২৮৮ |
| সৰি | সদৃশ, নিচিনা | ৪৬ |
| স্রক চন্দন | ফুল-চন্দন | ২৮২ |
| সহস্রবয়ন | ইন্দ্র | ২৬ |
| স্যন্দন | ৰথ | ২৬৩,২৭৬ |
| সয়ল | সকল | ২৩৮ |
| সাগৰমহ | সাগৰমধ্যত | ১০ |
| সারহিতমনা | একান্তমনে | ২৮২ |
| স্নিগ্ধবয়নী | কোমল, মৰমলগা মুখযুক্ত | ২৮৯ |
| স্মিত | মিচিকীয়া হাঁহি | ২৬৯ |
| সুজাইব | পৰিশোধ কৰিব বা কৰিম | ৯৮ |
| সুজান | সুদক্ষ | ২৯ |
| সুবদনীধুনী | সুন্দৰী নাৰী | ২২ |
| সুৰঙ্গ | ৰঙিণ | ৮ |
| সুৰদ্রুম | কল্পতৰু | ২৫৯ |
| সুৰনৰৰাজাধ্যক্ষ | দেৱনৰৰজাসকল ওপৰত অধিপতি | ২৯৬ |
| সুৰবামা | দেৱনাৰী | ২৮ |
| সুৰিৰপু মার্জন | দেৱতাৰ শত্রুৰ পত্নসকলৰ শিৰৰ সিন্দূৰ মচোঁতা | ২৫২ |
| সুষুম্না | যোগ শাস্ত্রমতে শৰীৰৰ নাড়ী বিশেষ | ৩৩১ |
| সুষুপ্তি | গভীৰ নিদ্রা | ৩৩১ |
| স্বৈৰিন্ধ্রী | স্বতন্তৰীয়া নাৰী | ৩৪,২৮৯ |
| হুনে | যজে, হোম কৰে | ১১৩ |
| হস্তাক্রমি | হাতেৰে আক্রমণ কৰি | ২৭৭ |
| হয়শীর্ষ | হয়গ্রীৱ, ঘোঁৰাৰ দৰে ডিঙিৰে বিষ্ণুৰ অৱতাৰ | ২৭৫ |
| হামাক | মোক | ১৮৯,১৯১,১৯৪,১১৩ |
| হামাত | মোত | ১৯১ |
| হামু, হামো | মই, | ৫,৯৮,১৮৯,১৯০,১৯১,১৯৩ |
| হিতলাই | হিতৰ নিমিত্তে | ৬৭ |



| | | |
|---|---|---|
| হিৰণ্যগৰ্ভভৱ | ব্রহ্মাৰপৰা উদ্ভৱ | ২৩৭ |
| হৃদিমহ | হৃদয়ৰ মাজত | ২৯ |
| হেৰত | দেখে, দেখিছে | ২৪ |
| হেৰণজনৰ | দেখোঁতাজনৰ | ২৪৮ |
| হৈয়ঙ্গমি | মাখন | ২৪০ |
| ক্ষিতি | পৃথিৱী | ১০৮ |

—